শতবাৰ্ষিকী নিবেদন

# হলীৰাম ডেকাৰ সাহিত্য সম্ভাৰ



লেখক

হলীৰাম ডেকা

সম্পাদনা

ড° প্ৰণৱজ্যোতি ডেকা




প্রতিষ্ঠাতা . ৺অৰুণচন্দ্ৰ গুহ



অসম বুক ডিপো

পাণবজাৰ, গুৱাহাটী-৭৮১০০১

# পাতনি

১৮৯৭ খ্ৰীষ্টাব্দৰ প্ৰলয়ঙ্কৰ ভূমিকম্প বিদ্ধস্ত উত্তৰ কামৰূপৰ বন্যা প্ৰপীড়িত সৰ্থেবাৰী গাওঁৰ বাৰীৰ পিছৰ চেৰাশালিত ১৯০১ খ্ৰীঃ জুন মাহৰ উনৈশ তাৰিখে জন্ম গ্ৰহণ কৰা হলীৰাম ডেকাৰ সাহিত্যৰ মূল্যাঙ্কন, লণ্ডনৰ পিছতে সেই যুগত বৃটিশ সাম্ৰাজ্যৰ সৰ্ব্বাধিক ধনৰ প্ৰচলন থকা কলিকতা নগৰীৰ, মধ্যকলিকতাৰ জনাৰণ্য আৰ্মহাৰ্ষ্ট ষ্ট্ৰীটৰ, ডাফৰিন হাস্পাতালত ১৯৩৯ খ্ৰীঃ জন্ম লোৱা প্ৰণৱজ্যোতি ডেকাই কৰিব যোৱাটো অন্যায়। তেনে এটা প্ৰচেষ্টা আমাৰ দ্বাৰা চলোৱা হৈছিল ১৯৭৩ খ্ৰীঃ "হলীৰাম ডেকাৰ গল্প সঙ্কলন" নামৰ গ্ৰন্থ খনিৰ পাতনি লিখাৰ সময়ত, সেই মূল্যাঙ্কন বৰ্ত্তমানে আমাৰ দ্বাৰাই ক্ষেত্ৰ বিশেষে গ্ৰহণযোগ্য নহয়।

ডেৰ কুৰি বছৰ এজন মানুহৰ জীৱনত বৰ দীঘলীয়া সময়। সেই সুদীৰ্ঘ কালৰ ভিতৰত মানুহৰ মনৰ পৰা বহু ভ্ৰান্ত ধাৰণা আঁতৰি যায় আৰু তাৰ ঠাই লয় বহু সত্য আৰু নতুন ভ্ৰান্ত ধাৰণাই। আগৰ গ্ৰন্থৰ পাতনিত এই অভাজনৰ দ্বাৰা গতানুগতিক ভাবে বিভিন্ন "প্ৰতিষ্ঠিত সাহিত্য সমালোচকৰ" উদ্ধৃতি দি ৰাইজক হলীৰাম ডেকাৰ সাহিত্য প্ৰতিভা সম্বন্ধে পৰিচয় কৰি দিবলৈ চেষ্টা কৰা হৈছিল। প্ৰখ্যাত সমালোচক ত্ৰৈলোক্যনাথ গোস্বামীৰ উদ্ধৃতিও দিয়া হৈছিল, হলীৰাম ডেকা সম্বন্ধে, তেখেতৰ উক্তি "বুদ্ধিদীপ্ত হাস্যৰস, ব্যঙ্গৰ বক্ৰতা আৰু বক্ৰাঘাতৰ স্তুতিৰ প্ৰতি তেওঁৰ আকৰ্ষণ।" সেই কালত তাকেই বৰ সূক্ষ্ম মূল্যাঙ্কন বুলি লোৱা হৈছিল (গ্ৰন্থখন সাহিত্য একাডেমী পুৰস্কাৰ প্ৰাপ্ত)। আজি নিজে বাৰ্দ্ধক্যৰ দুৱাৰদলী পাৰ হৈ বুজিছো সমালোচক, সাহিত্যৰ সত্য মূল্যাঙ্কনৰ কথাই নুঠে শুদ্ধ ভাষাও লিখিবলৈ অপাৰগ আছিল ব্যঙ্গৰ বক্ৰতা নাথাকে, ব্যঙ্গই বক্ৰ। "বক্ৰাঘাতৰ স্তুতি" কেৱল স্তুতি শব্দৰ অৰ্থ নজনা ব্যক্তিয়ে লিখিব পাৰে। এযাপ্ৰয়াত গোস্বামী দেৱক সৰু কৰিবলৈ লিখা নাই, অসমীয়া সাহিত্য সমালোচনাৰ মান আৰু নিজৰ দুৰ্ব্বলতা সূচাবলৈ লিখা হৈছে। তেনে স্থলত আৰু দহপাত লিখি পুথিৰ কলেবৰ বৃদ্ধি কৰাৰ যুক্তিযুক্ততা ক'ত?

স্বৰ্গীয় হলীৰাম ডেকাৰ অসমীয়া ভাষাত নহ'লেও অসমীয়া সাহিত্যৰ বুৰঞ্জীত এটা বিশেষ স্থান আছে - ঘাইকৈ অসমীয়া চুটি গল্পৰ ইতিহাসত। অসমীয়া চুটি গল্প আৰু "আৱাহন যুগ" বুলিলে সাহিত্য সমালোচক সবে একে উশাহতে নগেন্দ্ৰনাৰায়ণ চৌধুৰী, লক্ষ্মীধৰ শৰ্ম্মা, লক্ষ্মীনাথ ফুকন আৰু হলীৰাম ডেকাৰ নাম লয়, যি সকলে "অসমীয়া চুটি গল্পক" বঙালী চুটি গল্পৰ পৰা ফালৰি কটাই আনি নতুন অসমীয়া সাহিত্যধাৰা সৃষ্টি কৰিলে। স্বতন্ত্ৰ কৰাৰ এটা পাৰ্শ্ব প্ৰভাৱ (side effect) হ'ল অসমীয়া সাহিত্য আজিও জহি আৰু পানেই,





কন্দৰাম আৰু মার্গাৰ ডুদাই আৰু ডুদৰীৰ ছাঁৰ পৰা ওলাই বিশ্বজনীনৰ কথাই নাই, সর্ব্বভাৰতীয় মানৱ হব পৰা নাই, ব্যতিক্রম মাত্র চুটি গল্প। কুৰি শতিকাৰ শেষলৈকে অসমীয়া শ্রেষ্ঠ উপন্যাসিক সকলে বাহি-তল, কচু তলৰ পৰা ওলাই চহৰীয়া মধ্যবিত্তৰ ৰিক্সা আৰু ফিয়াটগাৰী (বর্তমানে মাৰুতি গাড়ী) মান পাইছে। এইটো সঁচা যে বিন্দুত সিন্ধুৰ জটিলতা দেখুৱাব পাৰি কিন্তু সিন্ধুৰ প্রসাৰ তাত নাপায়।

হলীৰাম ডেকাযে প্রথম অসমীয়া সাহিত্যিক যেয়ে মানাহ - কৰাতোৱাৰ হেঙ্গাৰ ভাঙি বিশ্বজনীন নহ'লেও সর্ব্বভাৰতীয় হবলৈ প্রচেষ্টা চলাইছিল। তেখেতৰ চুটি গল্পৰ নায়ক নায়িকাৰ নির্ব্বাচনতেই ওলাই পৰে - 'বে বড়ে ভাই' গল্পৰ নায়ক আৰা জিলাৰ ছুলতান, 'পানী-গছাৰ নায়ক মাৰাঠি ডেকা জৰীপকাৰক মিঃ খাপার্দে; 'জুলেখা' গল্পৰ নায়ীকা পাঞ্জাবী বা 'ইৰাণী অঘৰী' মহিলা; "ৰহন সনা" গল্পৰ নায়িকা বঙালী ভাষা ভাষী - "বুড়ীৰ মাক", "শেষ দেখা" গল্পৰ নায়িকা বঙালী ভাষা ভাষী পৰিয়ালৰ কন্যা - চিত্রা, "উদ্দিপনাৰ" নায়িকা উর্দ্দুভাষী কিশোৰী কন্যা বাউলি; "দীপশিখা" গল্পৰ নায়িকা নামহীনা বঙালী ভাষা ভাষী গণিকা।

যিবোৰ গল্প সম্পূর্ণ অসমৰ গাওঁ বা সৰু চহৰৰ পটভূমিত লিখা তাতো অসমৰ বাহিৰৰ প্রভাৱ প্রত্যক্ষ বা পৰোক্ষ ভাৱে আহি পৰিছে "সহজ সম্বন্ধ" গল্পৰ নায়কে 'দর্মাহাটাৰ' পিনে ব্যৱসায় কৰিহে অকনমান স্বচ্ছলতাৰ মুখ দেখিছে, আনকি বিয়া-বিভ্রাট যেন শুদ্ধ "শিৱসাগৰীয়া গল্পৰ" অন্যতম নায়ক দুতিৰাম বিহাৰৰ ঝৰিয়া চহৰত ব্যৱসায় কৰিহে প্রয়োজনীয় ধন ঘটিছিল। গল্প সমূহৰ পটভূমি সাধাৰণতে হয় কলিকতা মহানগৰী নহ'লে শিলং। 'অৱজ্ঞা' গল্পৰ পটভূমি প্রয়াগ, 'উদ্দীপনা', 'দীপশিখা' আৰু 'বে বড়ে ভাই গল্পৰ' সংঘটন স্থান আংশিকভাৱে কেৱল গুৱাহাটী চহৰ যত জীৱনৰ সর্ব্বাধিক কাল হলীৰাম ডেকাই প্রবাহিত কৰিছিল।

চুটি গল্প লিখকৰ পিছতে হলীৰাম ডেকাৰ খ্যাতি ব্যঙ্গ ৰচনাৰ লিখক আৰু পত্রউপন্যাসিক ৰূপে। অলকালৈ চিঠিয়েই তেখেতৰ গ্রন্থৰূপে প্রকাশিত প্রথম সাহিত্য পুথি যি তেখেতে জীৱিত অৱস্থাতে চাই যাব পাৰিলে। "যৎকিঞ্চিৎ" তেখেতৰ মৃত্যুৰ আগে আগে প্রকাশ পায়। 'অৰুণালৈ চিঠি' আৰু 'হলীৰাম ডেকাৰ গল্প সঙ্কলন' মৰণোত্তৰ ভাৱে প্রকাশ হয়। 'অলকালৈ চিঠি' আমাৰ মূল্যাঙ্কনত পত্রোপন্যাসতকৈ অধিক কাব্য ধর্ম্মী, আৰু 'অৰুণালৈ চিঠি' তেখেতৰ প্রৌঢ়োত্তৰ বয়সৰ জ্ঞান, উৎসাহ আৰু একে সময়তে অৱসাদৰ প্রতিচ্ছবি। বর্ত্তমান সঙ্কলনত "যৎকিঞ্চিত"ক সাঙ্গুৰ নোলোৱাৰ কাৰণ এই গ্রন্থই আন তিনিখন গ্রন্থৰ লগত খাপ নাখায়। আনহাতে হলীৰাম ডেকা লিখিত "কলিকতাই মোক কি শিকালে" এই "সংগ্রহত" সন্নিবিষ্ট কৰাৰ আশু প্রয়োজন আছিল যদিও কৰা নহ'ল, কাৰণ সম্পূর্ণ জাগতিক, এই লিখনিৰ প্রথম খণ্ডৰ পাণ্ডুলিপি বা প্রকাশিত কোনো ৰূপতে বিচাৰি পোৱা নগ'ল। ইয়াৰ প্রকাশৰ সময়ত অভাজন ভাৰতবৰ্ষত নাছিল আৰু আন সম্পৰ্কীয় ব্যক্তিয়ে তাৰ সুসংৰক্ষণ নকৰিলে, সেয়েহে বর্ত্তমান গ্রন্থ কেৱল

"হলীৰাম ডেকাৰ সাহিত্য সম্ভাৰ", পূৰ্ণ সাহিত্য সংগ্ৰহ নহয়।

হলীৰাম ডেকাৰ পুত্ৰ স্বৰূপে, বিশেষকৈ নিজেও এজন অসমীয়া চুটি গল্পৰ লিখক হোৱাৰ হেতুকে প্ৰণৱজ্যোতি ডেকাই হলীৰাম ডেকাক সাহিত্যিক ৰূপে মূল্যাঙ্কন কৰিবলৈ যোৱাটো পক্ষপাতদুষ্ট হোৱাৰ ভয় থাকে। এনে গুৰুভাৰ দায়ীত্ব অসমীয়া সাহিত্যৰ সমালোচক অধ্যাপকসকলৰ হাতত এৰি দিয়াই ভাল বুলি কেবাজনো 'শুভাকাংক্ষীয়ে' উপদেশ দিছে। আনহাতে এই সম্বন্ধে সম্পূৰ্ণ নিমাত থাকিলে বৰ্ত্তমান গ্ৰন্থৰ সম্পাদকৰ দায়িত্বত গাফিলতি দেখুওৱা হব, বিশেষকৈ যিহেতু বৰ্ত্তমান সম্পাদকে হলীৰাম ডেকাক ব্যক্তিগত ভাৱে আৰু তেওঁৰ পাৰিবাৰিক পটভূমি জনাৰ সুবিধা পাইছিল।

হলীৰাম ডেকাৰ সামাজিক পটভূমি নাজানিলে তেখেতৰ চুটি গল্প আৰু পত্ৰোপন্যাসৰ পটভূমি ক'ত সম্পূৰ্ণ কাল্পনিক আৰু ক'ত বাস্তৱ ভিত্তিক ধৰিব নোৱাৰি। আনৰ দ্বাৰা লিখিত হলীৰাম ডেকাৰ খণ্ড খণ্ড ভাৱে প্ৰকাশিত চুটি জীৱনীত আৰু হলীৰাম ডেকাইও "কলিকতাই মোক কি শিকালে" গ্ৰন্থত নিজকে এক নিম্ন বিত্ত পৰিয়ালৰ পৰা কেৱল অধ্যাৱসায়, শ্ৰম আৰু মেধাৰ ভিত্তিত সমাজত-প্ৰতিষ্ঠা লভা আৰু অৱশেষত গুৱাহাটী উচ্চ ন্যায়ালয়ৰ প্ৰথম অসমীয়া মুখ্য ন্যায়াধীশ পদৰ পৰা অৱসৰ গ্ৰহণ কাৰ্যাই তেখেতক "বোকাৰ পদুম" ৰূপে অঙ্কন কৰিছে। এতিয়াও তেখেতৰ বহু গুণমুগ্ধ ব্যক্তিয়ে, বিশেষকৈ সৰ্থেবাৰী বৰপেটা অঞ্চলৰ, এই চিত্ৰ সম্পূৰ্ণ ৰূপে বিশ্বাস কৰে। বৰ্ত্তমান লিখকে ৰাইজৰ সভাত হলীৰাম ডেকা সম্বন্ধে, "এজন সামান্য কঁহাৰৰ লৰা হৈও তেখেতে উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশৰ আসন সুশোভিত কৰিছিল", জাতীয় বক্তৃতা শুনিও সৌজন্যৰ হেতুকে প্ৰতিবাদ নকৰাকৈ ৰব লগা হৈছিল। "বোকাৰ পদুম" সকলেও সাধাৰণতে নিজৰ গৰিমা বৃদ্ধিৰ বাবে বোকাক বাস্তৱতকৈ অধিক 'পঙ্কিল' ৰূপে অঙ্কিত কৰে।

হলীৰাম ডেকাৰ পৰিয়াল সৰ্থেবাৰীৰ স্থায়ী আবাসী যদিও, সৰ্থেবাৰীৰ দৰে ঐতিহাসিক গাওঁৰ বাবে এই পৰিয়াল অপেক্ষাকৃত অৰ্বাচীন। হলীৰাম ডেকাৰ চয় পুৰুষ আগতে কীৰ্ত্তন গন্ধীয়াক সৰ্থেবাৰী বাসী নিজৰ অপুত্ৰক মোমায়েকে দত্তক পুত্ৰৰূপে গ্ৰহণ কৰে, ডেকা উপাধীও তেতিযাই লোৱা। তাৰ আগতে "চৌধাৰীৰ ঘৰৰ" আছিল নে "ভূঞাৰ ঘৰৰ" আছিল মতানৈক্য আছে - যিহেতু বৰ্ত্তমানে বজালীৰ "ভাগী সকলৰ" কেৱে চৌধাৰী আৰু কেৱে ভূঞা লিখে। ঘাইকৈ "মহাপুৰুষীয়া" প্ৰধান সৰ্থেবাৰীত কীৰ্ত্তন গন্ধীয়াৰ বংশধৰ সকল "দামোদৰীয়া" আছিল। দ্বিতীয়তে গাওঁৰ সৰহভাগ আঢ্যৱন্ত পৰিয়াল যেতিয়া ধান-সৰিয়হৰ ব্যৱসায়ী মহাজন অথবা কাঁহৰ ব্যৱসায়ত লিপ্ত আছিল, কীৰ্ত্তন গন্ধীয়াৰ বংশধৰ, হলীৰাম ডেকাৰ ককাক সূৰ্যমল ক্ষুদ্ৰ ভূস্বামী আছিল। সেইকালত সৰ্থেবাৰীৰ আঢ্যৱন্ত 'মহাজন' পৰিয়ালে 'খেল নাওঁ' ৰাখিছিল, সূৰ্যমলৰ আছিল চিকাৰী নাওঁ আৰু তেখেতৰ দ্বিতীয় পুত্ৰ

বিষ্ণুমল দুৰ্দ্ধৰ্ষ চিকাৰী আছিল - যাৰ টঙনীয়াই বাঘ মৰা, খাপৰেৰে ঘৰিয়াল মৰাৰ সাধু কেৱল শুনাই নহয়, বাঘৰ দাঁত, পহুৰ শিং, বাৰাৰ (গাহৰিৰ) দাঁত, ঘৰিয়ালৰ পেটৰ শিল পাৰিবাৰিক পূৰ্বাবশেষ ৰূপত আমিও দেখিছোঁ। সূৰ্যমল নিশ্চয় সেই যুগৰ বাবে অতি বিদ্যোৎসাহী ব্যক্তি আছিল। দুজন লৰা জয়ৰাম আৰু গজেন্দ্ৰক হাইস্কুললৈ পঢ়ুৱাইছিল। সৰ্থেবাৰীৰ ওচৰতে আমৰিখোৱাত এখন হাইস্কুল আছিল যদিও, হলীৰাম ডেকাৰ পিতৃ জয়ৰামে গুৱাহাটীৰ হাইস্কুলত পঢ়ে। জয়ৰাম ডেকা ফাৰ্ষ্ট ক্লাছত (দশম মান) পঢ়ি থকাৰ সময়ত দেউতাকে তেখেতৰ বিয়া পাতে হেলনাৰ এক অতি আঢ্যবন্ত পৰিয়ালৰ কন্যা মাইপুৰীয়াৰ লগত। জয়ৰাম ডেকা সুপুৰুষ আছিল যদিও মাইপুৰীয়াৰ সুন্দৰী বুলি খ্যাতি নাছিল। পৰিয়ালত "হেলনাৰ - নাক" আৰু "হেলনাৰ-টাকা" বুলি দুটা শব্দ প্ৰচলিত আছিল। প্ৰথমটোৰ অৰ্থ ভোটা, অনুচ্চ নাক, আৰু দ্বিতীয় শব্দৰ অৰ্থ দোনেৰে ভগাব পৰা কৈ ৰূপৰ টকা (হলীৰাম ডেকাক ডাঙৰ ভাগীন বুলি মোমায়েকে এক বৃহৎ ভূমি খণ্ড দানত দিছিল যাৰ কথা পৰিয়ালে উল্লেখ কৰিবলৈ টান পায়)।

এনে সময়ত আহিল ১৮৯৭ চনৰ প্ৰলয়ঙ্কৰী ভূমিকম্প। সম্পূৰ্ণ বৰপেটা মহকুমা বিধ্বস্ত হৈ গ'ল। বেহেৰুৱা মহাজন সকল ক্ষতিগ্ৰস্থ হ'ল যদিও, সম্পূৰ্ণ নিস্ব হৈ গ'ল খেতীয়ক আৰু ভূস্বামী সকল। সূৰ্যমলৰ পৰিয়ালৰ পানীত হাঁহ নচৰা অৱস্থা হ'ল। খেতী মাটি পানীৰ তলত, বস্তি মাটি পানীৰ মাজত; হাইজা, মেলেৰীয়া, কালাজ্বৰে পৰিয়ালৰ এজন এজন কৈ আঁতৰাই নিলে। সূৰ্যমলো গ'ল, থাকিল জয়ৰাম আৰু দুজন ভায়েক বিষ্ণুমল আৰু গজেন্দ্ৰ। আয় বুলিবলৈ জয়ৰামৰ ফাৰ্ষ্ট ক্লাচৰ শিক্ষাৰ বলতেই পোৱা প্ৰাথমিক ইস্কুলৰ জুনিয়ৰ শিক্ষকৰ দৰমহা, মাহিলি কাৰোমতে সাত টকা, কাৰোমতে পাচ টকা। তেনে অৱস্থাত জয়ৰামৰ প্ৰথম সন্তান ( ? কাৰোমতে তাৰ আগতে ছোৱালী এজনী হৈয়ে ঢুকাইছে), প্ৰথম পুত্ৰ হলীৰাম ডেকাৰ জন্ম হয় এনে এক দৰিদ্ৰ পৰিয়ালত যাৰ আৰ্থিক সচ্ছলতাৰ স্মৃতি সম্পূৰ্ণ সতেজ হৈ আছিল। হলীৰাম ডেকাৰ জন্মৰ দেৰ বছৰ পিছতে দ্বিতীয় ভ্ৰাতৃ ভৃগুৰামৰ জন্ম হয়, আৰু হলীৰামক তুলিবলৈ লয় সদ্য বিধবা আইতাকে, আৰু তেখেত আদৰৰ মণি আছিল দদায়েক বিষ্ণুমলৰ (ৰঙা খুৰাৰ)।

শিশু হলীৰামৰ চাক্ষুস বিবৰণ পাওঁ ভাগীৰ দেৱী জেঠাৰ পৰা," হলীৰাম? গতে ঠেন্ ঠেইনা আছিল, আদৌৰা (আদৰুৱা), বেমাৰী। তাক মাতপাই নৰাহ সিফালে আউবেকে (আইতাকে) খেদি আহিহবো, ইফালে দাইদাকে (দদায়েকে) টাঙান লৈ আহিব। পেক্ পানী নুচই, পুথি পঢ়ি থাকে।" শ্ৰী ভবেশ্বৰ ডেকাই হলীৰাম ডেকাৰ শিশু কালৰ কথা, স্বাস্থ্যবান - সৰ্থেবাৰীৰ পানীত সাতুৰি - নাদুৰি মাছ পুঠি ধৰি ডাঙৰ হোৱা বুলি বৰ্ণনা কৰিছে যদিও বাস্তৱতে হলীৰাম ডেকাই পয়চল্লিস বছৰ বয়সত, নিজে খন্দোৱা নিজৰে ভৰলুমুখৰ পুখুৰীত





সাতুৰিব শিকিছিল। হলীৰাম ডেকাৰ একেবাৰে অভ্যন্তৰৰ পৰা বোকা-খহা, নিজে বাৰীৰ কাম কৰা, বা যি কোনো শাৰীৰিক শ্ৰমৰ (ব্যায়ামৰ বাদে) প্ৰতি আন্তৰিক বিতৃষ্ণা আছিল। এনে "ডাঙৰীয়া সুলভ মনোবৃত্তিত" অবিহনা যোগাইছিল পিতৃ জয়ৰামৰ উচ্চাভিলাষে।

ঊনৈশ শতিকাৰ শেষৰ পৰা ইংৰাজী শিক্ষা আৰু চাহাবৰ অনুগ্ৰহত বহু সাধাৰণ পৰিয়ালে মুখফুটা পৰিয়াললৈ উন্নত হোৱা জয়ৰামে দেখিছে। ভূমিকম্পৰ হেতু নিজৰ আধাতে সমাপ্ত হোৱা শিক্ষা আৰু অপূৰ্ণ উচ্চাভিলাষ "পুথি পঢ়ি থকা" হলীৰামৰ যোগেৰে পূৰণ হোৱাৰ সপোন দেখিছিল তেখেতে। ছাত্ৰবৃত্তি পৰীক্ষা দিয়ালৈ শিশু হলীৰামক দেউতাকে নিজে বিশেষ নাওঁৰে, নাৰ্বৰীয়া লৈ বৰপেটা চহৰালৈ লৈ গৈছিল। হলীৰাম ডেকাৰ সেই অভিজ্ঞতাৰ ছাঁয়া আমি "বাসিভাত" গল্পত দেখোঁ। মজলীয়া ইংৰাজী স্কুলৰ শিক্ষা লাভ কৰে হলীৰাম ডেকাই বজালীৰ চৌধুটি গাওঁত থাকি। তাত তেখেতৰ অভিভাৱক আছিল স্কুল শিক্ষক "জানকি বাবু" (জানকিৰাম দাস)। বজালীৰ অভিজ্ঞতা হলীৰাম ডেকাই নিজৰ জীৱনত প্ৰায়ে ব্যক্ত কৰিছিল আৰু চুটি গল্পটো ঠাই দিছিল - বিশেষকৈ "দীপ-শিখা" আৰু "দূত-পখী" নামৰ গল্প দুটিৰ বক্তব্য সম্পূৰ্ণ একে। কিশোৰ নায়কৰ মাকক লগ পাবলৈ আকুল আগ্ৰহ একে সময়তে নিজৰ প্ৰাক - কিশোৰী বান্ধৱীক এৰি যোৱাৰ বেদনা। বৰপেটাৰ দুবছৰ কাল আৰু গুৱাহাটীৰ দুবছৰ কাল - 'বহা বান্ধি থকা, পাল পাতি ভাত বন্ধা আৰু কলবাৰী (বৰ্ত্তমান কামাখ্যা - চক্ৰেশ্বৰ), কুমাৰপাৰাৰ কাঁহাৰৰ ঘাটিলৈ গৈ গাওঁৰ মানুহক লগ ধৰাৰ আৰু কামাখ্যাত ঢেকীয়াপতীয়া বাঘৰ গোঁজৰণিৰ বাদে আন ঘটনাৰ বিৱৰণ তেখেতে নিজৰ সৰাছোৱালীক কোনো দিন দিয়া নাই। আনহাতে, কটনত পঢ়াৰ কালৰ, শিক্ষক সকল সম্বন্ধে, কৃষ্ণ চৌধুৰী পৰিয়ালত থকা কালৰ ঘটনাৰ বৰ্ণনাৰ ওৰ নপৰিছিল।

ৰায় বাহাদুৰ কৃষ্ণচন্দ্ৰ চৌধুৰীৰ ঘৰত হলীৰাম ডেকাই আশ্ৰয় পাইছিল কৃষ্ণ চৌধুৰীৰ নাতি দুজন ভুবন চৌধুৰী আৰু ৰমেশ চৌধুৰীৰ গৃহশিক্ষক ৰূপে। এই সম্বন্ধ কৰ্ম্মদাতা কৰ্ম্মচাৰীৰ সম্বন্ধ নাছিল। হলীৰাম কৃষ্ণ চৌধুৰীৰ প্ৰিয় অনুচৰ (pet) আছিল। ৰায়বাহাদুৰৰ লগত হাট-বজাৰ কৰাৰ অভিজ্ঞতা (কাঁচি বজাৰত মাছ পছন্দ হলে নদীয়ালে বা পোহৰীয়ে মাছ পাছিৰে সৈতে চৌধুৰীৰ উজান বজাৰৰ ঘৰত দি আহিব লাগিব, কাৰণ লেণ্ডো গাড়ীত মাছৰ গোন্ধ আহিব। পইচা পিছদিনাখন "সৰকাৰৰ" পৰা বুজি লব)। নতুন মটৰ গাড়ী কিনি শিলঙলৈ যোৱাৰ অভিজ্ঞতা (ঘূৰি আহোঁতে ড্ৰাইভাৰে ভয়তে 'আৰু চলাব নোৱাৰো' বোলাত গৰু গাড়ীত থুটি মটৰ গাড়ী গুৱাহাটীলৈ অনাৰ ঘটনা) এনে দৰে এশ এটা ঘটনা (গোপী বৰদলৈৰ বাঘ চিকাৰৰ অভিজ্ঞতা, ৰোহিনী চৌধুৰীৰ "এম, এ" দিয়া গল্প, বাস্তুপতী ফকৰুদ্দিনৰ বিয়াৰ গল্প ইত্যাদি) বৰ্ত্তমান লিখকক কৈছিল। কিন্তু নিমাত আছিল দুটা বিষয়ত। গুৱাহাটী তথা কামৰূপৰ আঢ্যৱন্ত লোকৰ দৈনিক মেলা যি কৃষ্ণ চৌধুৰীৰ ঘৰত বহিছিল তাত নিম্ন মধ্যবিত্ত পৰিয়ালৰ পৰা অহা হলীৰাম ডেকা বাজৰ (peripheral) মানুহ আছিল। সেই





সময়াতে নিশ্চয় এই সমাজৰ পৰা হলীৰাম ডেকা কোনো ঘটনাত অত্যন্ত অপমানিত হৈছিল বা অপমানিত বোধ কৰিছিল। ঘটনা হয়তো "সামান্য" আছিল কিন্তু অপমান বোধ অতি গভীৰ আছিল। প্ৰত্যক্ষ ভাৱে এই ঘটনা হলীৰাম ডেকাই কাৰো আগত (পত্নী বা আনকি বৰ্ত্তমান লিখকৰ আগত) উল্লেখ কৰা নাই, কিন্তু পৰোক্ষভাৱে এই ঘটনা তেখেতে নিজৰ সাহিত্যত বাৰম্বাৰ অঙ্কন কৰিছে। 'অলকালৈ চিঠিত' নায়ক প্ৰকাশে - উপনায়িকা অৰুণাৰ লগত বিবাহ পাশত আবদ্ধ হোৱাৰ প্ৰধান বাধা আছিল, অৰুণাৰ দেউতাকে নায়কক আদি যৌবন অৱস্থাত "পিতলৰ গিলাছত" চাহ যাচিছিল। "বিয়া বিভ্ৰাটৰ" হোতা ভোগধন হাজৰিকাই নিজৰ ছোৱালী অমলপ্ৰভাক চাহবাগিছাৰ মালিক শিৱনাৰায়ণ বৰুৱাৰ নাতি লৰা লবঙ্গকুমাৰক বিয়া দিবলৈ আপত্তি দৰ্শাই কৈছে - "বাইশ বছৰ আগেয়ে শিৱনাৰায়ণ বৰুৱাই মোৰ হাতৰ পৰা চাহ - পাতৰ পাচি লথিয়াই পেলাই দিছিল।" হলীৰাম ডেকাৰ এই অপমান বোধৰ উৎস অনুমান কৰিব পাৰি, আৰু অপমান কাৰকৰ "সমানৰ ঘৰ" চান্দকুচীয়া বৰুৱাৰ ঘৰত নিজৰ বিয়াৰ সম্মতি দিয়াৰ ইয়ো এটা কাৰণ হব পাৰে।

যিয়েই নহওক, এইকালতেই হলীৰাম ডেকাৰ "ভেমহীন অসমীয়া ডাঙৰীয়া" হোৱাৰ অদম্য হেঁপাহ সৃষ্টি হৈছিল সি অনস্বীকাৰ্য্য। তেখেতৰ প্ৰতিটো চুটি গল্প বা পত্ৰোপন্যাসৰ প্ৰতিখন পত্ৰতে এই অসমীয়া ডা-ডাঙৰীয়া, উচ্চ আমোলা আৰু অৱসৰ প্ৰাপ্ত আমোলা, ৰায়বাহাদুৰ, ৰায়চাহাব, "সদৰ আমিনৰ বংশৰ" প্ৰতি প্ৰত্যক্ষ বা পৰোক্ষ কটুক্তি আছে। আনহাতে তেখেতৰ নিজৰ জীৱনৰ উচ্চাকাংক্ষা আছিল চহৰীয়া, অসমীয়া "ডাঙৰীয়া" হোৱাটো। উচ্চ চৰকাৰী পদ, বহু মাটি, হাউলীৰে সৈতে প্ৰকাণ্ড ঘৰ, অসংক্ষ লৰা - ছোৱালী, চাকৰ - নোকৰ, বহু আশ্ৰিত পৰিজন (আশ্ৰয়ৰ প্ৰয়োজন প্ৰকৃততে থাকক বা নাথাকক), বহু জনৰ উপকাৰকৰ্ত্তা, উপদেশদাতা, সভাত সভাপতি বা নিৰ্দ্দিষ্ট বক্তা, সু সাহিত্যিক ("আগেয়ে প্ৰায়বোৰ হাকিম হুৰ ডেপুটিয়ে লিখক আছিল" গল্প - দিন সলনি হ'ল), ৰাইজে প্ৰত্যক্ষত "দেউতা" বুলিব, পৰোক্ষত "ডাঙৰীয়া" বুলিব এয়েই তেখেতৰ অভিলাষ। আনহাতে নিম্ন মধ্যবিত্ত পৰিয়ালত উপজি - ঔষধৰ বাবে শিকি এটি নোহোৱা বা ৰাতিৰ সাজৰ বাবে চাউল নোহোৱা মানুহৰ লগত ডাঙৰ হৈ তেখেতে মানবীয়তা বোধ বিসৰ্জ্জন দিবও নোৱাৰি দ্বিমুখী শ্ৰোতত পতিত হ'ল সাহিত্যিক স্বৰূপে।

১৮৮০ মানৰ পৰা ১৯৬০ মানলৈকে অসমীয়া সমাজত 'শিক্ষাৰ' দৰে 'সাহিত্যও' আছিল এক সামাজিক উন্নতিৰ সাঁজুলি। হলীৰাম ডেকাই সম্পূৰ্ণ সাহিত্য সৃষ্টিৰ তাড়নাত লিখিছিল নে নিজৰ সামাজিক উন্নতিৰ বাবেও লিখিছিল কোৱাটো টান - বোধ হয় দুয়োটাই। এনে প্ৰশ্ন তোলাৰ কাৰণ হৈছে - অসম সাহিত্য সভাৰ পত্ৰিকাত (কোন সংখ্যা মনত নাই) "নাঙলু" (হলীৰামৰ ব্যঙ্গ ৰূপ) নামে এটি গল্প প্ৰকাশ হৈছিল, যত কঁহাৰৰ লৰাই অসমীয়া সাহিত্যৰ দৰে পবিত্ৰ বস্তুত হাত দিয়াত গল্প লিখকে ৰীতিমতে ক্ষোভ প্ৰকাশ কৰিছিল। বাস্তৱতে

হৈছিল কি কামৰূপ গোৱালপাৰাৰ আঢ্যবন্ত শ্ৰেণীয়ে উজনি অসমৰ তথাকথিত অভিজাত বৰ্ণহিন্দু পৰিয়াল সকলক "বাগানীয়া চাহাবৰ লেজত ধৰি" (প্ৰকৃত শব্দ সালীনতাৰ হেতু দিয়া নহ'ল) ডাঙৰ হোৱা বুলি ধৰি লৈছিল। হলীৰাম ডেকাইও কামৰূপ - গোৱালপাৰা নিবাসীৰ দ্বাৰা প্ৰকাশিত, সম্পাদিত "চেতনা" আৰু "আৱাহনতে" সৰহ সংখ্যক চুটি গল্প, প্ৰবন্ধ প্ৰকাশ কৰিছিল। "দ্বিতীয় পক্ষ" গল্পৰ লিখক নায়কে তেখেতৰ সৃষ্ট সাহিত্যৰ মূল্যাঙ্কনৰ প্ৰতি সম্পূৰ্ণ নিৰপেক্ষ বুলি অঙ্কন কৰিছে যদিও, বাস্তবতে হলীৰাম ডেকাই সৰহভাগ গল্প, প্ৰবন্ধ লিখিছিল সম্পূৰ্ণ পাঠকৰ পছন্দ অপছন্দক সম্মুখত লৈ। ("দ্বিতীয় কথা, লিখক সকলে মনে ধৰিব নোৱাৰাকৈ ভাবি যায় কোনবোৰ পাঠকৰ হাতত তেওঁলোকৰ লিখা পৰিব আৰু তেওঁলোকে কেনেভাবে লব" - গল্পৰ বৰ্ত্তমান ঠাচ - হলীৰাম ডেকা)।

শ্ৰী ভবেশ্বৰ ডেকাই প্ৰকাশ কৰা তালিকা মতে হলীৰাম ডেকাৰ প্ৰকাশিত অসমীয়া চুটি গল্পৰ সংখ্যা চিয়াল্লিশটা। কোনো ক্ৰমিকতা নোহোৱাকৈ গল্পৰ তালিকা - শুভক্ষন, প্ৰব্ৰজিত, সহজীয়া, জীৰ্ণ-কাষ্ঠ, প্ৰীতিলতা, বিধান, স্মৃতিদীপ, সুখ-মৃত্যু, চন্দ্ৰ-গ্ৰাস, দীপ-শিখা, যোদ্ধাৰ, বিধিবাম, পেৰাকাকত, জীৱন-সমাধি, ৰাজ-বন্দী, ছদ্মবেশ, ৰূপ-শিল্পী, জুলেখা, পানীগছা, ভেশছন, পৰ্ব্বতৰ টিঙৰ বঙলা ঘৰ, ফটোগ্ৰাফাৰ, প্ৰতিধ্বনি, উদ্দীপনা, ভ্ৰষ্টলিপি, সহজ সম্বন্ধ, বে বড়ে ভাই, ৰহন সনা, ভৱিষ্যত, দ্বিতীয় পক্ষ, মীটিং, আকৰ্ষণ, যুগল, মোৰ আঙুঠি হেৰাল কেনেকৈ, মাক পুতেক, শেষ দেখা, বালিভাত, অৱজ্ঞা, দিন সলনি হ'ল, বিয়া -বিভ্ৰাট, মানদণ্ড, মৰা-ঘোঁৰা, এটি পইচা, ফুটুকা, হঠাৎ এদিন, পৰাজয়। ইয়াৰ উপৰিও পখিলা আলোচনিত "দুতপখী" নামৰ এটি গল্প আৰু পচোৱাকে আদি কৰি বহু ক্ষণজীৱী আলোচনিত আৰু দহ-বাৰটা গল্প আছিল যাৰ চিন মোকামেই নোহোৱা হ'ল। বৰ্ত্তমান পাতনি লিখকে নিজেও জীৱনত "অজগৰ বৃত্তি" নীতি (মুখত পৰিলেহে খায়) অবলম্বন কৰাৰ ফলত এই অধিকাংশ গল্পই সংগ্ৰহ নহ'ল। সুধীজন, শুভাকাংক্ষীজন আনকি বৃত্তিজীৱী সাংবাদিক, সংগ্ৰাহক সকলক অনুৰোধ-উপৰোধৰ পিছত আৰ্থিক অনুদান আগবঢ়োৱাৰ পিছতো গল্প সংগ্ৰহ হ'ল মাত্ৰ মুষ্টিমেয়।

এজন লিখকৰ মাত্ৰ শতকৰা পচিশভাগ লিখিত গল্প পঢ়ি তেখেতৰ সাহিত্যিক স্বৰূপে মূল্যাঙ্কন কৰিবলৈ যোৱাটো চৰম ধৃষ্টতাই নহয় মুৰ্খামিও হব। শ্ৰীভবেশ্বৰ ডেকাৰ তালিকা মতে হলীৰাম ডেকাই প্ৰবন্ধ প্ৰকাশ কৰিছিল উনত্ৰিশটা, তদুপৰি আত্মজীৱনীমূলক 'কলিকতাই মোক কি শিকালে।" প্ৰবন্ধৰ ভিতৰত "গল্প" আৰু "গল্পৰ বৰ্ত্তমান ঠাঁচ" নিশ্চয় অৱশ্য পঠনীয়। হলীৰাম ডেকাৰ প্ৰবন্ধৰ উদ্ধৃতি ভবেশ্বৰ ডেকাই দিছে - "গাই এজনীৰ ধুনীয়া পোৱালী এটি মৰা অবস্থাত ভূমিষ্ঠ হ'লে যেনে হয়, অভিজ্ঞতাৰ পৰশেৰে জীৱন্ত নোহোৱা গল্পও ঠিক তেনেকুৱা।" প্ৰবন্ধ লিখকে নিজৰ চুটি গল্পৰ ক্ষেত্ৰত এই নীতি সম্পূৰ্ণভাৱে অনুধাবন কৰিছে নে সন্দেহ। তাৰ কথা আমি পিছত আলচিম।





কটন কলেজত পঢ়াৰ কালতে হলীৰাম ডেকাৰ আশা আকাংক্ষা, জীৱন দৰ্শন সকলো ঘনীভূত হয় নব্য হিন্দু জাগৰণ, গীতাভক্তি, সংসাৰত পোৱা সামাজিক মান মৰ্য্যাদা, নতুন 'স্বদেশীকতাৰ হাঁৱা' (প্ৰনিধানযোগ্য, হলীৰাম ডেকাইও "ইংৰাজৰ শিক্ষা" বৰ্জ্জনৰ পৰিকল্পনা কৰিছিল - আৰু দেউতাকৰ "আৰ্থিক দৈনাৰ দোহাইত" সেই পথ এৰে - কিন্তু বহু গল্পতে তেনে 'আধুনিক শিক্ষা ত্যাগী' সম্বন্ধে প্ৰশংসা সূচক উক্তিও আছে, বক্ৰোক্তিও আছে)। হলীৰাম ডেকাৰ 'উচ্চাশা' আছিল এম, এ পাচ কৰি কোনো কলেজত গণিতৰ অধ্যাপক হোৱাৰ, আৰু তাৰ বাবেই তেখেত্তে আপ্ৰাণ চেষ্টা কৰিছিল। স্নাতক পৰীক্ষাত 'অসম উপত্যকাৰ' পৰীক্ষাৰ্থীৰ ভিতৰত সৰ্ব্বোচ্চ নম্বৰ পাই উত্তীৰ্ণ হৈও সেই কালৰ অসম চৰকাৰৰ একমাত্ৰ স্নাতকোত্তৰ বৃত্তি তেখেতে নাপালে, পালে কোনোবা 'ডা-ডাঙৰীয়াৰ' নাতি-পুতিয়ে। এই অন্যায়ে হলীৰাম ডেকাৰ মনত এক স্থায়ী ৰুষ্টি ভাব আনিলে, তাৰ ছাঁ আমি তেখেতৰ বহু গল্পতে পাওঁ "মন্ত্ৰী মহলত আপোন কোনো নথকাৰ বাবে .......।" "ওপৰত কোনো ধৰোতা-মাতোতা মানুহ নোহোৱা বাবে ........।" "মোৰ বাবে ওপৰৱালাইতক কওঁতা কোনো নাছিল ......।" এনে ৰুষ্টি জীৱনৰ প্ৰতি দৃষ্টি তিৰ্যকেই নহয়, ভ্ৰান্ত কৰি তোলে। হলীৰাম ডেকাৰ নৈৰাশ্য আৰু বিমৰ্ষতাৰ কিঞ্চিৎ সাম কাটিল যেতিয়া "ইংৰাজ বিষয়াই স্বাভাবিক ন্যায় জ্ঞানেৰে" তেখেতক অযাচিত ভাবে ইঞ্জিনিয়াৰিং পঢ়িবলৈ চৰকাৰী বৃত্তি আগবঢ়ালে। পিতৃ জয়ৰাম ডেকাই হাততে সৰগ চুকি পালে যদিও কলা বিভাগৰ ছাত্ৰ, ৰুগীয়া, আটেঙ্গা, দুৰ্ব্বল দেহৰ হলীৰাম ডেকাই অভিযন্তাৰ বিদ্যা দেহ আৰু মণ দুয়োটাৰে গ্ৰহণ কৰিবলৈ টান পালে। হাইস্কুলৰ অভিজ্ঞতাৰ দৰেই শিৱপুৰৰ ইঞ্জিনিয়াৰিং পঢ়াৰ অভিজ্ঞতাও হলীৰাম ডেকাৰ লিখনিত পোৱা নাযায় (অলকালৈ চিঠিৰ - বিকল্প নায়ক অভিযন্তা আছিল) আৰু জীৱনতো ব্যক্ত কৰা নাছিল। পৰোক্ষ উক্তিত জনা যায় ধনী - দৰিদ্ৰ ছাত্ৰৰ জীৱন ধাৰাৰ পাৰ্থক্য, আৰু প্ৰাদেশিকতাবাদে শিৱপুৰত জীৱন দুৰ্ব্বহ কৰি তুলিছিল। ভূতৰ ওপৰত দানহৰ দৰে হলীৰাম ডেকা উপৰ্যুপৰি কালাজ্বৰ আৰু বসন্ত (মাজু আই) ৰোগগ্ৰস্ত হৈ পোনতে হাস্পাতালত থাকি আৰু কিঞ্চিৎ আৰোগ্য লভি গাওঁৰ ঘৰলৈ ঘূৰি আহে। অসমলৈ ফিৰি আহি ৰোগ বিদ্ধস্ত হলীৰাম ডেকাই পুনৰ ইঞ্জিনিয়াৰিং পঢ়িবলৈ যাবলৈ অমান্তি হ'ল আৰু মূৰত স্বৰ্গ ভাঙি পৰিল দেউতাক জয়ৰাম ডেকাৰ। পৰিয়ালৰ একমাত্ৰ আশা - ভাৰসাৰ স্থল, গুণি জ্যেষ্ঠ পুত্ৰই সুনিশ্চিত উন্নতিৰ পথ ইঞ্জিনিয়াৰিং এৰি এক অনিশ্চিত ভৱিষ্যত বাছি লৈছে। জয়ৰাম ডেকাৰ এই কেইবছৰত বৃদ্ধি হৈছে কেৱল পৰিয়ালৰ, আয়ৰ নহয়; দ্বিতীয় পুত্ৰ জন্ম - অকৰ্মন্য, তৃতীয় পুত্ৰৰ মগুল - ট্ৰেইনিং শিক্ষা, চতুৰ্থ, পঞ্চম, চষ্ঠ পুত্ৰ ইস্কুলৰ নিম্ন শ্ৰেণীৰ ছাত্ৰ, এতিয়া জ্যেষ্ঠ পুত্ৰই পৰিয়ালৰ ভাৰ ববলৈ অসন্মত - সেই সময়তে যে পিতা - পুত্ৰৰ মনোমালিন্য হ'ল তাক আৰু পিতৃৰ মৃত্যুলৈ জোৰা নাখালে। হলীৰাম ডেকাৰ লিখনিত, গল্পত, মাতৃৰ উল্লেখ কেৱা স্থলতো আছে, পিতৃৰ কথা "কলিকতাই মোক শিকালেত" আছে

কেৱল কষ্টি আৰু অভিমান ভৰা সুৰত। নিজ পিতৃয়ে তেখেতক "খীৰতী গাইৰ" ৰূপত দেখিছিল বুলি হলীৰাম ডেকাৰ বিশ্বাস আছিল। তেখেতে দুজন ভ্ৰাতৃক কিশোৰ কালৰ পৰা পঢ়াই - শুনাই বিয়া দিয়ালৈ সম্পূৰ্ণ, আৰু এজন অকৰ্ম্মনা ভ্ৰাতৃৰ তথা পিতৃ পৰিয়ালৰ খৰছ ওৰে জীৱন আংশিক ভাৱে বহন কৰিব লগা হৈছিল। সেই যুগত অসমৰ নিম্ন মধ্যবিত্ত পৰিয়ালৰ পৰা ওলাই অহা প্ৰায় সকলো অলপ স্বচ্ছল অৱস্থাৰ ব্যক্তিৰ মূৰতে এনে বোজা পৰিছিল তাক জানিও ডেকা অসন্তুষ্ট হৈছিল। একে সময়তে ভতিজা, ভাগিন, খুলশালী, 'দুৰাৱস্থা গ্ৰস্থ ভাল লৰাক' প্ৰয়োজনে - অপ্ৰয়োজনে পোহ-পাল দি ডাঙৰীয়া - সুলভ আত্মপ্ৰসাদ অনুভৱ কৰিছিল। ইয়াৰ পিছৰ জীৱন অংশ তেখেতে নিজে "কলিকতাই মোক কি শিকালেত" থূল-মূলভাৱে হলেও লিখি প্ৰকাশ কৰিছে, আন জীৱনী লিখক সকলেও যথেষ্ট বহল ভাবে বৰ্ণাইছে হেতুকে পুনৰুক্তি নিষ্প্ৰয়োজন।

এইখিনিলৈকে আমি দেখা পাওঁ হলীৰাম ডেকাৰ মানসিকতাত দুজন ব্যক্তি গঢ় লৈ উঠিছে - এজন কামৰূপ - গোৱালপাৰাৰ উচ্চ মধ্যবিত্ত 'ডাঙৰীয়া - হাকিম - মন্দুপ', আনজন নিম্ন মধ্যবিত্ত বা ক্ষুদ্ৰ ভূস্বামীৰ পৰা উচ্চ মধ্যবিত্তলৈ উঠিবলৈ আপ্ৰাণ চেষ্টা কৰা ব্যক্তি। হলীৰাম ডেকাৰ গল্পৰ নায়ক সকলৰ প্ৰথম চামৰো উন্নতিৰ আহিলা আছিল চৰকাৰি চাকৰি আৰু দ্বিতীয় চামৰ ব্যৱসায়। ওকালতি (শেষ দেখা), ডাক্তৰী (অলকালৈ চিঠি) আদি বৃত্তি আৰ্থিক দিশৰ পৰা লাভজনক বুলি তেখেতে ধৰা নাছিল।

প্ৰশ্ন হৈছে হলীৰাম ডেকাই নিজৰ সাহিত্য ৰচনাক কি ৰূপে লৈছিল? অলকালৈ চিঠিৰ "আত্মকথাত" তেখেতে লিখিছে, "মোৰ বহুত ডেকা বন্ধু লৰা-ছোৱালী উভয়ে ভুলকৈ বুজে যে মই লিখিব পাৰো ... ।" এই বাক্য শুদ্ধ বিনয়ো হব পাৰে, কিন্তু ইয়ে প্ৰতিষ্ঠা কৰিব "বুঢ়া চামে নাভাবে হলীৰাম ডেকাই লিখিব পাৰে।" হলীৰাম ডেকাই নিজকে সাহিত্যিক ৰূপে বাস্তৱ জীৱনত বিশেষ গুৰুত্ব দিয়া নাছিল। তেখেতৰ লিখিত ৰচনা, প্ৰবন্ধ বা গল্পৰ প্ৰতিলিপি সংৰক্ষণ কৰা দূৰৰ কথা, তাৰ তালিকাও ৰখা নাছিল (যি সাধাৰণতে প্ৰতিজন লিখকে কৰে)। ব্যক্তিগত জীৱনত তেখেতে শব্দৰ বৰ্ণ শুদ্ধি, ভাষাত ব্যাকৰণৰ নিৰ্ভুল প্ৰয়োগ, আৰু শুদ্ধ শব্দাৰ্থৰ ওপৰত অত্যান্ত গুৰুত্ব দিছিল, কিন্তু তেখেতৰ লিখনিৰ সম্পাদনা কালত আমি পাইছো বহুসময়ত "অমনোযোগিতাৰ নিদৰ্শন" বহন কৰিছে। অশুদ্ধ বৰ্ণশুদ্ধি ছপাশালৰ অৱিহনা বুলি ধৰি ললেও আন ক্ষেত্ৰত দেখা যায় - তেখেতে সাহিত্য ৰচনাক ব্যক্তিগত চিঠি - পত্ৰতকৈ অধিক গুৰুত্ব দিয়া নাছিল। অসমীয়া ভাষাৰ শ্ৰেষ্ঠ গল্পকাৰ হোৱাতকৈ মুখ্য ন্যায়াধীশ হোৱাৰ (সপোন দেখাৰ) উচ্চাকাংক্ষাই তেখেতৰ মনত অধিক গুৰুত্ব পাইছিল। আমি ভাবো তেখেতৰ সৰহভাগ গল্পই (আমি পঢ়িব পোৱা) সম্পাদকৰ তাড়নাত আৰু কিবা এটা লিখিব লাগে বুলি লিখা। বিশেষকৈ যেতিয়াই তেখেতে আৱাহনৰ সম্পাদক, যৌৱনৰ বন্ধু, অগ্ৰজ সদৃশ দীননাথ শৰ্ম্মাৰ পৰা অনুৰোধ পাইছে তেতিয়াই তেখেতে গল্প লিখিবলৈ কাপ মৈলাম লৈ বহিছে





আৰু গল্প স্বৰূপে খনিৰ পৰা বোকাৰ দমৰ (muck) লগতে বজ্ৰমণি নিষ্কাশণ কৰিছে। আৱাহনৰ যুগৰ অসমীয়া সাহিত্য, যাৰ "শ্ৰেষ্ঠ সাহিত্য সমালোচক" সকলৰ লিখনি পঢ়িলে সেই যুগৰ অসমীয়া সাহিত্য আৰু মূল্যাঙ্কন পদ্ধতি বুজি পায়, তেনে পটভূমিত হলীৰাম ডেকাই "ভৱিষ্যত" বা "ৰহস্যসনাৰ" দৰে আন্তৰ্জাতিক শ্ৰেষ্ঠ মানৱ গল্প কেনেকৈ লিখি উলিয়ালে সেইটোহে ভাবিবলগীয়া।

অসমৰ সাহিত্য পাঠক, সাহিত্য সমালোচক আৰু চুটি গল্প সঙ্কলনৰ সম্পাদক সকলৰ আদৰৰ ধন 'জনপ্ৰিয় গল্প' ৰে বড়ে ভাই' পঢ়ি আটায়ে আবেগাধিক্যত চকুপানী টোকে - কিন্তু হলীৰাম ডেকাই, আৰা জিলাৰ অন্ধ সুৰদাস চুলতানৰ লগত এঘন্টা, দু কাপ 'ভাড়ৰ চাহ' খাই যদি কথা পাতি চালে হেঁতেন, জানিলে হেঁতেন - চুলতানৰ মাহিলী আয় তাৰ বাবুৰ্চী ককায়েকতকৈ অধিক। তাক এইদৰে কোনেও অকলে শ্বিলঙলৈ যাবলৈ এৰি নিদিয়ে। অন্ধ চুলতানৰ ককায়েকক বিচাৰি অকলে শ্বিলং যাত্ৰা, "উদ্দীপনা" গল্পৰ বাউলীৰ মাকে বোৰ্খা পিন্ধি বাটত বাউলৰ গীত গোৱাৰ দৰে, অথবা "দীপশিখাৰ" গণিকা নায়িকাই ভিক্ষাৰীক আলষ্টাৰ কোট দান কৰা বা একে গল্পৰে মাৰোৱাৰী ভদ্ৰলোকে সন্ধিয়া 'পোৰ্ট ওৱাইন' খোৱাৰ দৰেই কষ্টকল্পিত। উনত্ৰিশ বছৰ বয়সত হলীৰাম ডেকাই "দীপশিখাৰ" বেশ্যা নায়িকাৰ দ্বাৰা নিষ্পাপ নায়কক নিজৰ সকলো সম্পত্তি দান কৰাইছে, ঠিক সেই একে বয়সতে লিখা গল্পত পুত্ৰ প্ৰণৱজ্যোতি ডেকাই তেওঁৰ গল্প "বেওৱাৰিচ লাচত", পতিতা নায়িকাৰ দ্বাৰা নিজৰ সপাপ ভূতপূৰ্ব্ব প্ৰেমিকৰ মৰা শ হাস্পাতালত বিক্ৰয় কৰাইছে। এক পুৰুষৰ ভিতৰতে জীৱনৰ প্ৰতি সম্পূৰ্ণ বিপৰীত দৃষ্টি ভঙ্গী। "উদ্দীপনা" গল্পৰ নায়কে গণিকা মহল্লাত বাস কৰি নিজৰ তোলনীয়া কিশোৰী কন্যাৰ লগত পুনৰ ব্যৱসায় আৰম্ভ কৰিলে। হলীৰাম ডেকাৰ বাদে আন দ্বিতীয় ব্যক্তিয়ে এই গল্পটো লিখা হ'লে সুধিলো হয় - কিহৰ ব্যৱসায়? হলীৰাম ডেকাক আমি ব্যক্তিগত ভাবে জানো বাবেই কবপাৰো সেই স্বতঃস্পষ্ট ব্যৱসায় আন যাৰে মূৰতে নহওক হলীৰাম ডেকাৰ চিন্তাত নাহে, এয়া নিতান্ত আৱাহনৰ পাঠকৰ বাবে লিখা গল্প (?)। আনহাতে মুচিজনৰ বক্ৰোক্তি আৰু পতীতালয়ৰ অধিকাৰীৰ মন্তব্যই ইয়াকো ভবাই তোলে - হলীৰাম ডেকাই তেতিয়াৰ সমস্ত অসমীয়া সমাজ তথা পাঠকক বিদ্ৰূপ কৰা নাইতে (taking for a ride)? সিও সম্ভৱ। উত্তৰ কেৱল তেখেতে দিব পাৰিলে হেঁতেন।

আমি আগেয়ে কৈচো বৰ্ত্তমান সংগ্ৰহৰ কেৱল দুটা চুটি গল্প আমাৰ তুলাচনীৰে আন্তৰ্জাতিক মানৰ (সৰহভাগ বিখ্যাত অসমীয়া গল্পকাৰৰ তেনে গল্প এটাও নাই)। যুগজয়ী চুটি গল্প কোনটো বুলি আমাক সুধিলে কম - যি গল্পই কোনো এক শাশ্বত সত্য বহন কৰে, যাৰ নায়ক - নায়িকাৰ চৰিত্ৰৰ নাম পৰিবৰ্ত্তন কৰি দিলে সেই গল্প পৃথিৱীৰ যি কোনো দেশৰ, যি কোনো সভ্যতাৰ, যি কোনো নগৰ-গাওঁতে সৰ্ব্ব কালতে প্ৰযোজ্য, সেয়েই শ্ৰেষ্ঠ গল্প। তেনে কঠিন মানৰ বাচনিত বৰ্ত্তমান সংগ্ৰহৰ মাত্ৰ দুটা গল্প উত্তীৰ্ণ হব। "ভৱিষ্যত" - প্ৰাচীন মিচৰৰ ফিনি'





নগৰী, জেৰুজালেম, ৰোমৰ জিউচৰ মন্দিৰ, ভাৰতৰ কাশী-কলিকতাৰ ৰাজ পথত, মন্দিৰৰ প্ৰাঙ্গনত, আধা পগলা, নঙঠা, সজ্ঞান, মানুহ এজনক দুদিন পেলাই থওক, তৃতীয় দিনাখন সঙ্কটাপন্ন ৰোগীৰ আত্মীয়, জুৱাৰী, ৰাজৰোষত পৰা ব্যক্তি লৰি আহিব তেখেতৰ ওচৰলৈ ভৱিষ্যত জানিবলৈ। আশঙ্কা, ভীতি বা লোভ নিবৃত্তিৰ লগে লগে ভক্তিও উৰি যাব কৰ্পূৰৰ সুবাসৰ দৰে। ভয় আৰু লোভেই মূলতঃ ধাইজৰ ভক্তিৰ উৎস এই অনিৰ্ব্বাণ সত্য "গীতাভক্ত" হলীৰাম ডেকাই প্ৰকাশ কৰাটো তেখেতৰ আভ্যন্তৰিণ সত্য উদ্দীপনাৰ ফল। দ্বিতীয় গল্প "ৰহন সনা" আৰু জটিল - স্বাস্থ্যবান পুৰুষ এজন নিজৰ ৰুগীয়া, কাম-শীতল পত্নীক লৈ অসন্তুষ্ট হৈ কাষৰ ঘৰৰ পীন পয়োধৰা যুবতী পৰস্ত্ৰীক বিচৰাটো বা পোৱাৰ জল্পনা কল্পনা কৰাটো আবহমান কালৰ সত্য। সেই লাস্যময়ী নায়িকাই গাভীন ছাগলী জনীৰ প্ৰতি কৰা অমানুষিক অত্যাচাৰে নায়ক পুলক শৰ্মাৰ সুপ্ত আভ্যন্তৰিণ মানবতা বোধ জাগ্ৰত কৰিলে। দৈহিক লালসা পৰাস্ত হ'ল বিশ্বজনীন দয়াৰ ওচৰত। বৌদ্ধ দৰ্শন অনুসৰি-মাৰ অন্তৰ্দ্ধান হ'ল - করুণা জাগ্ৰত হ'ল ব্যক্তিৰ চেতনাত।

"ভৱিষ্যত" আৰু "ৰহন সনা" দুয়োটা গল্পৰে ঘটনা অতি সাধাৰণ, দৈনন্দিন। ইয়াত কষ্টকল্পিত একো নাই। নাই ভাগাৰ মেৰ পেচ, নাই লিখকৰ কল্পনাৰ নিয়ন্ত্ৰনহীন ধাবন, নাই পাঠকৰ মনোৰঞ্জনৰ বাবে কৃত্ৰিম ৰহন। দুখৰ কথা হলীৰাম ডেকাৰ অধিকাংশ গল্পই এই উচ্চতা লভিব পৰা নাই। 'ভৱিষ্যত' গল্পত তেখেতে ভবিতব্যক জনাৰ আগ্ৰহক হাঁহিছে যদিও ভবিতব্যক হহাঁৰ সাহস নিজৰ জীৱনত নাছিল। আমি ব্যক্তিগত ভাৱে বহুবাৰ এই সমস্যালৈ আলোচনা কৰোঁতে তেখেতে কৈছিল যে কৈশোৰ আৰু যৌবনৰ আৰ্থিক দৈন্য আৰু সামাজিক আশ্ৰয়ৰ অভাৱে তেখেতক 'ভবিতব্যৰ' ওপৰত নিৰ্ভৰ কৰিবলৈ শিকাইছিল। 'ভগবানে যি কৰে অৱশেষত ভালকে কৰে', এই নীতিৰ ওপৰত ভৰসা কৰি তেখেতে ইঞ্জিনিয়াৰিং পাঠ এৰি দিছিল; গুৱাহাটী এৰি কলিকতা হাইকোৰ্টলৈ গৈছিল; বৰ্ত্তমান পাতনি লিখকে চাকৰি এৰি উচ্চতৰ শিক্ষা লবলৈ নাযাওঁ বোলাত 'সাহস নাই' বুলি কৈছিল আৰু বোধ হয় একে নীতিৰে সাহিত্যও ৰচনা কৰিছিল। 'কলিকতাই মোক কি শিকালে', 'অৰুণালৈ চিঠি', 'ৰে বড়ে ভাই' সদৃশ গল্পত পোনে পোনে আৰু অলকালৈ চিঠিত মাজে মাজে এই "ভবিতব্য" দৰ্শন প্ৰতিফলিত হয়। পাৰত বহি দেখা 'ভবিতব্য' নৈৰ সোঁতৰ বৰ্ণনা আমি পাওঁ তেখেতৰ সৰহভাগ চুটি গল্পতে। বৰ্ত্তমান পাতনি লিখকৰ "সোধা নহল" চুটি গল্পটো হলীৰাম ডেকাৰ "শেষ দেখাৰ" উত্তৰ স্বৰূপে লিখা, শেষ দেখাৰ গল্পৰ নায়কক ব্যঙ্গ কৰি। "চিত্ৰাক মই ভাল পাইছিলো - সেইটো সঁচা - কিন্তু ভালপোৱা আৰু বিয়া কৰোৱা দুটা বেলেগ কথা। ........ তদুপৰি জীৱিকাৰ বাট সম্বন্ধেও মই তেতিয়া বৰ সন্দিহান অৱস্থাত আছিলো।" .......... চকুলৈ চাবলৈ সাহ নহ'ল, অজানিতে এটা হুমুনিয়াহ আহিল। দূৰৰপৰা এবাৰ মুখ ঘূৰাই চালোঁ, দুৱাৰ জপোৱা।"

গল্পকাৰৰ এই সাহসৰ অভাৱেই হলীৰাম ডেকাক উত্তম (good) লিখকৰ শাৰীতে





ৰাখিলে, মহান (great) লিখক হবলৈ নিদিলে। দুবাৰ খন জাপ খোৱাৰ লগে লগে "শেষ দেখাৰ" নায়কে নায়িকাৰ জীৱন সম্বন্ধে হমুনিয়াহ কাঢ়াৰ অধিকাৰ হেৰুৱালে। "সোধা নহলৰ" নায়কেও ওৰে জীৱন হমুনিয়াহে কাঢ়িলে নিজৰ আৰ্থিক অক্ষমতা আৰু নায়িকাৰ অৰ্থগৃধ্নুতাক তুলনা কৰি। নিজৰ সাহসৰ অভাৱৰ কথা সচেতন মনলৈ অনাৰ সাহসো নায়কৰ নহ'ল। "ৰে বড়ে ভাই" গল্পৰ নায়িকা চৰিত্ৰ ছাহেৰা বানুই, "কি কৰিব নিয়মৰ শিকলিৰে বন্ধা।" ..... "নিয়মক ভৰিৰে মোহাৰি ছাহেৰা ওলাই যাব। দৰোৱানক বিচাৰিলে চাবি লাগে।" অন্ধ ভিখাৰী ছুলতানৰ প্ৰতিক্ষাৰ বাবে ইমান আয়োজন। বাস্তবতে ছাহেৰা বানু ওলাই গ'ল হেতেন নে? উত্তৰ দিয়াৰ সলনি বজ্ৰাঘাতত হত্যা কৰিলে লিখকে গল্পৰ নায়কক। হলীৰাম ডেকাৰ চুটি গল্প "দ্বিতীয় পক্ষ", যি সেই সময়ত অসমীয়া সাহিত্যত যুগান্তকাৰী যৌন স্বাধীনতাৰ গল্প বুলি পৰিগণিত হৈছিল, সি আছিল লিখকৰ অতি কষ্টকল্পিত পৰীক্ষা (experimentation)। আমি জনাত ত্ৰিশৰ দশকত অসমীয়া মধ্যবিত্ত পৰিয়ালত জাৰজ সন্তানৰ জন্ম দহ ক্ৰোশৰ ভিতৰত সকলো পৰিযালৰে অত্যন্ত মুখৰোচক আলোচনাৰ বিষয় বস্তু। দ্বিতীয়তে, জাৰজ সন্তানৰ মাতৃ যদি কাৰোবাৰ পৰিণীতা হয় সন্তানৰ জাৰজত্ব স্বীকাৰ কৰে কেৱল পতিৰ লগত প্ৰবল কাজিয়া আৰু বিবাহ বিচ্ছেদ আদালতত - অল্প চিনাকি ডেকা লৰা এজনৰ আগত নহয়। অত্যধিক কল্পনা প্ৰবনতাই হলীৰাম ডেকাৰ গল্পকাৰ স্বৰূপে দুৰ্ব্বলতা। ৰহন সনা, ভৱিষ্যত, পানীগছা আদি যি বোৰ গল্প সম্পূৰ্ণ বাস্তৱৰ জঁকাৰ (frame) ভিত্তিত সৃষ্ট, সেইবোৰেই তেখেতৰ শ্ৰেষ্ঠ গল্প।

অসমীয়া সাহিত্যৰ পাঠক সমালোচকে হলীৰাম ডেকাক মুখ্যতঃ চুটিগল্প আৰু ব্যঙ্গ সাহিত্যৰ ৰচক ৰূপে জানিলেও, তেখেতৰ সৰ্ব্ব শ্ৰেষ্ঠ সাহিত্য ৰচনা "তেখেতে লিখিবলৈ অপাৰগ প্ৰতিপাদন কৰিবলৈ লিখা "পত্ৰোপন্যাস" অলকালৈ চিঠি। এইখন এখন পুথি যি হলীৰাম ডেকাই নিজৰ সম্পূৰ্ণ প্ৰতিভা, সম্পূৰ্ণ মনোযোগ প্ৰয়োগ কৰি ৰচনা কৰিছে। 'প্ৰত্ৰোপন্যাস' বুলিলেও বাস্তৱতে ই এখন কাব্য গ্ৰন্থ যত চুটি গল্প আৰু উপন্যাসৰ আঙ্গিক ন্যাস সংমিশ্ৰিত হৈছে। নিম্ন মধ্যবিত্ত পৰিয়ালৰ পৰা অহা নায়ক প্ৰকাশ, ডাক্তৰি পঢ়াৰ কালতে উচ্চ মধ্যবিত্ত ঘৰৰ ছোৱালী, প্ৰবেশিকা পৰীক্ষাৰ্থিনী অলকাক লগ পায়। প্ৰবেশিকা পৰীক্ষা দিয়াৰ পৰা স্নাতক হোৱালৈ এই চাৰি-পাছ বছৰ - কিশোৰীৰ পৰা যুবতী হোৱাৰ কাললৈ নায়কে এলানি চিঠি লিখে। এই পত্ৰ গুচ্ছই "অলকালৈ চিঠি"। চিঠিৰ পৰা পৰিস্ফুট যে নায়ক অলকাৰ প্ৰতি আকৃষ্ট, আনহাতে অলকাৰ মন তেওঁ নাজানে। তদুপৰি নিজৰ অসম্পূৰ্ণ শিক্ষা আৰু আৰ্থিক বৈসম্যইও এক ব্যৱধানৰ সৃষ্টি কৰিছিল। পত্ৰ লিখাৰ কালচোৱাতে প্ৰকাশে ডাক্তৰি পাছ কৰি খুটি খাব পৰা হ'ল। অলকাৰ, উচ্চ বিত্ত পৰিয়ালৰ 'ইঞ্জিনিয়াৰ' এজনৰ লগত বিবাহৰ আয়োজন হৈও বিয়া ভাগি গ'ল। নায়ক ডাক্তৰে শ্বিলঙৰ যক্ষ্মা হস্পিতালত, ক্ষয় ৰোগিনী আটক ধুনীয়া, বিত্তবান পৰিয়ালৰ কন্যা অৰুণাক লগ পায়। অৰুণা





তেওঁৰ ভাল লাগে সেই কথা প্ৰকাশে অলকাৰ পৰা লুকাই ৰাখিবলৈ চেষ্টা কৰা নাছিল। পাৰ্থক্য হ'ল - নায়কে অলকাক ভাল পাইছিল আৰু অৰুণা তেওঁৰ ভাল লাগিছিল। কন্যা যোগৰ পৰা আৰোগ্য লভা অৰুণাৰ বিয়াৰ প্ৰস্তাৱ প্ৰকাশলৈ দিয়া হৈছিল নে সি স্পষ্ট নহয় যদিও, নায়কে অৰুণাক পত্নী ৰূপে গ্ৰহণ কৰিবলৈ মানসিকভাৱে অপাৰগ বুলি অলকালৈ চিঠিৰে জনায়, কাৰণ 'ডাঙৰীয়া', আঢ্যৱন্ত অৰুণাৰ দেউতাকে নিম্ন মধ্যবিত্ত নায়কক প্ৰথম যৌৱনত অপমানসূচকভাৱে 'পিতলৰ গিলাছত' চাহ যাচিছিল। বেচাৰি অৰুণাই এই অশোভন আচৰণত কোনো অংশ লোৱাৰ কথা প্ৰকাশে লিখা নাই। মোটৰ ওপৰত, অলকাৰ বিয়া ভগা, প্ৰকাশৰ দ্বাৰা অৰুণাৰ পৰিয়ালৰ মানসিক প্ৰত্যাক্ষান আৰু নিম্ন মধ্যবিত্ত নায়ক উচ্চ মধ্যবিত্তলৈ উন্নত হোৱাৰ সম্ভাবনা দেখি অলকাৰ অভিভাবকে প্ৰকাশলৈ ছোৱালী যাচে আৰু নায়কেও আনন্দ আৰু কৃতজ্ঞতাৰে তাক গ্ৰহণ কৰে। ঔপন্যাসিকে বোধহয় নিজৰ অজানিতে সূচাই গৈছে, উচ্চবিত্ত পৰিয়ালৰ বাবে নিম্ন মধ্যবিত্ত ঘৰৰ দৰা দ্বিতীয় নিৰ্ব্বাচন (second choice)।

"অলকালৈ চিঠিত" বৰ্ণিত কোনো ঘটনা, কোনো চৰিত্ৰই বাস্তৱ সম্ভাবনাৰ হেঙাৰ চেৰাই যোৱা নাই। নায়ক এজন সচ্চৰিত্ৰ, উচ্চাকাংক্ষী, শালীন যুবক আৰু নায়িকাকো তেনেদৰে অঙ্কিত কৰা হৈছে। কিতাপখনত পঢ়িব লগীয়া শ্ৰেষ্ঠাংশ হ'ল প্ৰকৃতিৰ বৰ্ণনা, বিশেষকৈ প্ৰকৃতিয়ে নায়কৰ মনত তোলা হৰ্ষ-বিষাদৰ খলকনি। নায়কৰ প্ৰথম সমুদ্ৰ দৰ্শনৰ দ্বাৰা সৃষ্ট অনুভূতিৰ বৰ্ণণা নিঃসন্দেহে অসমীয়া ভাষাৰ ব্যৱহাৰৰ এক শ্ৰেষ্ঠ নিদৰ্শন। পাতে পাতে ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতাৰ উদ্ধৃতিয়ে হলীৰাম ডেকাৰ 'ৰবিন্দ্ৰ উচ্ছাস' প্ৰমাণ কৰাৰ বাজে পুথি খনৰ সৌষ্ঠৱ বৃদ্ধি কৰা নাই। মোটৰ ওপৰত, "অলকালৈ চিঠি" নিঃসন্দেহে অসমীয়া ভাষাৰ উল্লেখনীয় উপন্যাস। আন সকলো বাদ দিলেও কেৱল ভাষাৰ লালিত্যৰ বাবেই "অলকালৈ চিঠি" অসমীয়া ভাষাৰ "অমৰ গ্ৰন্থৰ" "শাৰীত পৰিব। হলীৰাম ডেকাই নিজৰ চুটি গল্পৰ সংৰচনা আৰু ভাষাৰ সৌন্দৰ্য্যলৈ "অলকালৈ চিঠিত" দিয়া মনোযোগৰ চাৰি ভাগৰ এভাগ যদিও দিলে হেতেন, যুগান্তকাৰী অসমীয়া সাহিত্যৰ সৃষ্টি কৰিব পাৰিলে হেতেন।

'অৰুণালৈ চিঠি' হলীৰাম ডেকাই ন্যায়াধীশ পদৰ পৰা অৱসৰ প্ৰাপ্তিৰ কালত লিখিত আৰু মৰোণত্তৰভাৱে প্ৰকাশিত। "অলকালৈ চিঠি" গ্ৰন্থৰ উপনায়িকা অৰুণাৰ নামত এই পত্ৰ গুচ্ছ লিখিত যদিও, দেখা যায় পূৰ্ব্বৰ অৰুণাৰ লগত ইয়াৰ কোনো বাস্তৱ সম্বন্ধ নাই, আনকি চিঠিৰ মাজত স্থান বিশেষ 'অলকা' বুলি সম্বোধন কৰিছে যাক সম্পাদনাৰ কালত সংশোধন কৰিব লগা হৈছিল। প্ৰৌঢ়ত্বৰ অন্তত, বাৰ্দ্ধক্যৰ দুৱাৰ ডলিত হলীৰাম ডেকাই জীৱনত কি দেখিলে, কি শিকিলে, কি বুজিলে "অৰুণালৈ চিঠি" তাৰেই খতিয়নি। জীৱনৰ পৰা কি পালে - কি নাপালে সেই প্ৰশ্ন সযত্নে পৰিহাৰ কৰি গৈছে। ৰুগীয়া দেহা, ওৰে জীৱন সংসাৰৰ ঘানি টনাৰ প্ৰৱিশ্ৰান্তি, আৰু বাৰ্দ্ধক্যৰ সকলো পাইয়ো একো নাপালোৰ, নৈৰাশ্যৰ পটভূমিত 'অৰুণালৈ চিঠি' যেন ইতি সূচক (positive attitude) গ্ৰন্থ লিখিব পৰাটো হলীৰাম





ডেকাৰ চৰিত্ৰৰ সবলতাৰ পৰিচায়ক। অৱশ্যে এইটোও সঁচা যে ব্যক্তি এজনে নিজকে জীৱন যুদ্ধত 'কৃতকাৰ্য্য' বুলি প্ৰমাণ কৰিব পৰাৰ পিচত তেখেতৰ বহু তিক্ত অভিজ্ঞতাৰ স্মৃতি ফিকা হৈ যায়। হলীৰাম ডেকাই তেনেদৰে জীৱনত তিক্ততা পুহি ৰখাৰ অনাৱশ্যকতা - কোন মুধাফুটা ঘৰৰ পণ্ডিতে কেৱল 'নিম্ন মধ্যবিত্ত' ঘৰৰ পৰা অহাৰ বাবেই তেখেতক "হাকীম পদৰ অযোগ্য" ঠাৱৰাইছিল, অলকালৈ চিঠিৰ "অৰুণাৰ দেউতাক" কোন পৰিয়ালৰ আছিল তাক নজনালে। উল্লেখযোগ্য দুয়োজন ব্যক্তিয়েই হলীৰাম ডেকাক আমৰণ অত্যন্ত স্নেহ কৰিছিল আৰু 'ডেকা'ৰ কৃতকাৰ্য্যতাত গৰ্ব অনুভব কৰিছিল। তেখেত সকলে নিজৰ আচৰণত কোনো বিসঙ্গতি দেখা নাছিল।

হলীৰাম ডেকা ওপজাৰ এশ বছৰ আগৰ পৰাই অসমত, সামন্তত্ত্বৰ শাসন ভাঙি পৰিছিল। গোৱালপাৰাৰ বাদে আন জিলাত জমিদাৰী ব্যৱস্থাও প্ৰবৰ্ত্তন হোৱা নাছিল, এই মাজৰ এশ বছৰে অসমৰ সমাজত প্ৰতিষ্ঠিত হোৱাৰ উপায় আছিল কেৱল এটা, - চৰকাৰী আমোলা হোৱা। বৰপেটা, হাজো, সৰ্থেবাৰী, গোৱালপাৰা আদি ঠাইত মুষ্টিমেয় অসমীয়া ব্যৱসায়ী মহাজন আঢ্যৱন্ত আছিল যদিও তেখেত সকলৰ সামাজিক প্ৰতিপত্তি নাছিল। গুৱাহাটীতেই হলীৰাম ডেকাই পুঁজিবাদৰ উন্মেষণ দেখে। ৰায়বাহাদুৰ কৃষ্ণচন্দ্ৰ চৌধুৰী কেৱল "মুলুপেই" নাছিল, চাহবাগিছাৰ অধিকাৰীও আছিল, কিন্তু কলিকতালৈ গৈ হে হলীৰাম ডেকাই পুঁজিবাদৰ তৃতীয় স্তৰ, উৎপাদন আৰু পুঁজি দুয়োটাৰ লগতে পোনে পোনে সম্বন্ধ নোহোৱা শ্ৰেণীৰ মানুহক লগ পায়। তেখেতৰ গল্প উপন্যাসৰ নায়ক নায়িকা সকলো ঘাইকৈ সমাজৰ এইটো স্তৰৰ পৰাই অহা। হলীৰাম ডেকাৰ দৰেই এখেত সকলেও পুৰণি 'ডাঙৰীয়া সংস্কৃতিৰ' কাল সমাপ্তি বুজি পায়, আনহাতে নতুন উচ্ছাসী go-getter ব্যৱসায়িক সংস্কৃতিও গ্ৰহণ কৰিব টান পায়। এনে দ্বিমনাৰ প্ৰকৃষ্ট উদাহৰণ হলীৰাম ডেকাৰ "উদ্দীপনা" নামৰ গল্পটো। গল্পৰ নায়কে সৎ ভাৱে হাতীৰ ব্যৱসায় কৰি দেউলীয়া হ'ল, আনহাতে সফল ব্যৱসায়ী 'চাইকিয়া' যেয়ে কোটি সলাই সলাই চাহ বাগিছাৰ চাহাবক মটৰ গাড়ী বিক্ৰয় কৰে তেওঁৰ প্ৰতি লিখক অত্যন্ত বিৰূপ। হলীৰাম ডেকাই জীৱনৰ অন্তিম কাল চোৱাত নিজৰ চকুৰে দেখি গৈছে 'দেউতা' আৰু 'ডাঙৰীয়া' সংস্কৃতি হুকস্‌কৈ ভাগি পৰা, কিন্তু তেখেতৰ সহানুভূতি বৈ গ'ল পূৰ্ব্বৰ সমাজৰ শৃঙ্খলাবদ্ধতা, আপেক্ষিক সবলতা আৰু সামাজিক মূল্যবোধৰ প্ৰতি। 'দিন সলনি হ'ল গল্পৰ 'ৰায়চাহাব' গজধৰ তামুলীৰ প্ৰতি লিখক আৰ্থিক ভ্ৰষ্টাচাৰী ৰূপে বিৰূপ, কিন্তু তাতোকৈ অধিক বিৰূপ তেখেতৰ 'খাতুৰা' পিন্ধা পত্নী আৰু চেলিম শ্বাহ যেন গোঁফ ৰখা পুত্ৰৰ ব্যৱহাৰত। 'অৰুণালৈ চিঠি' নামত পত্ৰোপন্যাস হ'লেও বাস্তৱতে ই হলীৰাম ডেকাৰ প্ৰৌঢ় বয়সৰ জীৱন দৰ্শনৰ আলেখ্য। যি তেখেতৰ দোদুল্যমান মূল্যবোধৰ প্ৰতিচ্ছবি বহন কৰে। হলীৰাম ডেকাৰ আদৰ্শ মানস পুত্ৰৰ চৰিত্ৰ, বিয়া বিভ্ৰাটৰ 'দুটিৰাম', যিজনাই জীৱনত উন্নতি কৰিছিল সমাজৰ সকলো নীতি নিয়ম মানি। জীৱনদৰ্শন প্ৰতিজন ব্যক্তিৰ

নিজস্ব, তাৰ ওপৰত আনে মন্তব্য কৰাটো অশালীন।

হলীৰাম ডেকাৰ যৎকিঞ্চিৎ গ্ৰন্থ খন আমাৰ হাতৰ ওচৰতে আছে যদিও, বৰ্ত্তমান সংগ্ৰহত ইয়াত স্থান নিদিয়াৰ দুটি কাৰণ - গ্ৰন্থখন শ্ৰী চিত্ৰসেন যখৰীয়াৰ দ্বাৰা লিখিত বুলি প্ৰকৃত লিখক হলীৰাম ডেকাই স্বহস্তে লিখি গৈছে। ছদ্ম নামৰ লিখনি হলীৰাম ডেকাৰ সাহিত্য সম্ভাৰত অন্তৰ্ভুক্ত কৰাটো উচিত নে অনুচিত সি বিতৰ্কমূলক হেতুকে, তদুপৰি এই গ্ৰন্থৰ সংৰচনা আন তিনিখন গ্ৰন্থৰ লগত খাপ নোখোৱা হেতুকে ইযাক পৰিহাৰ কৰা হ'ল।

বৰ্ত্তমান লিখক হলীৰাম ডেকাৰ অতি ঘনিষ্ঠ আত্মীয় সেয়েহে তেখেতৰ সাহিত্যিক স্বৰূপে মূল্যাঙ্কন পক্ষপাতদুষ্ট হোৱাৰ সম্ভাবনা প্ৰচুৰ। আমাৰ মূল অসুবিধা হল, হলীৰাম ডেকাৰ নিজৰে সাহিত্যিক স্বৰূপে প্ৰতিস্থিত হোৱাৰ বিশেষ আগ্ৰহ নাছিল, অন্যথায় "অলকালৈ চিঠিৰ" পাণ্ডুলিপি সুদীৰ্ঘ ন বছৰ কাল 'প্ৰকাশকৰ অভাৱত' তেখেতৰ পেৰাত পৰি নাথাকিল হেঁতেন। অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীত হলীৰাম ডেকাৰ এক সুনিৰ্দ্দিষ্ট আৰু সুস্পষ্ট স্থান আছে যি হলীৰাম ডেকাৰ 'অনাগ্ৰহ' সত্বেও মচ খাই নাযায়। আজি হলীৰাম ডেকাৰ জন্মৰ এশ বছৰ পিছত আমি তেখেতৰ সাহিত্য সম্ভাৰ অতি সীমিত সংখ্যাত প্ৰকাশ কৰাৰ কাৰণ হল, যাতে অসমীয়া মুষ্টিমেয় সাহিত্যপ্ৰেমী পাঠক আৰু গৱেষকে হলীৰাম ডেকাৰ দ্বাৰা ৰচিত সাহিত্যৰ সোৱাদ লব পাৰে।

দোষ, ত্ৰুটি আৰু ন্যূনতাৰে সৈতে

বিনযাবং

**প্ৰণৱজ্যোতি ডেকা**

জানুৱাৰী ২০০১ খ্ৰী.



# সূচীপাত





**কলিকতা,**

**অলকা,**

তুমি চিঠি দিবা বুলি মই আশা কৰা নাছিলোঁ। দিয়াত অৱশ্যে ভাল পালোঁ, কিন্তু তোমাৰ অনুৰোধটো ফুটাই কৰিবলৈ টান পাইছিলোঁ, সেই কাৰণে তোমাৰ ভাইটিকে অনুৰোধ কৰিছিলোঁ চিঠি দিবলৈ, যদিও জানিছিলোঁ যে সি আখৰ জোটাবলৈকেহে শিকিছিল, চিঠি লিখিবলৈ শিকা নাছিল। তুমি কেনেকৈ বুজিছিলা মনে মনে তোমাৰপৰা চিঠি আগ্ৰহ কৰিছিলোঁ বুলি? তুমি নুবুজা হলেও মই বেয়া নাপালোহেঁতেন, কাৰণ জীৱনত দেখিছোঁ নুবুজাকৈয়ে ভালেমান কাম চলে, আৰু বহুত ক্ষেত্ৰত সেয়ে ৰীতিৰ স্থান পায়গৈ। তুমি যেনে ছোৱালী, এই কথাষাৰৰ বোধ হয় ব্যাখ্যা বিচাৰিবা। মই বৰং উদাহৰণ দিওঁ। বেৰত জেঠিয়ে টিক্‌টিকায় আৰু তোমালোকে ইপিনে মাটিত টুকুৰিয়াই কোবা- "সইত, সইত," ইয়াৰ কিবা যুক্তিসঙ্গত হেতু আছে নে? এনে উদাহৰণ আৰু বহুত আছে। তুমি বোধ হয় ভাবিছা, মই অনাৱশ্যকীয় কথা কৈছোঁ। ছোৱালীৰ লগত আৱশ্যকীয় কথা কবলৈ টান পাওঁ। তোমালোকে কেতিয়াও কামৰ কথা নোকোৱা, মই তোমালোকৰ লগত কি কামৰ কথা পাতিম? তুমি কিন্তু ওফন্দ নাপাতিবা দেই, মই সাধাৰণ ছোৱালীৰ কথাহে কৈছোঁ, তুমি অসাধাৰণো হব পাৰা। বোধ হয় অসাধাৰণ বুলিলেহে ভাল পাবা, কাৰণ ছোৱালীবোৰক হেনো অসাধাৰণ গুণৱতী বুলিলেহে ভাল পায়। মোৰ অলপমান খোকোজা আছে, গুণৱতী নে ৰূপৱতী? শাস্ত্ৰত বোধ হয় ছোৱালীক ৰূপৱতী বুলিলেহে ভাল পোৱাৰ কথা আছে, কিন্তু আজিকালি ল'ৰাক ৰূপহ আৰু ছোৱালীক গুণৱতী বুলিলেহে খাপ খোৱা উচিত।

তোমাৰ চিঠিত মোলৈ একেটা মাত্ৰ প্ৰশ্ন আছে; তাৰো যদি উত্তৰ নিদিওঁ, তুমি চাগে বেয়া পাবা। তোমালোকক এৰি আহি মোৰ মনটো কেনে লাগিছে? যেনে লগা যেন অনুমান কৰা তেনে লাগিছে। এইটো বোধ হয় ঠিক উত্তৰ নহল। যেনে নলগা হলে ভাল আছিল তেনে লাগিছে। অভাৱ বস্তুটো মই ভাল নাপাওঁ। ৰবা,- বাৰু যাওক।

মই তোমাক এটা অনুৰোধ কৰিব খোজোঁ - সৰু অনুৰোধ। মোলৈ চিঠি লিখা ইমানতে নাসামৰিবা। মোৰ ফালৰপৰা এটা কথা কৈ থওঁ,- চিঠি লিখোঁতে কেতিয়াবা মনৰ মাদকতাও কিবা কবগৈ পাৰোঁ, সেই কাৰণে কথাবোৰ কেতিয়াবা কেতিয়াবা তাৰ বাহিৰৰ দৃষ্টিত নলবা। কেতিয়াবা যদি অন্ধতাত তোমাৰ গালৈ কিবা ফন্দুটি মাৰোঁ, সেইবোৰো হাঁহি নিলগতে ধৰিবলৈ চেষ্টা কৰিবা। বেছি দূৰলৈ নাযাম বোধ হয়, গলেও ঘূৰি আহিম বুলি অলপ বেলি চাবা। কথা বহুত সময়ত কওঁ মনৰ খেদ পূৰাবলৈ, নিস্তব্ধ হৈ থাকোঁ বিষয়ৰ গভীৰতা অনুভৱ কৰিবলৈ, স্নেহৰ আবেগখিনি সামৰি লবলৈ।

তোমাক কিবাবোৰ কৈ অলপ বেয়াহে লাগিছে। বাৰু, আৰু নকওঁ। তোমাৰ ভাইটিক কলা যে মই তালৈ পোৱালী কেৰ্কেটুৱা এটা পঠিয়াম। তোমাৰ মাৰা-দেউতাৰাক মোৰ শ্ৰদ্ধা জনাবা। কিতীনলৈ মই এতিয়ালৈকে চিঠি লিখিব পৰা নাই, লিখিম। ইতি

তোমাৰ,

**প্ৰকাশ**



**কলিকতা,**

**অলকা,**

তোমাৰ চিঠিখন পাই ইংৰাজীতে তোমালৈ চিঠি লিখিবলৈ প্ৰবৃত্তি এটা হৈছিল, কিন্তু মোৰ ইংৰাজী পাঠটো চাগে ভাল নাপাবা, সেই কাৰণে নিজৰ ভাষাতে আৰম্ভ কৰিলোঁ। পৰাধীন জাতিবোৰৰ প্ৰাণবোৰত বোধ হয় এনেকৈয়ে মামৰে ধৰে। আমেৰিকাৰ কিছুমান আদিম অধিবাসীক বৰ্ত্তমান কৰ্ত্তৃপক্ষই চৰিয়াত মাছ জীয়াই ৰখা দি ৰাখিছে, সিহঁতক পুৰণি ধৰণে ঘৰ সাজি দিছে, পুৰণি ধৰণে থাকিবলৈ আহিলা-পাতি যতনাই দিছে, পুৰণি আচাৰ ব্যৱহাৰো ৰাখিবলৈ ব্যৱস্থা কৰি দিছে। অভিনয়টো ভাল হব পাৰে, কিন্তু এই মহানুভৱতাৰ গুৰিত এটা উপহাসৰ কলহাস্য নুশুনা নে? অলপ উজাই যোৱা দেখিবা, এই মহানুভৱসকলৰ পূৰ্ব্বপুৰুষসকল কি আছিল,- তেওঁলোকে আকৌ সেই দিনলৈ ঘূৰি যাব নে? সেই কাপোৰ পিন্ধিব নে? তেনেকৈ মাটিত বহি গাহৰি পুৰি খোৱা-কামোৱা কৰি ভগাই খাব নে? যদি তেওঁলোকে তেনে নকৰে, এই আদিমবাসীসকলৰ নগ্নজীৱন ধেমালিৰ সামগ্ৰী কৰিছে কিয়,- সিহঁত পৰাধীন, সম্বলহীন, সেই কাৰণে? আমিও তেনে চৰিয়াৰ পানীৰ মাছ!

তোমাৰ ধুনীয়া চিঠিখনৰ উত্তৰ দিবলৈ গৈ, মই দেখিছো সদায় কিবাখন লিখোঁ। তোমাৰ চিঠিখন সঁচাকৈয়ে ধুনীয়া। শব্দবোৰ তুমি মুখেৰে কোৱাৰ নিচিনা ল-নি হৈ ওলায়, শাৰী পাতি বহে, শান্ত হৈ কথা কয়, গোটেইখন চিঠি তোমাৰ মুখৰ দৰে প্ৰফুল্ল, অন্তৰৰ দৰে নিমজ, চকুযুৰিৰ দৰে লাজকুৰীয়া আৰু তোমাৰ অবয়বৰ দৰে লালিত্য-পূৰ্ণ। সামৰ্ণিটোও তোমাৰে নিচিনা আড়ম্বৰশূন্য। তোমালৈ অলপ ঈৰ্ষ্যা হয়। ঈৰ্ষ্যা নে আগ্ৰহ জানো! - ঈৰ্ষ্যা আগ্ৰহৰে নামান্তৰ।

তোমাৰ পৰীক্ষাৰ পঢ়াৰ বাবে চিঠি লিখিবলৈ সময় নোপোৱা বুলি শুনি সুখ পালোঁ।





মোৰ আৰু পৰীক্ষাৰ সময়ত কিতাপ মেলি লবলৈকে সময় নাপাওঁ, তাৰ বাহিৰে আন সকলো কামৰ বাবে সময় পাওঁ। পৰীক্ষা বোধ হয় পৃথিৱীৰপৰা উঠি গলে ভাল আছিল, নে কি কোৱা? মই যি জানো, জানো, পৰীক্ষকক দেখুৱালেহে জনা হব নে? আমাৰ আত্মসম্মানত আঘাত পৰা কথা, নহয় জানো' এই হিচাপত ঋষিসকলৰ পাঠশালাবোৰ বহুত ভাল আছিল। তেতিয়া পৰীক্ষা পাছ নকৰাকৈয়ে তোমালোক লীলাৱতী, গাৰ্গী, মৈত্ৰেয়ী আখ্যা পালাহেঁতেন আৰু আমি চৰক, শুশ্ৰুত অথবা বাদৰায়ণ, যাজ্ঞবল্ক্য আদি কোনোবা এজন হলোহেঁতেন। তেহিনো দিবসা গতা।

কথাৰ ৰাগীতে ভালেমান কথা কলোঁ। তুমি বিতুষ্ট নহবা। বিতুষ্ট হলেও মোৰ অলপ সাহ হৈ আছিছে। প্ৰীতিসম্ভাষণ। ইতি

তোমাৰ,

**প্ৰকাশ**

২৫

**কলিকতা,**

**অলকা,**

তুমি পৰীক্ষাত ভাল কৰা বুলি শুনি আনন্দ পালোঁ। ইয়াৰ পিছত কি কৰিবা, - কলেজত পঢ়িবা? সেইটো নহয় পিছৰ কথা, এতিয়া সম্প্ৰতি কি কৰিবা? কিতাপ পঢ়িবা? ছোৱালীয়ে কিতাপ পঢ়াতকৈ বা হাৰমনিয়ম লৈ গান গোৱাতকৈ গুণ্‌গুণকৈ দুফাকি বিয়াৰ গীত গাই তাঁতত বহি মাকো মৰাটো ভাল দেখি। মাকোটো হাতত লৈ কেৰ্ৰাহিকৈ যেতিয়া চায় তেতিয়া আৰু ভাল দেখি, তাতোকৈ ভাল দেখি যেতিয়া মাকে বা দেউতাকে মাতিলে আউলি জাউলি অবস্থাতে খৰধৰকৈ উঠি ওলাই যাব খোজে। এইবোৰ মোৰহে মনত লগা চিত্ৰ, তোমালোকৰ আগত আৰ্দশ হিচাপে দাঙি ধৰিবলৈ নহয়।

মই যিটো কথা লৈ আৰম্ভ কৰিছিলোঁ সেইটো প্ৰায় পাহৰিয়ে গৈছো। 'তুমি কি কৰিবা'ৰ অৰ্থ তুমি কিতাপ পঢ়িবা নে পুথি পঢ়িবা এইটো সোধা মোৰ উদ্দেশ্য নহয়। মোৰ উদ্দেশ্যটো তোমাক কবলৈ টান পাইছো। তোমাৰ নিশ্চয় এতিয়া আহৰি বেছি হব, অকলে বহি বহি কি ভাবিবা? তুমি যিহকে নাভাবা, মই কিয় সোধোঁ, - তুমি চাগে এনেকৈ ভাবিবা। তুমি কি ভাবা সেইটো মোৰ জানিবলৈকে ভাল লাগে। ভাবত মগ্ন থকা অবস্থাত তোমাক দেখিবলৈ কেনে





হব মই ইয়াৰপৰাই অনুমান কৰিব পাৰোঁ, কিন্তু তোমাৰ ভাববোৰ মই বগাই যাব পৰা হলে কেনে আনন্দ পালোহেঁতেন। অন্যায় কথা কলোঁ বোধ হয়, ক্ষমা কৰিবা। পালে পাবৰ ইচ্ছা ক্রমে বাঢ়ি যায়। লোভ নিৰস্ত কৰাই ভাল বুলি তোমাৰ চিঠিত যেন মোলৈ টানকৈ লিখা।

ঘৰৰপৰা বহুত দিন চিঠি-পত্র পোৱা নাই, সেই কাৰণেও মণটো অলপ অধীৰ হৈ আছে। মই আহিবৰ সময়ত আইৰ গা ভাল নাছিল, তেখেত বহুত দিনৰপৰা শুকাই খীণাই আহিছে - এই কাৰণেই মন বেছি উদ্বিগ্ন হৈ আছে। তুমি ওচৰত থকা হলে কথাপাতিও কিজানি অলপ মনটো পাতলাব পাৰিলোহেঁতেন। তুমি যদি বতাহৰ বোকোচাত ভৰ দি আহিব পাৰিলাহেঁতেন আৰু মই পুৱাতে মোৰ কোঠাৰ খিৰিকী মেলি দিয়াৰ লগে লগে পুবাৰ বতাহ ছাতিৰ লগত সূৰুযৰ কোমল হেঙুলী আভা হৈ সোমাই আহিলাহেঁতেন, মই কেনে আচৰিত আৰু মুগ্ধ হলোহেঁতেন! লৰালৰিকৈ তোমাৰ বাবে একাপ চাহ আনিবলৈ মেছৰ চাকৰক চকু পচাৰতে পাচিলোহেঁতেন। তুমি চাঁগে হাঁহি কলাহেঁতেন - "ব্যস্ত নহবচোন।" মোৰ এখন মাত্র চকিত পৰি থকা খালি চিগাৰেটৰ বাকচটো বাহিৰলৈ দলিয়াই পেলাই হাতেৰে চকিখন মোহাৰি তোমাক বহিবলৈ কৈ হাতত 'টুথ-পেষ্টৰ' নলি আৰু 'টুথ-ব্রাছ' লৈ মই ওলাই গলোহেঁতেন, গামোঁচা নিবলৈ পাহৰি তিতা মুখেৰে সোমাই আহি দেখিলোহেঁতেন যে তুমি মোৰ কাপোৰকানিবোৰ ভালকৈ থৈ লাহে লাহে হাঁহি আছা। মই মোৰ কোঁঠালীৰ দুৱাৰখন জপাই দিলোহেঁতেন এই ভয়ত যে কিজানি মোৰ কোনোবা মেছৰ সঙ্গীয়ে চকুৰে চাই তোমাৰ এচমকা সৌন্দৰ্য্য আৰু সুমিষ্টতা লৈ যায়। কিবাখন কলো নেকি, - পাহৰি যাবা।

চিঠি দিবা। ভাল দেই। ইতি

তোমাৰ,

**প্রকাশ**

৫

**কলিকতা,**

**অলকা,**

তোমাৰ চিঠি দিয়াত পলম হোৱাৰ কাৰণে মই ক্ষমা কৰিব নোৱাৰিলোঁ। ক্ষমা কৰিব পাৰি কোনবোৰ অপৰাধ জানা - যাৰ প্রতিকাৰ কৰিব নোৱাৰি, যেনে ঘৈণীয়েকে গাখীৰ ভালকৈ ঢাকি থবলৈ পাহৰিলে মেকুৰীয়ে খালে। হিচাপী গিৰিয়েকে দেখিলে যে মেকুৰীৰ পেটৰপৰা





সেই গাথীৰ উদ্ধাৰ কৰা টান, কাজেই ঘৈণীয়েকক সাৱধান কৰি দি সেই দিনাখনলৈ তেওঁক ক্ষমা কৰিলে। আমাৰ মেছত থকা ল'ৰাবোৰৰ অভ্যাস - ধোবা আৰু চাকৰক ক্ষমা কৰাটো। ধোবাই আমাৰ আধা-পুৰণি চুৰিয়া ফালিলে কওঁ - "ইবেলি দাম নাকাটিলোঁ, - মোৰ নতুন চুৰিয়াখন তেনেই ফালি আনিছ, - ইয়াৰ পিছত কিন্তু চাবি, এইবাৰলৈ তোক 'মাফ' কৰিলোঁ।" তেনেকৈ চাকৰক কিবা আনিবলৈ দিলেই সি যেতিয়া দুই এপইছা 'ফাও' মাৰে তাক কওঁ - "মই জানো, তই পইছা খাইছ, কিন্তু ভৱিষ্যতলৈ এনে কৰিলে তোক উলিয়াই দিম, - এইবাৰলৈ ক্ষমা কৰিলোঁ।" তোমাৰ কাম যে এই শাৰীত নপৰে তুমি বুজিবই পাৰিছা। ছোৱালীবোৰক হেনো টান কথা কলে অভিমান হয়, মই ঢিলা কথাৰেই কওঁ, মাতটো তোমাৰ নিচিনা কোমল হোৱা হলে আৰু ভাল পালোহেঁতেন - "চিঠি ঘণাই লিখিবাচোন।"

ইমান দিনে দুটা কামত মোৰ পলম সহ্য নহৈছিল, - এটা হৈছে, গা ধুই উঠিলেই মুৰ নাচোৰাকৈ মই নোৱাৰিছিলোঁ আৰু দ্বিতীয়তে কৰোবাৰ চিঠি পালে তেতিয়াই তাৰ উত্তৰ নিলিখি নোৱাৰিছিলোঁ, এতিয়া তৃতীয় উপসৰ্গ হ'ল, - তোমাৰ চিঠি পাই নাথাকিলে নোৱাৰিছোঁ। প্ৰত্যেক সপ্তাহত, নে দিনত, কোৱা। তাতকৈ যদি এটা মায়া হাতনি পেৰা থাকিলহেঁতেন, যিটো মেলিলেই তোমাৰ লগত কথা পাতিব পাৰি, দিনটোত তুমি বহুবাৰ উধাতু খাই লৰি আহিব লাগিলহেঁতেন।

ক্ষমা কৰিবা। ভালেখিনি বলিয়ালি কৰিছোঁ যেন লাগিছে। আনপিনে আৰু এটা সৰু ভাবে উক দিছে। জগতখনত অকল তুমি আৰুময়ে থকা নাই। ই অতি বৃহত আৰু ইয়াত বস্তুবোৰে ইটোৰ গাত সিটোৱে আউজি থিয় দি আছে। ইমানৰ মাজত একেটা বস্তুকে দেখাৰ অৰ্থ আনবোৰক পাহৰি যোৱা। সিও আংশিক অন্ধতা। অন্ধতা বহুত ৰকমৰ আছে, বলিয়ালি যেনে নানা তৰহৰ। এইবোৰ বিষয় বহলাবলৈ গলে তুমি মোক ডাক্তৰিবিদ্যাৰ পৰিচয় দিবলৈ যোৱা বুলি ভাবিবা। এইবোৰ কথা তোমাক কবলৈ অৱশ্যে মই ভাল পালোহেঁতেন, শুনোঁতাজন ভাল থাকিলে বক্তাৰ ওজস্বিতা আহে, মনৰ বলন শক্তিটোও বাঢ়ি যায়। আগেয়ে যদি তুমি কলেজত পঢ়াৰ বিপক্ষে কিবা কোৱা যেন পাইছিলা পাহৰি যাবা। পঢ়া, কলেজত পঢ়া। ছাঁই যেন কায়াটো নিগিলে সেইটোলৈ অৱশ্যে চাবা। মোৰ ধাৰণা হয় যে এদিন যদি ভাৰতীয় ৰমণীৰ শক্তি আহে, - উচ্চশিক্ষাৰ জৰিয়তেই আহিব, - পুৰুষৰ মুখৰ পূজাৰ বাণীৰে নাহে। বিঘিনি আজুকাল সকলো ঠাইতে আছে অকল কলেজত নহয়। আমি যদি কলেজত দিয়া শিক্ষা ভাৰতীয় ৰমণীৰ পক্ষে প্ৰকৃত শিক্ষা নহয় বুলি কওঁ, বা ছোৱালীক পঢ়ুৱোৱাৰ অৰ্থ পখিলী কৰা এনেবোৰ অভিমত প্ৰকাশ কৰোঁ, - এনে অৱস্থাৰ বাবে জগৰীয়া কোন? নিশ্চেষ্ট, 'মুখেন মাৰিতং জগৎ' - এই পুৰুষবোৰ নহয় নে?

তুমি, তোমালোকৰ ঘৰৰ খবৰ বাতৰি একোকে লিখা নাই। তুমি যদি এই দীঘলীয়া

আহৰিৰ সময়ত মাহীয়েৰাৰ তালৈ ফুৰিবলৈ যোৱা যাবা, সংযোগৰ তাঁৰডালি নাকাটিবা কিন্তু, পাৰিলে তাত টানকৈ নেপেলাবা। বৈজ্ঞানিকৰ ভাষাত কবলৈ হলে মোৰ উৎসাহৰ ভালেখিনি অম্লজান তোমাৰ ভৰিয়তে আছে। প্ৰীতিৰে সৈতে। ইতি

তোমাৰ,

প্ৰকাশ



বেলশৰ,

অলকা,

তোমাক নজনোৱাকৈ ঘৰলৈ আহিলোঁ, কামৰ লৰালৰিত। আচল কথা, হস্পিতাল-ডিউটিৰ হাত এৰুৱাই ছুটি পোৱা টান। এটা বিশেষ পৰ্ব্ব উপলক্ষে দুদিনমান ছুটি পালোঁ, তাতে আইৰো মাজে মাজে গা বেয়া বুলি শুনি আছিলোঁ, সেই ছেগতে এবাৰ ঘৰলৈ আহিলোঁ। আইৰ গা আগতকৈ ভাল, কিন্তু সম্পূৰ্ণ সুস্থ নহয়। বয়স গলে এবাৰ গা পৰিলে টঙাই উঠা বৰ টান।

মই ইয়াৰ আগতেও তোমালৈ ইয়াৰপৰা চিঠি লিখিবলৈ চেষ্টা কৰিছিলোঁ, কিন্তু কৃতকাৰ্য্য নহলোঁ। আজি যদিও লিখিবলৈ লৈছো ভাববোৰ যেন কিবা কথাৰ আঁৰত বৈ যায় এনে যেন লাগিছে। চমুকৈ কবলৈ গলে, অলপ লাজ লাজ লাগিছে। কলিকতাৰপৰা লিখিছিলোঁ আবেগত, তুমি যেন মোৰ মনত আছিলা ছন্দময়ী কবিতা, কিন্তু ইয়াত ভাব হৈছে তুমি যেন অত্যন্ত সত্য, নিতান্ত তেজ মঙহৰ এজনী ছোৱালী, ভৱিষ্যতলৈ কাৰো গৃহিণী হবা, কাৰো মাক হবা, কাকো বিৰক্ত হৈ গালি-শপনি দিবা, - তুমি যেন আমাৰ আইহঁতৰ নিচিনাই এগৰাকী দায়িত্ব সম্পন্না ঘৰমিয়াল তিৰোতা হবা, তাকেহে মই দেখিছোঁ। তুমিও কেতিয়াবা অভাৱত পৰিবা, তোমাৰো অসুখ হব, ল'ৰা-ছোৱালীৰ নৰিয়াত কেতিয়া চিকিৎসক আহে আহে বুলি ব্যস্ত থাকিবা, কেতিয়াবা অতি সামান্য কথাতে ওচৰ চুবুৰীয়াৰ কটু আলোচনাৰ বিষয় হবা, আদোষত নিন্দা শুনিবা, সাধাৰণ কথাবোৰে জীৱন অসহ্য কৰি তুলিব। গাওঁবোৰত তিৰোতাৰ জীৱনত মই তাকেই দেখিছোঁ। চহৰৰ তিৰোতাসকলতকৈ এওঁলোকে বহুত বেছি কাম কৰে, বহুত বেছি গৰিহনা পায় আৰু তেওঁলোকৰ মনুষ্যত্বও বহুত সময়তে লাঞ্ছিত হয়।

আমাৰ পদূলিমুখৰ আমগছ এজোপাত মৌ-মাখিৰ বাহ। কিছুমান মৌ-মাখিয়ে সদায় অহা যোৱা কৰি আছে, আৰু কেনেকৈ আহে, - গুণ্ গুণ্ টনাৰ দৰে পোনাই আহে, পোনাই যায়,





ক'তো পলম কৰিবলৈ এখন্তেকো যেন আহৰি নাই। এনে কৰ্মতৎপৰতাত বিশেষ সন্তোষ পোৱা যায় নে, - মই ভাবোঁ কেতিয়াবা। সেই বাহৰ ভিতৰতে আৰু কেতবোৰ মৌমাখি আছে, সিহঁতে একোকে নকৰে। তুমি সেইবোৰৰ বিষয়ে জানা নে নাই মই কব নোৱাৰোঁ, - মতা মৌমাখিবোৰৰ মন যোগাবলৈ আৰু সিহঁতক একান্তভাৱে হাতৰ তলত ৰাখিবলৈ ৰাণীজনীয়ে ৰূপহী হয়। মতাবোৰ মতলীয়া ৰস সৃষ্টিত নহয়, জীৱ সৃষ্টিত। ইয়াৰ পিছতে সিহঁতৰ মৃত্যু। মৌ-বাহখনি শৃঙ্খলতাৰ এটা অপৰূপ নিদৰ্শন। মানুহৰ ঘৰবোৰ যদিও অইন প্ৰণালীত গঠিত, তথাপি তাতো ৰাণীজনীৰ প্ৰভাৱ আৰু দায়িত্ব কম নহয় যেন লাগে।

আমাৰ গাওঁবোৰত প্ৰায়বোৰ মানুহে কাম কৰে, চহা বনুৱাবোৰে বিশেষকৈ। বেপাৰ সম্বন্ধে একো সুশৃঙ্খল ব্যৱস্থা নাই। সৰহভাগ বেপাৰ বিদেশীৰ হাতত, তাকো বেপাৰ বুলিব নোৱাৰা, ঠগিবৰ ফন্দি বুলিব পাৰা। শস্য পথাৰত থাকোঁতে বিদেশী বেপাৰীয়ে টকা লগাই যায়, - ধান হলে পতানৰ দামত, সৰিয়হ হ'লে জাবৰৰ দামত আৰু মৰাপাট হলে খাগৰিৰ দামত আৰু দুখীয়া খেতিয়কে বতৰত সেই দামতে বেচে। সেয়ে ছমাহ খাবলৈ নোজোৰা হয়। নিজে শস্যখিনি বজাৰত বিকা হলে অন্ততঃ তিনিগুণ দাম পালেহেঁতেন। গাওঁৰ মুখিয়ালবোৰেও কামত সহায় নকৰে, দিহা পোহাও নিদিয়ে। তেওঁলোকো ধনীৰ ওচৰত বহুতে ধৰুৱা। আৰু এশ্ৰেণীৰ মানুহ আছে যিবোৰে হাল কোৰ নধৰে, কোনোৱে জাতিৰ দোহাই দি, কোনোৱে বংশৰ দোহাই দি, কোনোৱে গৰিষ্ঠতাৰ ভাও জুৰি। গাওঁত সৰহভাগ দন্দ খৰিযাল, মামলা-মোকৰ্দ্দমাৰ বাবে এওঁলোক দায়ী। এওঁলোকে দুপইচা ঘাটে তেনেকৈ, আৰু অজলাবোৰক নি দুটা মিঠা কথা কৈ বিনা বানচে খটায়। পৰিতাপৰ কথা, - হাল নোবোৱা, কোৰ নপৰা মানুহবোৰ অসজ হলেও শ্ৰমিক আৰু বনুৱাবোৰতকৈ আমাৰ সমাজত সম্মানাস্পদ।

তুমি এইবোৰ কথাত ৰস পাবা নে নাই মই নাজানোঁ, কিন্তু এইবোৰ মোৰ চকুত পৰিছে বুলিয়ে তোমাক জনাইছোঁ। তোমাৰ মনত লগা বিষয়বোৰ তুমি মোলৈ লিখিবা বুলি আশা কৰোঁ। তোমালোকৰ চিৰ-কথিত - 'ফুলৰ মূৰ' নিলিখিবা, মই চানেকি চাই কনি বাছিব নাজানোঁ, সূতা লব পাৰো, ব তুলিব পাৰোঁ। কিন্তু আজি কালিৰ দিনৰ 'ৰুজ', 'লিপষ্টিক' সম্বন্ধে অলপ জানোঁ আৰু তুমি যেতিয়া কলেজলৈ আহিবাই এইবোৰ বিষয়ত ট্ৰেইনিং লোৱাৰ বা এপ্ৰেন্টিছ কৰাৰ দিন তোমাৰ চম্ভু চাপি আহিলেই।

তুমি কলেজত পঢ়া সম্বন্ধে দেউতাৰাই শেষ সিদ্ধান্ত কৰিলে নে নাই? মাৰাৰ সহায় লবা, তেখেতৰ মতেই গ্ৰাহ্য হব। ক্ষিতীনৰ মত জনাম নেকি! নাই, পিছত জনাম।

মই দুই চাৰি দিনতে কলিকতা পামগৈ। ইতি

তোমাৰ,

প্ৰকাশ

**কলিকতা,**

**অলকা,**

মই কলিকতালৈ আহিয়ে তোমাৰ চিঠি পালোঁ। অকল পোৱাই নহয়, পঢ়িলোঁ আৰু কণ্ঠস্থ কৰিলোঁ। তোমাৰ নিচিনা ছোৱালীৰ পক্ষে এনে অনিশ্চিততা মই মুঠেই ভাল পোৱা নাই। জীৱন নিশ্চয় বিলাসভূমি নহয়। কলেজীয়া জীৱন অকল বিলাসৰ বাবে নহয়। মই এই বিষয়ত তোমাৰ লগত সম্পূৰ্ণভাৱে একমত - যে এতিয়ালৈকে অকল ধনীৰ ছোৱালীয়ে কলেজত পঢ়িছে আৰু কিছুমান অভিভাৱকে দৰা যতনাব পৰা নাই বুলিয়ে ছোৱালীক কলেজত দিছে। তথাপি মই ভাবোঁ যে এইটো তোমাৰ নিষ্ঠুৰ ধাৰণা। তোমাৰ লগত তৰ্ক কৰা মোৰ পক্ষে অপ্ৰিয়, তথাপি মই কব খোজোঁ যে তোমাৰ এই সিদ্ধান্ত নিৰ্ভুল নহয়। তুমি ৰুছিয়াৰ ছোৱালীসকলৰ কথা কৈছা, মই বুজিছোঁ। কিন্তু ভাৰতৰ অৱস্থা ঠিক ৰুছিয়াৰ অৱস্থা সৈতে একে নে? ডাষ্টভস্কি বা মেক্সিম গৰ্কীৰ চিত্ৰিত নাযিকাসকলৰ দৰে কষ্টৰ সম্মুখীন তোমালোকে হবা নে? অকল দেশৰ বাহিৰে নিজৰ বাবে কৰিব লগীয়া জীৱনত একো নাথাকে নে? মোৰ দাম্ভিকতা বুলিব পাৰা, কিন্তু ছোৱালীবোৰে যেতিয়া অকল দেশৰ কথাকে কয় তেতিয়া মোৰ ভিতৰে ভিতৰে এটা সন্দেহ হয় যে এইটো এওঁলোকৰ পেটৰ কথা নে? যদিওবা হয়, নিজৰ আৱশ্যকতাবোৰ সঠিকভাৱে ধৰিব পাৰিছে নে? ইয়াত মোৰ পুৰুষোচিত লিপ্সা, আত্মপ্ৰবঞ্চনা বা দাম্ভিকতাৰ ভাব থাকিব পাৰে, আবহমান কালৰপৰা চলি অহা পাৰম্পাৰিক ৰীতিৰ দ ছাপ এটা মোৰ মনত থাকিব পাৰে, তথাপি মই কওঁ যে স্ত্ৰীৰ আত্মোৎকৰ্ষ আনকি সমাজৰ ফালৰপৰাও অতি আৱশ্যাকীয় আৰু প্ৰথম কৰ্ত্তব্য।

তুমি কব পাৰা যে কলেজত নপঢ়িলে জানো ছোবালীৰ শিক্ষা নহয়? হয়, কম হয়। আজি কালি আমাৰ ঘৰৰ সংসাৰখন নিতান্ত ঠেক, স্বাধীন চিন্তাৰ বাট অতি সঙ্কীৰ্ণ। কুলাচাৰ, লোকাচাৰ, অন্ধবিশ্বাসৰ প্ৰকোপ অত্যন্ত বেছি। ভাৰতীয়ৰ পৰাধীনতাৰ কাৰণ বিদেশীয়ে যিয়ে নিদিয়ক, আমিতো বুজোঁ কি আমাৰ ভীৰুতা, দুৰ্ব্বলতা, ক্ষুদ্ৰ স্বাৰ্থ পৰায়ণতা, এইবোৰ নহয় জানো? আমি এনে হবলৈ পালো কেনেকৈ? লৰাকালৰপৰা নিতান্ত নিজৰ সৰু স্বাৰ্থৰ বাবে ঘূৰি, সৰু কথালৈ মনোযোগ দি, কাল্পনিক বিভেদবোৰকে ডাঙৰ কৰি বয়সিয়াল অৱস্থাতো সেই একেবোৰ ভাবৰে ভাৰবাহী হৈ এই অৱস্থাত নপৰিছো নে? আমাৰ ঘৰবোৰত ডাঙৰ কথা নিশিকোঁ, সেয়ে জীৱনতো ডাঙৰ কথা আয়ত্ব নহয। যি ঘৰত মাকে নিজৰ ল'ৰা আৰু ওচৰ চুবুৰীয়াৰ ল'ৰাক সমানে আদৰ কৰি খুৱাই, ধেমালি কৰিবলৈ পঠিয়াই দিয়ে, সেই ঘৰৰ ল'ৰাই ডাঙৰ হলেও লোকৰ লগত সমানে স্বাৰ্থ মিলাই কাম কৰিবলৈ শিকে, আৰু যি ঘৰত মাকে বৰটো ল'ৰাক অকলশৰীয়াকৈ মাতি নি বেৰৰ আঁৰত গাখীৰৰ বাটি খুৱায়, ডাঙৰতো সেই ল'ৰা নিতান্ত স্বাৰ্থপৰ আৰু আপোনপেটিয়া নহয় নে? তুমি কবা যে এইবোৰৰ লগত

অহাত সি বোধ হয় কান্দি তেওঁৰ চৰণ উটুৱাই দিছিল। ভগৱানে নিশ্চয় তাৰ তেল নিদিয়া ঠৰঙা চুলি কেইডাল মোহাৰি মোহাৰি কৈছিল - "কচোন, আডাম, - তোৰ কি হৈছে ক? তই এই কেই দিনত শুকাই আধাখিনি হলি, - কচোন, তই কিয় কান্দিছ?" "প্ৰভু" - সি আৰম্ভ কৰিলে, (অৱশ্যে এই শব্দটো তেতিয়া সেই অৱস্থাত সি জানিছিল নে পিছত গোঁসাই সজ্জনে উলিয়ালে সেইটো যদিও নাজানো) - "মোৰ কি হৈছে, - মই নাজানো - দিনে নিশাই মোৰ এইখিনি হু হু কৈ পোৰে।" - এনে বুলি বুকুখনলৈ দেখুৱালে। বাইবেল-বৰ্ণিত ভগৱান নিজে অবিবাহিত, - তেওঁ তাৰ অসুখ ধৰিব নোৱাৰিলে। তেওঁ ভাবিলে যে এই খিনিতে অস্ত্ৰোপচাৰ কৰা উচিত। তেওঁৰ মৃদু চাৱনিটোকে anasthesia কৰি লাহেকৈ, (বোধ হয় নথেৰে) অপাৰেছন কৰিলে, - হাড় এডাল উলিযাই পেলালে। 'দুখতো নকমে, বেছিহে হ'ল - আডামে চিএঞৰিবলৈ ধৰিলে। তাৰ তেজেৰে তিতা মাটিখিনি হাড়ত সানি লৈ ভগৱানে কলে - "আডামে যিহত শান্তি পায়, তই সেয়ে হ।" হাডডাল গাভৰু ছোৱালীত ৰূপান্তৰিত হ'ল। আদি মাতৃ ঈভৰ তেনেকৈয়ে জন্ম হ'ল। আডামৰ বুকু ভাল হ'ল। ঈভে দুয়োলৈকে চালে, - চাই বোধ হয আডামক তেওঁৰ সমান-ধৰ্ম্ম দেখি তাৰ কাষতে বহিল। আডামৰ মুখলৈ কথা আহিল। আডামে চাগে ভগৱানলৈ চাই কলে - "প্ৰভু, তই যাবি হে এতিয়া।" ভগৱানৰ অলপ সময় বহাত আপত্তি নহলহেঁতেন, কিন্তু বেচেৰা ভদ্ৰলোক, উঠিল। ভগৱানেও বোধ হয় এটা নতুন সত্য দেখিলে আৰু ঘৰ নোপোৱালৈকে কিজানি মনে মনে ভাবি গৈছিল - "মই একো ধৰিব পৰা নাই। মানুহক মোৰ আকৃতি দিয়ে গঢ়িলোঁ, - কিন্তু আকৃতিহে এটা পালে, পূৰ্ণতা নাপালে।"

মযো আজি ভাবিছোঁ, - মযো সেইআডামৰে প্ৰতিকৃতি নেকি? নে চিম্পাঞ্জীৰ বংশধৰ? স্ত্ৰীহীন জীৱন এটা পৰিকল্পনা কৰিব নোৱাৰোঁ নেকি? মোৰ ঘৰৰ সমুখত ফুলি থকা ফুলবোৰলৈ চাওঁ। ইহঁতৰ বোধ হয় এই পোৰণি নাই, মনে মনে ভাবোঁ। অৰ্দ্ধমুকুলিত গৰ্ব্ব কেশৰ লৈ ফুলবোৰে যেতিয়া বতাহত উৰি অহা অথবা ভোমোৰাৰ গাত লাগি অহা পুংৰেণুবোৰলৈ অপেক্ষা কৰে - ইহঁতৰ চেন্সৰী নাৰ্ভছ থকা হলে কিবোৰ sensation - thought centreলৈ নিলেহেঁতেন, মই নিজকে সোধোঁ। অথবা যিবোৰ ফুলে অকল পুংৰেণু বিলাবলৈকে ফুলিছে সিহঁতৰ সেই পৰিব্যাপ্তিৰ অৱস্থালৈ এটা কিবা আকাঙ্ক্ষা আছে নে? সিহঁতৰ ভাবৰাজ্যত সোমাব নোৱাৰোঁ, এয়ে বেজাৰ। আকাশৰ অসংখ্য তাৰকা ৰাশিলৈ যেতিয়া চাওঁ, তেতিয়াহে মাত্ৰ এই চিন্তাকীৰ্ণ পৃথিবীলৈ পাহৰি যাওঁ। অৱশ্যে মোৰ সেই ভ্ৰমণতো তুমি সঙ্গী হোৱা হলে তৃপ্তি পালোহেঁতেন। ভগৱানে যেতিয়া মনৰ দুখত আডাম আৰু ঈভক নিৰ্বাষিত কৰিলে, - দুয়োকে পৃথিবীলৈ নমাই দি, অতিভাৰাক্ৰান্ত হিয়াখনি লৈ ঘৰমুৱা হব খুজিছিল, তেতিয়া তেওঁৰ অপাৰ কৰুণাত ইহঁতলৈ চাই কৈছিল, - "মোৰ একান্ত ইচ্ছা আছিল তহঁতে মোৰ লগতে থাকিবি।" সেই কাৰণেই বোধ হয় এতিয়াও ভগৱানৰ স্বৰ্গলৈ যোৱাৰ অধিকাৰ মানবৰ আছে, - কিন্তু White Australiaত Asiaticsৰ দৰে বাস কৰাৰ অধিকাৰ নাই।

মোৰ স্বৰ্গাৰোহণ বৰ্ণনা কৰিলে তুমি অৱশ্যে হাঁহিবা। কিন্তু তুমি যদি মোক সঁচাকৈয়ে অলপ প্ৰশ্ৰয় নিদিয়া, .......... থাওক। তুমি চিঠি নিদিলে বৰ অশান্তি পাওঁ। তোমাৰ ঘৰলৈ ডাক্তৰ হিচাপে গলোঁ, টকা নিদিলা স্পষ্টকৈ কব পাৰো ভিজ়টখিনি নাপালোঁ, মৰমৰ বাবে তাগিদ নচলে। কবোঁ চিঠি পোৱা নাই, চাকৰক সুধিব পাৰোঁ - "আজি ডাক অহা নাই?" কিন্তু অকল তোমাৰ চিঠিয়ে নাই, কাক কওঁ - "অলকাৰ চিঠি কিয় নাই?" আৰু তেনে অনুভূতি মাহেকে পষেকে এবাৰ হলে নহয় নিজৰ ছাঁটোলৈ চাইয়ে কলা - কিন্তু যদি এয়ে তোমাৰ অন্তৰৰ হৰি-নাম হয় - "কাক কবা, কেনেকৈ কবা?" তোমালোক ছোৱালীবোৰে একো নুবুজা যেন পাইছো। অকল বুজা নিজৰ অভিমান, বুজা চকুলো মচিবলৈ। তুমি ইয়াতকৈ বেছি বুজা বুলি অনুমান কৰোঁহঁক, নে কি কোৱা? তোমালৈ আৰু তোমাৰ ভাইটিলৈ মোৰ মৰম। ইতি

তোমাৰ,

**প্ৰকাশ**



ছিলঙ,

অলকা,

তোমাৰ চিঠিখন নিচেই ছুটি আৰু দেখোঁতে বৰ সৰল, - কিন্তু তোমাৰ প্ৰশ্নবোৰৰ সমিধান দিয়া মোৰ পক্ষে টান। তুমি আগত থকা হলে কিজানি মোৰ ভাব-ভঙ্গি চাই বুজিব পাৰিলাহেঁতেন, কিন্তু চিঠিৰে কেনেকৈ বুজাম ভাবি পোৱা নাই। তোমাৰ প্ৰশ্ন হৈছে - 'মই কি ভাল পাওঁ'! বৰ ডাঙৰ প্ৰশ্ন। মোৰ হামিওপ্যাথিক ডাক্তৰসকললৈ মনত পৰে। তেখেতসকলৰ প্ৰতি কিবা ব্যৱসায়গত বিদ্বেষ আছে বুলি নধৰিবা। মোৰ তেতিয়া ক্লাচ নাইন নে টেন। কিবা এটা অসুখ হৈছিল, এজন নতুনকৈ অহা হোমিওপ্যাথৰ ওচৰলৈ গৈছিলোঁ। মোলৈ প্ৰশ্নৰ কি জাউৰি! - "তুমি টেঙা খাবলৈ ভাল পোৱা নে মিঠা খাবলৈ ভাল পোৱা? শুই থাকিবলৈ ভাল পোৱা নে বহি থাকিবলৈ ভাল পোৱা? কথা পাতি ভাল পোৱা নে মনে মনে বহি থাকিবলৈ ভাল পোৱা?" মই তেতিয়া কেনে ৰকমে উত্তৰ দিছিলোঁ কব নোৱাৰোঁ, আজি মোক এইবোৰ প্ৰশ্ন সোধা হলে বোধ হয় ঠিক উত্তৰ দিব পাৰিলোহেঁতেন। তোমাৰ ভাগতো এতিয়া তেনে উত্তৰ হে পৰে নেকি কব পৰা নাই। মই যে কি ভাল নাপাওঁ তাকেহে কব নোৱাৰোঁ। মই কথা





কৰালৈও ভাল পাওঁ, নিস্তব্ধতাও ভাল পাওঁ। মই ৰ'দো ভাল পাওঁ, বৰষুণো ভাল পাওঁ। মই চিঠি লিখিবলৈকো ভাল পাওঁ, পাবলৈকো ভাল পাওঁ। অৰুণাৰ কথা পাহৰিবলৈকো ভাল পাওঁ, মনত কৰিবলৈকো ভাল পাওঁ। তোমাৰ খং তুলিবলৈকো ব্যস্ত হওঁ, মনত আঘাত পাবা বুলি ভাবিও কাতৰ হওঁ। চিকিৎসাতকৈ স্বাভাৱিক উপায়েৰে ৰোগীবোৰ ভাল হোৱাকে ভাল পাওঁ আৰু চিকিৎসা কৰিবলৈকো যাওঁ। নাচিবলৈ ভাল পাওঁ, কিন্তু হুমুনিয়াহো আছে। বৰষুণত ঘৰৰ ভিতৰ সোমাওঁ, কিন্তু বহুদিন তিতিবলৈ পোৱা নাই বুলিও দুখ আছে। এয়ে মোৰ ভাল পোৱা বেয়া পোৱাৰ ধৰণ।

কোন বস্তুৰ কি ভাল পাওঁ? - এইটো দুৰ্বোধ্য প্ৰশ্ন। তুমি যদি কিবা কথা খাতাংকৈ জানিব খুজিছা মোক বৰং তাকে সুধিবা। এনেবোৰ প্ৰশ্নৰ জালেৰে মোক নাবান্ধিবা। মই 'ইৰিটেটেড্' হৈ গৈছোঁ। কিন্তু ধনুৰ্ভঙ্গ পণ কৰি তোমাৰ আগৰপৰা পলাম কিয়? মই যি ভাবোঁ তাকে কওঁ - তোমাৰ প্ৰশ্নৰ লগত যদি নিমিলে সেইটো তোমাৰ লোকচান। মই ভাল পাওঁ শিৱদৌলৰ কলচিৰ আগটো - সেয়ে সোঁৱৰাই দিয়ে যে এসময়ত অসম প্ৰতিপত্তিশালী আছিল। মই ভাল পাওঁ কামাখ্যাৰ মন্দিৰটো - সেয়ে কয় যে অসমৰ ভাস্কৰ্য্য ভাৰতৰ ভিতৰতো তেনেই পিছ নাছিল, মই ভাল পাওঁ - আজান দিয়া মছজিদৰ ওখ মঞ্চখন - সেয়ে কয় এবাৰলৈ বিশ্বস্ৰষ্টাৰ ওচৰত একেলগে আঠু লওঁহি আহা। মই ভাল পাওঁ গুৱাহাটী-ছিলং ৰাস্তাৰ ওপৰলৈ লাহে লাহে উঠি যোৱা ভাজবোৰ। হব নে? যদি নহয় আধ্যাত্মিক (?) কথা কব লাগে, - ভাল পাওঁ - পৰিচয়ৰ প্ৰথমটো, বন্ধুত্বৰ শেষটো, বিৰহৰ গভীৰতাখিনি, আগ্ৰহৰ ব্যাকুলতাখিনি।

বেয়া লাগে কোনবোৰ তাৰ লিষ্টি তুমি খোজা নাই, কিন্তু বিচৰা হলে সেইখন হে পঠিয়ালোহেঁতেন। তথাপি দুষাৰ কওঁ। বেয়া লাগে নিজৰ মূৰ্খতা, আৰু বেয়া লাগে লোকক যেতিয়া তুমি পৰ বুলি ভাবা আৰু তেওঁ যেতিয়া তোমাক অযাচিতে আদৰ কৰে। উদাহৰণ মোৰ মনত পৰিছিল কিন্তু চিঠিৰ কলেবৰ নবঢ়াওঁ। অনামী সৈন্যৰ সমাধি-মন্দিৰ আছে কিন্তু অজান প্ৰেমিকৰ স্মৃতি জগতত কিহেৰে ৰাখে?

আকাশৰ নাম নজনা অসংখ্য তৰাবোৰক তুমি ভাল পোৱানে? সুপ্ত ৰজনীত সিহঁতে কিহৰ প্ৰদীপ জ্বলাই ৰাখে? ইতি

তোমাৰ

**প্ৰকাশ**







ছিলঙ,

অলকা,

আজি যদি কওঁ 'প্ৰাণাধিকা অলকা', ক্ষমা কৰিবা। নাটকীয় ভঙ্গিৰ বাবে তোমাক এনেকৈ সম্বোধন কৰিব খোজা নাই, এটা অবাস্তৱতাক সজীৱতাৰ আভৰণ দিবলৈ এনেকৈ মাতিব খোজা নাই। ভাষাই কিমান দূৰলৈকে মানুহক মনৰ কথা বুজাবলৈ সহায় কৰিব পাৰে? আজি এই নিশাৰ নিস্তব্ধতাত মোৰ প্ৰাণে কালৈ আন্দোলি উঠিছে? মোৰ বাবে কোনে সাৰ পাই আছে? কাৰ অন্তৰত মোৰ কথা জাগে? টোপনি ছাট্ কৰে চকুৰপৰা যোৱাৰ লগে লগে কাৰ কথা মোৰ মনত পৰিছে? যদি এটা প্ৰেৰণা অনুভৱ নকৰিলোহেঁতেন, যদি প্ৰাণৰ সাধৰ্ম্য অনুভৱ নকৰিলোহেঁতেন, মিঠা কথাৰে ছোৱালীক ভুলাবলৈ এই কথাৰ জাল নতৰিলোহেঁতেন। জানোঁ, - তুমি পদুমৰ দৰে নিৰ্ম্মল, ফটিকৰ দৰে স্বচ্ছ, আইৰ দৰে মহান, - সেয়ে আজি মোৰ ব্যথিত মন তোমাৰ কাষলৈ লৰি যায়। যদি শুই আছা উঠা, যদি সাৰ পাই আছা মোক সান্ত্বনা দিয়া, যদি তুমিও চঞ্চল হৈ আছা, এবাৰ জিৰাই লোৱা। মোৰ চকুৰপৰা এৰেলি টোপনি গলে আৰু নাহে। মই বাহিৰলৈ আহি চাইছোঁ, জোনাক। চেঁচা বতাহ, কিন্তু আকাশ মুকলি। এই অসীমৰপৰা কোনে মাতে? অনন্তৰ সেই আহ্বান এনে মিঠা লাগে কিয়? পৃথিৱীৰ সকু এই জীৱনকনি হেলাৰঙে এৰি যাই এটা নিৰ্ব্বিকল্প সমাধিত নিজক নিমজ্জিত কৰিবলৈ কোনে এনে মধুস্ৰাৱী কণ্ঠত মাতে? কাৰ সেই সুৰ, কাৰ সেই ইঙ্গিত? সাদৰী, - তোমাৰ? স্বাৰ্থৰ আকাঙ্ক্ষাৰে কোনো দিন মোক বান্ধিবলৈ নিবিচাৰিলা, 'মোৰ কথা শুনক' বুলি এদিনলৈকে মোক নিস্তব্ধ কৰিবলৈ ইচ্ছা নকৰিলা, - আজি বাহিৰৰ এই বিপুল আহ্বান জানো তোমাৰ সৃষ্টি? সৌন্দৰ্য্যৰ প্ৰতি স্তৰে স্তৰে মোৰ পৰিচিত সঙ্কেতবোৰ কোনে সজাই থৈছে? সৃষ্টিৰ আদিম অৱস্থাত তুমি ক'ত আছিলা, - সাগৰ মন্থনত তুমিয়ে উঠিছিলা নেকি? পুৰুষৰ মনৰ পৰিধি নিচেই ঠেক, - সেয়ে বোধ হয় বিশ্ব প্ৰকৃতিয়ে কয় - "এবাৰ মোলৈ চোৱা, তেতিয়াহে সৌন্দৰ্য্যৰ আভাস পাবা।" ওপৰত আকাশ, পৃথিৱীত তুমি, এই দুটাত বাহিৰে একোকে ভাবিব পৰা নাই। আকাশলৈ বহুত চালোঁ নিৰুত্তৰ হৈ - তোমাৰ কথাও ভাবিছিলোঁ তেনে তন্ময়তাৰে সৈতে। অলপতে পূবত ধলফাঁট দিব, দিন আহিব তাৰ অপূৰ্ব্ব তেজেৰে, - উজাগৰে কটোৱা ৰাতিৰ মোৰ সঞ্চিত কোমলতাখিনি যদি ক'ৰবাত মৰহি যায়, অসহ্য হব। সেয়ে তোমালৈ তাৰ আভাস দিলোঁ।

প্ৰীতিৰ কণিকাৰে সৈতে। ইতি

তোমাৰ,

**প্ৰকাশ**

## ছিলঙ,

**অলকা,**

ছিলঙীয়া জীৱনৰ ঘাই বিষয় এটালৈ বোধ হয় কোনো দিনে তোমাৰ মন আকৰ্ষণ কৰা হোৱা নাই, - সেইটো হৈছে ঘোঁৰ-দৌৰ বা জনপ্ৰিয় কথাত - "ৰেছ"। ৰেছৰ দিনাখন মানুহে, দুপৰীয়াৰপৰাই ৰেছফিল্ডলৈ ধাৰ ধৰে। মোৰ ডাক্তৰখানাৰ কাষৰ উইপিং উইলো এডালৰ কাষেদি এই জনস্ৰোত মই কেতিয়াবা চাই থাকোঁ। যোৱাতকৈও অহাৰ সময়ত মানুহৰ হৈলাহৈচো বেছি। এই মানুহবোৰে প্ৰায় সদায় উত্তেজিত সুৰত কথা কয়, - কিছুমান অৱশ্যে মৌন। এওঁলোকে প্ৰত্যেকেই আশা কৰে যে নিজৰ মেধা খটুৱাই কিছু টকা কম বা বিনা পৰিশ্ৰমে উপাৰ্জ্জন কৰিব - কিন্তু বেছি ভাগেই জ্ঞানী হৈ ওভটে - অৰ্থাৎ প্ৰায় উপলব্ধি কৰে যে সেইটো মিছা, - অৱশ্যে পিছৰ ৰেছৰ দিনলৈ সেই চৈতন্য লোপ পাই যায়, নিজৰ ওপৰত নতুনকৈ আস্থা স্থাপন কৰে। কেতিয়াবা মই ভাবোঁ যে মানুহবোৰে ৰেছৰ নামত এনে বলিয়া নহৈ যদি জাতীয়তাৰ নামত হ'লহেঁতেন যদি স্বাধীনতাৰ নামত হ'লহেঁতেন। - কিন্তু প্ৰবোধ দিওঁ এই বুলি যে স্বাৰ্থৰ গোন্ধ নাথাকিলে মানুহবোৰ এনে উদ্দাম আন একোতে নাপায়, - সমাজ বোলা, দেশ বোলা এইবোৰ বহুত কথাই মানুহক নিজৰ স্বাৰ্থৰ দৰে তেনেকৈ উদগতি নোযোগায়। ৰেছ-খেলুৱাইসকলৰ এটা বিশেষত্ব এই যে তেওঁলোকে যেতিয়া হাৰে দুষিবলৈ প্ৰায় সদায় এজন দ্বিতীয় ব্যক্তি পায়। নিজৰ দোষত হাৰে এনে কথা নিচেই কমেহে কয়।

আমি যিবোৰে ধৰা ৰেছ-কোৰ্ছলৈ জুৱা খেলিবলৈ নাযাওঁ, - জীৱনৰ অইনবোৰ ক্ষেত্ৰত আমিও ৰেছ খেলোঁ। আমাৰ ইঙ্গিত কথাবোৰ যেতিয়া হব বুলি ভাবোঁ তেতিয়াও এই ঘোঁৰা-দৌৰৰ টিকট কিনা মানুহৰ দৰে আশান্বিত হৈ নাথাকোঁ নে? আমি ভবাতকৈ আৰু কিমান ধৰণে কামবোৰ হব পাৰে, - আমি যিটো ভবা নাই বা ভাবিবলৈ টান পাওঁ ঘটনা চক্ৰত ঠিক সেয়ে হব পাৰে। আমিও বোধ হয় বহুত সময়ত এইবোৰৰ বাবে লোকক দোষোঁ। জীৱনটোকে ঘোঁৰা-দৌৰ নোবোলা নে? ৰেছত বেয়া ঘোঁৰাই কেতিয়াবা জিকি যায় আৰু ভাল ঘোঁৰা পিছ পৰে। তুমি আমি দেখাত তেনেকৈ বহুত অ-দাৰ্থ মানুহে ওখ পদ সন্মান পোৱা নাই নে আৰু বহুত যোগ্যতৰ মানুহ হেঁচাটেপা খাই অন্ধকাৰত অস্পষ্ট হৈ থকা নাই নে? পৃথিৱীত ন্যায়-অন্যায়, ভবিতব্য-অভবিতব্য ধৰা বৰটান।

আমাৰ পৰিচয়ৰ আগেয়ে কোনে ভাবিছিলোঁ যে আমি এনে এটা অৱস্থাত পৰিম হি? কোনে জানে ইয়াৰ পিছত বা আমাৰ মাজত সম্বন্ধ কি হব। যিয়ে নহক, আমাৰ এছোৱা জীৱন অনন্তৰ কোলাত ভাহি যাব। কালৰ কোলাত সেই কাৰণেই বোধ হয় বহুত লুকোৱা হুমুনিয়াহ, পাহৰা হাঁহি আৰু অনাগত কালৰ মধুৰ ছবি ভাহি ফুৰে।

তোমাৰ বাইদেউৰাৰপৰা আজি এখন চিঠি পাইছোঁ তেখেতে লিখিছে যে তুমি হেনো তেখেতসকলক তোমাৰ মনৰ প্ৰকৃতভাৱ জানিবলৈ নিদিয়া। বিষয়টো কি অৱশ্যে বুজিছাই। নোকোৱা কিয়? - কি কবা অৱশ্যে মই কব নোৱাৰো। খবৰ পালে উৰুলি দি পঠিয়াম।

মোক গালি নাপাৰিবা কিন্তু। ইতি

চিৰন্তন,

**প্ৰকাশ**

❧

**ছিলঙ,**

**অলকা,**

তুমি বোধ হয় মোৰ ওপৰত বৰ বিৰক্ত হৈছা, মোৰ চিঠিবোৰত ভাববোৰ মেঘেঢকা বুলি আৰোপ কৰিছা। মই স্পষ্ট ভাবৰ কেফাকিমান কবিতা তোমাক উপহাৰ দিওঁ -

"প্ৰিয়তম মোৰ, দুয়ো যদি মিলি
বিধাতাৰ স'তে মন্ত্ৰণা কৰি
পাৰিলোহেঁতেন ৰচিব এখনি
নতুন জগত কল্পনা ভৰি।
নতুন জেউতি সাদৰে সাবটি
কৰিলোহেঁতেন পূৰণা দূৰ;
শান্তিৰ শীতল সমীৰে উলাহে
বজালেহেঁতেন মুক্তিৰ সুৰ।"
পিছৰ কেফাকিও গাওঁ —
"প্ৰাণপ্ৰিয় মোৰ শৰতৰ জোন
হৃদয় আকাশ উজল কৰা,
পাতৰ মাজেদি আৰু এটি জোনে
চোৰাছো ঢালিছে অমিয়া ধাৰা।
যিদিনা তোমাৰ প্ৰাণৰ কবিয়ে
দূৰ অসীমত মিলিব গই,

কাকনো এনুৱা ৰূপহী হাঁহিৰে -
আহি মোৰ জোনে চাবহি অই।"
- দুৰ্বা দেৱৰ "ওমৰ তীৰ্থ"ৰ পৰা।

অৰুণাৰ মই একো খবৰকে পোৱা নাই, তুমি কিবা পোৱানে? মৰম লবা। ইতি

তোমাৰ,

**প্ৰকাশ**

## ছিলঙ,

**অলকা,**

সঁচা, - মোৰ ভিতৰত এই কপট মানুহজনক মই আগতে লগ পোৱা নাছিলোঁ, পাইছিলোঁ যদিও চিনা নাছিলোঁ। চিনি পোৱাৰ পিছতো সাহ কৰি তোমালোকক চিনাব পৰা নাছিলোঁ। তুমি যেতিয়া কৈছা চিনিছা, যি খিনি নিচিনা আছে তাকো তোমাৰ লগত পৰিচয় কৰি দিয়া উচিত হব। তুমি মোৰ আটাইখিনি কথা নাজানা, - তুমি কিয় কোনোৱে নাজানে। তুমি জানা ফুৰিবলৈ যোৱা এজন মেডিকেল কলেজত পঢ়া লৰাক, বৃত্তি পোৱা, তথাকথিত বুদ্ধিমান। মই চিনিলোঁ - 'তুমি এজনী মৰমলগা ছোৱালী', 'যেই সেই অন্তৰৰ পক্ষে উজ্জ্বল চাকি'। আমাৰ দুয়োৰে সম্বন্ধৰ কথা কোৱা মোৰ উদ্দেশ্য নহয়। আগৰ কথা। মোৰ আৰ্থিক অৱস্থা অত্যন্ত হীন আছিল। মই দেখিবলৈ এতিয়া যেনে সুৰূপ নহওঁ তেতিয়া আৰু কুৰূপ আছিলোঁ। মোৰ হাড়ছাল ওলোৱা দেহটো ঢাকিছিল - অনাড়ম্বৰ এটা চোলাই, মূৰত এতিয়াৰ 'পালিছ' নাছিল। কিবা কামত গলো এজন ভদ্ৰলোকৰ ওচৰলৈ। বহিলোঁ কথা বতৰা হলোঁ। এখন টেবিলৰ ওচৰতে তেখেতে বহিছিল হেলনীৱা চকিত, মই বহিছিলোঁ এটা মুঢ়াত। তেওঁ তামোল খালে, মোক যঁচা নাই - মোৰ খোৱাৰ অধিকাৰো নাই। সেই দিনত ৰূপৰ বটাৰ প্ৰচলন আছিল। ৰূপৰ বটাৰপৰা নিজহাতে তামোল আনিবলৈ মই সঙ্কোচ কৰিছিলোঁ। কথাৰ মাজে মাজে ভদ্ৰলোকজনে হাঁহিছিল, - ইঁহাৰ অধিকাৰ মই পোৱা নাছিলো, - মই তেতিয়া ল'ৰা। মই অৱশ্যে তেওঁৰ কথাত ভালেখিনি মুগ্ধ হৈছিলোঁ। এনেতে এজনী ছোৱালী আহিল চাহ লৈ। ভদ্ৰলোকজনৰে ছোৱালী। তেতিয়া ছোৱালীজনীৰ "বয়ঃ সন্ধি" - কবি বিদ্যাপতিৰ ভাষাত। মই চাওঁতেই ছোৱালীজনী থিয়হৈ ৰল। তেওঁৰ হঠাৎ মোক দেখি অলপ অসুবিধা

পোৱা যেন লাগিল। আমি ইয়াৰ আগেয়ে কাকো কেৱে দেখা নাছিলোঁ। কেনেকৈ চালে জানো চকু-জুৰিৰে, এটা কিবা চোৱাৰ বিশেষ ভঙ্গি। (এটা ক্ষণৰ কথাকে মই মোৰ বুজোৱা শক্তিৰ অভাৱত অলপ দীঘলকৈ কব লগীয়াত পৰিছোঁ)। তাৰ পিছতে অৱশ্যে সাধাৰণ লাজকুৰীয়া অৱস্থাত দেখা গ'ল। দেউতাকে দাবি মাৰি কলে - "ট্ৰেখনত এপিয়লা চাহ আনিছ কেলেই, - দেখা নাই নে মানুহ আছে?" ছোৱালীজনীয়ে বিমোৰত পৰি মাজতে মজিযাতে চাহ থৈ যাব খুজিছিল, পিছত হে নিজক চম্ভালি কোনোমতে আমাৰ দুয়োৰে কাষৰ টেবিলখনত থলে। দেউতাকে গহীনাই কলে - "যা, বেগাই আন গৈ। পিতলৰ গিলাছত আনিবি।" এই বেলি মোৰ অসহ্য হ'ল। কিয় মই পিয়লাতো চাহ খাব নোৱাৰোঁ নে? চিনা মাটিৰ পিয়লা এটা মই চাহ খালে বেয়া হব? নে এওঁৰ অৱস্থা স্বচ্ছল, চহৰত পকী ঘৰ আছে, ৰজাৰ বিষয় খায় - সেয়ে ৰূপৰ বটাত তামোল খাব পাৰে, বিদেশী পিয়লাত চাহ খাব পাৰে আৰু মই তপতে তপতে তিনিবাৰ হাঃ হুঃ কৰি এওঁৰ আগত পিতলৰ গিলাচত চাহ খাব লাগিব? আৰু নহলে, একে বেলিয়ে চেঁচা পানী যেন চাহ আনিব। দ্বিতীয় ট্ৰেত ভৰাই মোলৈ নিশ্চয় গিলাচটো নানে। মই কলোঁ - "মই চাহ নাখাওঁ," "খোৱা, আনক ৰবা" - এই বুলি কৈ তেওঁ চাহত হোপা দিলে। মই গুচি আহিলোঁ, - 'এওঁৰ ঘৰলৈ আৰু কোনো দিন নাহোঁ' - মনতে ভাবিলোঁ। কেতিয়াবা বাটত দেখিলে ভদ্ৰলোকজনে কয় - "তোমাকচোন দেখিবলৈকে নাই।" মই কব পৰা হলে কলোহেঁতেন - "মোক জানো দেখাৰ কিবা আৱশ্যক আছে?" সেইটো ঘৰ কাৰ নিশ্চয় কব নোৱাৰা, অনুমানো কৰিব নোৱাৰা।

ভদ্ৰলোকজন আছিল অৰুণাৰ দেউতাক, ছোৱালীজনী আছিল অৰুণা। অৰুণাৰ পাণিপ্ৰাৰ্থী হৈ তেওঁৰ তালৈ যাবলৈ কৈছা, নহয় জানো? আৰু মই গলেই সিদিনৰ কথা নকলে মোৰ প্ৰাণটো বৰ অশান্তিত থাকিব। অৰুণাই মোক তেতিয়া চিনা নাছিল, এই ঘটনাৰ কথাটোও তেওঁক মই কোৱা নাই। অৰুণাক ভাল পাব পাৰোঁ, কিন্তু তেওঁৰ দেউতাকক মই ক্ষমা কৰিব পৰা নাই। অৰুণা ঘৈণী হৈ অহাৰ প্ৰথম দিনতে মোৰ এই বুৰঞ্জীখিনি নকৈ মই নোৱাৰিম আৰু তেওঁক চিৰদিনলৈ অসুখীয়া কৰিম। অৰুণাৰ দেউতাকৰ জীয়েকৰ লগত মোৰো কোনো দিন বিয়া নহয়, তুমি নাভাবিবা। অৰুণাক এই কথাষাৰ যেন ঘূনাক্ষৰেও জানিবলৈ নিদিয়া। মই মৰিলে তোমাৰ হাততে মৰিবলৈকে সন্তোষ পাম, সেই কাৰণে মোৰ সকলো অস্ত্ৰ তোমাক চিনাই দিছোঁ।

যদি সম্ভৱ হয় ক্ষিতীনৰ লগত তোমাৰ বিয়া হলে মই সন্তোষ পাম। তুমি বিয়া নোসোমোৱাকৈ থাকিলে মই দুখ পাম। মই আৰু দুই এগৰাকী সম্ভ্ৰান্ত ছোৱালী দেখিছোঁ যি সকলৰ বিয়া হলে এটা সুখী পৰিয়ালৰ মাক বা গৃহিণী হব পাৰিলেহেঁতেন, কিন্তু এই সামাজিক অনুষ্ঠানৰ অভাৱতে তেখেতসকলৰ মাতৃত্ব আৰু পত্নীত্ব বাহিৰৰপৰা দেখিবলৈ তেনেই শ্ৰীহীন হৈ আহিছে, তাৰ ভৱিষ্যত আশাও যেন লেৰেলি গৈছে। তোমালোকৰ নিৰ্জীৱ সমাজক

আঘাত কৰিবলৈ মন যায় সেই দেখি। ই পৌত্তলিকতা বুজে, প্ৰাণৰ স্পন্দন নুবুজে। ইতি

তোমাৰ,

**প্ৰকাশ**

৩৫

**ছিলঙ,**

**অলকা,**

তুমি ঘৰ এৰি যাবলৈ ওলাইছা? - ভাল কথা। মোক অগত্যা দাঁতেৰে কুটা ধৰোৱাই তোমাৰ অভিপ্ৰায় নেকি? মোৰ অহঙ্কাৰ নাশ হলে তুমি সুখী হবা নে? আজি এনে এটা সঙ্কট অৱস্থাত পৰিছো যে মোৰ কথাবোৰে যেন তাৰ প্ৰকৃত অৰ্থ তোমাক বুজাব নোৱাৰে। মই যিমানলৈকে লক্ষ্য নকৰোঁ সি যেন সদায় তাতকৈ তোমাক তলত বিন্ধে। আজি ব্যৰ্থতাত মোৰ প্ৰাণ গুজৰি উঠিছে। সি যেন তাৰ নিজৰ শক্তি হেৰুৱাই আত্মসম্মানত আঘাত পাইছে।

তুমি ঘৰ এৰি আনঠাইলৈ যাবা কিহৰ দুখত? চাকৰি কৰা তোমাৰ পক্ষে নিতান্ত আৱশ্যক নে? ইমানবোৰ সৰু সুৰা কথাত তুমি মোৰ মতামত সুধিছা, পৰামৰ্শ কৰিছা, - আজি তুমি এদিনতে ঘৰ এৰি যাবলৈ ওলাইছা, সিও চাকৰিৰ অন্বেষণত? তিৰোতাই চাকৰি কৰা ভাল নে বেয়া এই বিষয়ে অৱশ্যে বহুত মতভেদ আছে। পছিমৰ তিৰোতাবোৰে চাকৰি কৰে, সঁচা কথা। আমাৰ ইয়াৰ অৱস্থা ঠিক তেনেই নে? যদি মাৰা আৰু দেউতাৰাই সেইটোকে ভাল বুলিছে, মই আপত্তি কৰাৰ নিশ্চয় একো কাৰণ নাই। তুমি আগৰ অলকা হৈয়ে থকা হলে বোধ হয় যুক্তি তৰ্ক কৰি দুয়ো এটা সিদ্ধান্তলৈ আহিবলৈ চেষ্টা কৰিলোহেঁতেন। আজি তোমাৰ মানত মই কপট, মিথ্যাচাৰী, বিশ্বাসৰ অনুপযোগী' - এনে স্থলত মোৰ মতৰ তোমাৰ ওপৰত একো প্ৰভাৱ নথকাই উচিত। মই দেখাত এতিয়া শিক্ষিতা ৰমনীৰ বাবে একে বিধৰ মাত্ৰ চাকৰি আছে - ছাত্ৰী স্কুলৰ মাষ্টাৰি। তেওঁলোকে ভাল পাওঁক বেয়া পাওঁক, বহি থকাতকৈ তাকে কৰে। তাতকৈ নাৰ্ছাৰী স্কুলত ছোৱালী শিক্ষকৰ বেছি আৱশ্যক বুলি মই ভাবোঁ। আমাৰ দেশত ডেকাবোৰৰে জীৱিকাৰ নিৰ্ব্বাহৰ পথ ঠেক, ছোৱালীৰ যে আৰু সঙ্কীৰ্ণ, সেইটো দেখা কথা। সেই কাৰণে তোমালোকক দোষ নিদিওঁ। কিন্তু এটা কথা, - তুমি সঁচাকৈ ধন ঘটিবলৈ চাকৰি কৰিবলৈ যাব খুজিছা নে জীৱিকাৰ তাড়ণাত যাব খুজিছা? অন্ততঃ আৰু এবাৰলৈ মোক বিশ্বাস কৰাচোন। তুমি মোৰ ওপৰত বিৰক্ত হৈ কিজানি এই জল্পনাটো মনলৈ

আনিছা। মোৰ এতিয়াও বিশ্বাস আছে যে মই যদি কওঁ, তুমি নাযাবা, - তুমি নোযোৱা। কিন্তু তেনেকৈ কোৱাটো মোৰ পক্ষে উচিত হব নে তাকে ভাবিছোঁ; অহঙ্কাৰৰ ফালৰপৰা নহয়, হেতুৰ ফালৰপৰা। আমাৰ ইয়াত মেডেম কুৰি বা ডাঃ মণ্টেছৰীৰ নিচিনা কেইজনা বিজ্ঞানবিদ্ বা শিক্ষা-নিপুণা মহিলা ওলাইছে? তুমি স্কুলত সোমোৱাৰ অৰ্থ এটা প্ৰাণহীন বন্ধনত সোমোৱা হব যেন হে পাওঁ। ভাবি চাবা!

যদি মই তোমাক হতাশ কৰি এই ব্যৰ্থতাৰ বাটলৈ ঠেলিছোঁ, মই এতিয়াও মোৰ মত পৰিবৰ্ত্তন কৰিবলৈ সাজু আছোঁ। তুমি মোলৈ একো লিখিব নালাগে। তুমি যেনেকৈ আছা তেনেকৈয়ে থাকা, তাতে মই শান্তি পাম। যদি তুমি কিবা বিৰুদ্ধাচৰণ কৰা, জানিম তুমি মোক ক্ষমা নকৰিলা।

মোৰ আজি মনত পৰিছে তুমি এবাৰ সুধি পঠিয়াইছিলা জীৱনৰ কোনটো মুহূৰ্ত্তক মই সকলোতকৈ মূল্যৱান বুলি ভাবোঁ। ইয়াৰ উত্তৰ মই আগেয়ে দিয়া যেন মনত নপৰে। যদি আজিও তোমাৰ শুনিবলৈ আগ্ৰহ আছে কব পাৰোঁ। যিটো মুহূৰ্ত্তত মই জন্মিলো সেইটোকে মই হতাশ নোহোৱালৈকে জীৱনৰ অতি শুভ মুহূৰ্ত্ত বুলি ভাবি আছোঁ, - দ্বিতীয় মুহূৰ্ত্ত, - তোমাৰ স্নেহৰ পৰশ যিদিনা পাইছিলোঁ। এই কথাষাৰ কবলৈ মই অতিকৈ টান পাইছোঁ, - কিন্তু তুমি যেন মোক ভুল নুবুজা সেয়ে কবলৈ বাধ্য হৈছোঁ। ভীষ্মই বাছি থোৱা শৰ যিমানে দুৰ্য্যোধনক চিনাইছিল তিমানে দুৰ্ব্বল হৈ গৈছিল। তুমি অৱশ্যে মোৰ দুৰ্য্যোধন নোহোৱা, এয়ে সান্ত্বনা। ইতি

তোমাৰ,<br>**প্ৰকাশ**

৭৫

**ছিলঙ,**

**অলকা,**

মোৰ ভাবেৰে তোমাক উৎপীড়ন কৰা দিন বোধ হয় ক্ৰমে টুটি আহিছে। জীৱনৰ যি সজীৱতা লৈ এদিন গৌৰৱ কৰিছিলোঁ আজি যেন সেয়ে প্ৰৌঢ়তাৰ আলাপ বিচাৰিছে। প্ৰাণৰ যি স্পন্দনেৰে তোমাক নচুৱাম বুলি ভাবিছিলোঁ - যি আকৰ্ষণেৰে তোমাক কাষলৈ আনিম বুলি ভাবিছিলোঁ আজি তাৰ ঠাইত জ্ঞান আৰু অভিজ্ঞতাৰ কঙ্কালে যেন মোৰ অতীতক

শিয়ৰি উঠিছে। এই ভূতবোৰ মই নিজে সঁজা নে? নে ফাউষ্ট বিনাশৰ মেফিষ্টোফিলিছ? অন্তৰত প্ৰীতিৰ সম্ভাৰ বিচাৰি চাওঁ, মুখ-ঢকা দিবলৈ, - শূন্য। এই অন্তৰত এদিন প্ৰীতিৰ উহ ফুটিছিল, কোনে কব? কাৰবালা' -

"মানৱ দৃষ্টিৰ সীমা ব্যাপে যত দূৰ
কেৱল বালিৰে ভৰা, প্ৰস্তৰ কঙ্কৰময়
মৰুভূমি খনি?"

ৰাতিপুৱা টোপনি যেতিয়া ভাগে, - আগৰ দৰে একেটা জাপতে বিছনাৰপৰা মাটি নাপাওঁহি। গৈয়ে ফট্‌কৰে দুৱাৰ মেলি এসোপা চেঁচা বতাহ ঘৰৰ ভিতৰলৈ সুমাই দিবলৈ এতিয়া ভাল নালাগে। নিহালিৰো যেন মোলৈ এটা আহ্বান আছে। স্বৰ্গৰপৰা পৰি আঘাত পোৱা বিভুদ্ৰোহী ছয়তান যেন মই। মোৰ মনত মিলটন্ বৰ্ণিত সেই ক্ষোভ যেন এতিয়াও জগা নাই। অথবা মই নিৰ্জীৱ কাঠ এডোখৰ। খিৰিকিৰ কাষত ফুলি থকা ফুলৰ ঠাৰিয়ে খিৰিকিৰ কাচত খুন্দিয়ায়, মই চকু মেলি আকৌ মুদোঁ, পুৱাৰ ৰ'দে আহি খিৰিকিৰে ভুমুকি মাৰে, - কোন তুমি বুলি এবাৰ চাওঁ - অলপ লাজ পাওঁ। চৰাইবোৰে মাতে, মই নুশুনিবলৈ চেষ্টা কৰোঁ। কাউৰীয়ে মাতে, - ইবেলি মই প্ৰাণত নতুন চেতনা পাওঁ। ইমান দিনে কাউৰীৰ মাতটোক কেল-কেলনি আখ্যা দিছিলোঁ, কোনো দিন ভাল পাবলৈ চেষ্টা কৰা নাছিলোঁ, সেইবাবে। আজিহে বুজিলোঁ আনবোৰ চৰাইৰ যেনেকৈ কথা কোৱাৰ আনন্দ প্ৰকাশ অধিকাৰ আছে, কাউৰীৰো আছে, মই ইমানদিনে তাইক অবজ্ঞা কৰিছিলোঁ। গতানুগতিক বাটেৰে গৈ কুলিক পূজা কৰিছিলোঁ, কেতেকীক শ্ৰদ্ধা কৰিছিলোঁ, হেতুলুকাক আগ্ৰহ কৰিছিলোঁ। "কাউৰী! মাত, আৰু মাত, আৰু মাত" - মোৰ যেন ক্ষুণ্ণ মনে কলে। "তোৰে মোৰে হে জগতত যোগ" - এই বুলি কৈ মই বিছনা এৰিলোঁ। এটা অজান গুহা, এখন অপৰিচিত দেশ। ইয়ালৈও সূৰুযৰ কিৰণ পশে। মই ডাঁটে বৰ্ণিত নৰকত সোমোৱাহি নাই - এইখন অবহেলিত জগত। ইয়াৰ প্ৰাণীবোৰৰো প্ৰাণ আছে, ইহঁতৰো normal needs আছে। বেছি পোহৰ নপৰাত ইহঁতৰ বিষয়ে মানুহে বেছি নাজানে। ইহঁতেই মানুহক উদগাই দিয়ে উঠিবলৈ, - নিজে পৰি ৰয় তলত। ফুলগছ ডালৰ বুঢ়া পাতবোৰ যেনে।

তুমি যদি মোক শুইনতে কথা কোৱা যেনে পাইছা দুটা এটা উদাহৰণ দিওঁ। মোৰ মনে কিন্তু আজি তোমালোকৰ লগত তোমালোকৰ চেওত কথা কব নোখোজে। আগৰ সম্বন্ধ সুঁৱৰি তথাপি চেষ্টা কৰোঁচোন। বাটলৈ চোৱাচোন - অথিৰ জনস্ৰোত। ঠেলাঠেলি, হেঁচাহেঁচি। কোনে কোনে মহান উদ্দেশ্যলৈ কোন দূৰ লক্ষ্যলৈ যোৱা বুলি ভাবা? ধূলিৰ মানুহ, ধূলিতে আসক্তি। দিনটো জোৰা মাৰি চলাব পাৰিলেই হয়, - এই তেওঁলোকৰ সৰহ ভাগৰে ভাব। সেই জোৰাও মৰি নাহে, কিমানবোৰ ফাঁট, কিমানবোৰ চেঁচনি। এই যে জোৰা মিলোৱাৰ চেষ্টা সেয়ে তেওঁলোকৰ মাহাত্ম্য, তেওঁলোকৰ জীৱনৰ সকলোখিনি। আকাশলৈ চাই তৰা

গণিবলৈ তেওঁলোকৰ আহৰি নাই, 'প্ৰিয়া কাষত বহাহি এবাৰ' - বুলিবৰ হয়তো ভাষাও শিকা নাই, 'খালিহি মোক' - এই তেওঁলোকৰ প্ৰীতিৰ বাণী। তেওঁলোকে কাউৰীৰ দৰে মাতে, কিন্তু প্ৰাণৰ কথাকে কয়।

ইমান দিনে যি চকুলো সম্বৰণ কৰিছিলোঁ আজি নকৰোঁ। যদি মোৰ হিয়াই কান্দে কান্দ'ক, তাৰ অতীতটো এবাৰলৈ ধুৱাই পেলাওক। সি·বিলাস ভ্ৰমণ এৰি ইবেলি মাটিত নামক। যদি মোৰ কল্পনাতো কৰবাত কিবা "বাবুগিৰি" আছে, আভিজাত্যৰ ডাকোপ আছে, মৃতকৰ সাজপাৰৰ দৰেই তাৰ ওপৰত আজি মোৰ ঘৃণা আৰু অৱজ্ঞা আহিছে।

তুমি মোৰ চিঠিৰ উত্তৰ দিয়া নাই, বোধ হয় নিদিবাও। আৱশ্যাক নাই, এনে কথা কব নোৱাৰোঁ। সময়ত কেতিয়াবা বিহো বাষ্প হৈ উৰি যায়, - তোমাৰ মোৰ পুনৰ লগালগি হোৱা কি আচৰিত? এই উপাদেয় অনিশ্চয়তাখিনিয়ে জুৰুলা অন্তৰৰ সম্বল। জীৱন ৰহস্যময়। যদি কোনোবাই কলেহেঁতেন - 'সৌন্দৰ্য্যময়'! ইতি

তোমাৰ,

**প্ৰকাশ**

ষ্ট

ছিলঙ,

স্নেহৰ অলকা,

মোৰ জীৱনৰ বাটত তুমি সঙ্গিনী হবা, - ইয়াতকৈ আনন্দৰ, গৌৰৱৰ উদ্দাম অতৃপ্ত আকাঙ্ক্ষাৰ আৰু কি বস্তু থাকিব পাৰে? মোৰ সকলো অসম্পূৰ্ণতা, ম্লানতা, হেয়তা তোমাৰ হাতত লাজাঞ্জলিৰ লগতে সঁপি দিয়াতকৈ আৰু কোন শুভক্ষণলৈ মই বৈ থাকিব পাৰোঁ? - এই প্ৰীতি অৰ্ঘ্য চিৰন্তন হওক, - তোমাৰ স্নেহেৰে উদ্ভাসিত হওক। ইতি

তোমাৰ,

**প্ৰকাশ**

ষ্ট

**ছিলঙ,**

অলকা,

কোৱাচোন আজি তোমালৈ কি লিখিম। মোৰ চিঠিবোৰ মই নিজে পৰিশ্ৰম কৰি লিখিব লগীয়া হয় এইটো মই একেবেলিয়ে ভাল নাপাওঁ। চিঠি লিখা কামটো কেনে হলে ভাল পাওঁ জানা - মই যেনিবা জৰি এডালৰ এটা মূৰ মোৰ বুকুত নহলে ধৰা মূৰত লগাই ললোঁ, - সিটো মূৰ তুমি তুলি ললা, - তোমাৰ যতে ইচ্ছা তাতে লগাই লোৱা, - তোমাৰ কোমল স্পৰ্শখিনি মই তেতিয়াই ইয়াৰপৰাই অনুভৱ কৰিলোঁ আৰু মোৰ অন্তৰত বা মূৰত যি আছে তুমি তাৰপৰাই পঢ়িলা আৰু তোমাৰ যি বক্তব্য আছে তুমি লোৱা জৰিডালৰ যোগেৰে মই বুজিলোঁ। জৰিডাল থৈ দিয়া, এবাৰ হাঁহা, - অৱস্থাভেদে নহয় এটা হ্মুনিয়াহ পেলোৱা। বিশ্বদৰবাৰত মোৰ এই প্ৰস্তাৱ।

আজি মেঘে চাৰিওপিনে বৰকৈ গাজিছে, - কেউপিনে ধুঁৱলি-কুঁৱলী হৈ আহিছে - মেঘবোৰৰ কুলিৰ কণিটোৰ নিচিনা বৰণ। মাজে মাজে বিজুলিৰ ছাটি। হঠাৎ মোৰ মনটো বেজাৰেৰে উপচি পৰিল। জগতৰ বান্ধ ছিঙি যাবলৈ যেন মোৰ মন ব্যগ্ৰ। যাওঁ গৈ? - নাযাওঁ। মই গলে তোমাক জীৱনত কোনে কষ্ট দিব? তোমালৈ মোৰ সহানুভূতি হয়, - মই বিদায় লব খোজোঁ। বিদায়ৰ ইমান চেষ্টা, সকলোবোৰ ব্যৰ্থ চেষ্টা কিয়? সাগৰৰ নাৱিকে ঘৰমুৱা হয় পৃথিৱীখন ঘূৰি, তথাপি ঘাটত নামিলে তাৰ বুকুখন কঁপে কিয়? - আতঙ্কত নে আগ্ৰহত? কাক গৈ তাৰ অভিজ্ঞতাবোৰ কব? কোনে তাৰ ওভতনিৰ আশাত অপলক দৃষ্টিত বাটলৈ চাই আছে? সি চাগৈ কিমানবোৰ বস্তু দেখিলে, ভাল বেয়া কিমানবোৰ সমাজৰ মাজেৰে বাগৰি আহিল, তাৰ বন্ধুসকলৰ লগত সেইবোৰ অভিজ্ঞতাৰ কথা কৈয়ে কিমান হাঁহিলে নাচিলে, - তথাপি তাৰ শেষ ধ্বনিখিনি থবগৈ খোজে ক'ত? আন এখনি অন্তৰলৈ সি সকলোখিনি বৈ লৈ যাব খোজে কিয়? এবাৰ সি চাব খোজে নিজক আন এখনি দাপোনত পেলাই। দাপোনখন সি নিজে বাছি লোৱা, - তাক মচি লয় মৰমেৰে!

মই এইবোৰ মিঠা কথা কৈ কিজানি তোমাক মুগ্ধ কৰিবলৈ চেষ্টা কৰিছোঁ, কিজানি তোমাক প্ৰলুব্ধ কৰিছোঁ - যদি শেষত ময়ে তোমাক তিলে তিলে দহন কৰোঁ? মোৰ জাগ্ৰত অৱস্থাৰ নানা ভাব-ভঙ্গি, চিন্তা-চৈতন্যৰ লগতে তুমি পৰিচিত - কিন্তু মোৰ সুপ্ত আত্মাৰ ইঙ্গিতবোৰ নিচেই নাজানা। আজি তাৰে আভাস দিওঁ।

ৰাতি কিমান কব নোৱাৰোঁ। অনুমান কৰিলোঁ যে মই যেন তেতিয়া মোৰ ৰোগীচোৱা কোঠালীত। আগতে দেখিলোঁ - শ্ৰীমতী অৰুণা অকলে। মুখত মৌন প্ৰফুল্লতাৰ হাঁহিৰে তেওঁ মোৰ কাষ চাপি আহিল। ইমান দিনে যি সংযমৰ বান্ধ ৰাখি আছিলোঁ আজি সি অকস্মাৎ

সুলকি পৰিল। হিয়াৰ আবেগে সৈতে তেওঁৰ গালত স্নেহসূচক চিন মুদ্রিত কৰি দিলোঁ। তেওঁ যেন নতুন প্ৰাণ পালে আৰু সজীৱতাৰে স্ফুৰন্ত সঙ্কেত দিলে যে তেওঁৰ জীৱনৰ এই যেন প্ৰথম অভিষেক হ'ল। তেতিয়াৰ ছবি মহিমা-মণ্ডিত। মই এবাৰ আত্মপ্ৰসাদত হাঁহিবলৈ চেষ্টা কৰিছিলোঁ - কিন্তু এনেতে কোনে যেন মোক কলে যে ভিতৰলৈ মোক মাতিছে। অৰুণা শান্ত সুস্থিৰ হৈ বহিল, - মোৰ বুকু তেতিয়াও লৰি আছিল। মোৰ পলম তোমাৰ পক্ষে বোধ হয় সহ্য নহল, তুমি নিজে আগবাঢ়ি আহিলা। তোমাৰ ভৰিৰ শব্দ শুনি বাহিৰত থকা আন ৰোগীসকল আতৰি গ'ল। অৰুণা যে কোন তৰকত কেনি গ'ল, কবই নোৱাৰিলোঁ। তেওঁ এবাৰ ঘূৰিও নাচালে, এবাৰ মাতো নলগালে। আনবোৰ ৰোগীৰ নিচিনাকৈয়ে গ'ল। মোৰ অন্তৰে অসহ্য যন্ত্রণা পালে। ময়ো বাহিৰলৈ ওলাই আহিলোঁ, - দুৱাৰদলি পাৰ হৈয়ে তোমাৰে সৈতে দেখাদেখি হলোঁ। তোমাৰ কোলাত নিপোটল গালৰ শিশুপুত্ৰ এটি! তুমি মোলৈ চালা উদাৰ হাঁহিৰে, - কিন্তু অন্তৰত যেন পোৱণিৰ খীণ ৰেখা। মোৰ মন তেতিয়া স্তব্ধ স্থিৰ। মই কিন্তু ব্যথাহত। এনে অৱস্থাতে সাৰ পালোঁ।

কোৱাচোন এইটোক অন্তৰঙ্গতা বুলিবা, নে অভিনয় বুলিবা, নে এয়ে মোৰ অন্তৰৰ প্ৰকৃত পৰিচয় বুলিবা? মানুহৰ চেষ্টাৰ সাফল্য বোধ হয় ইমান খিনিলৈকে।

মোৰ মৌন শ্ৰদ্ধা।

তোমাৰ,

**প্ৰকাশ**



(এক)

অৰুণা,

মৌন শ্ৰদ্ধাৰে যিদিনা জীৱন বিয়পি পৰে, সেইদিনাই তোমালৈ মনত পৰে। জীৱনৰ হেৰোৱা দিন কেইটি যেন তোমাৰ লগতে জড়িত, সকলো ভাগি যোৱা সপোন যেন তোমাৰ কৰধৃত কৰবাল। ক'ত সেই দিনবোৰ, যিদিনা মুহূৰ্ত্তৰ কাৰণে তোমাক নেদেখিলে জীৱন অসাৰ জ্ঞান কৰিছিলো। সকলো ধূলি হৈ গৈছে; ছাই-মাটি হৈ যোৱা নাই। স্মৃতিৰ প্ৰত্যেকটি পৰমাণু যেন আকাশত বিস্তীৰ্ণ হৈ কি এখন অভেদ্য আৱৰণৰ সৃষ্টি কৰিছে। তাৰ ওপৰত যে আৰু কিবা আছে, এখন সৌৰজগতৰ অস্তিত্ব আছে, এই কথা মই ধাৰণা কৰিবলৈকো টান পাওঁ। আছে বোধহয় নহয় জানো?

তুমি জানো ভাবা যে মই আছো? অকল থকাই নহয় বিৰাটৰূপত আছো। তোমালৈ হাত মেলিলে যেন চিৰন্তন হৈ আছো। তুমি আছা - এই জ্ঞানে মোক অকল সুস্থ-সবলেই নকৰে - জীৱনত স্পন্দন যোগায়, জড়তা কাতি কৰি থবলৈও সহায় কৰে। দুদিনৰ ওচৰাওচৰি, দুদিনৰ হাতে-গলে ধৰা, বতাহত উৰি ফুৰা কঁহুৱাৰ ফুলৰ আহঁ যেন হে লাগে। বতাহৰ কোবত ক'ৰবাত মাৰ যাব। তাত আচৰিত হবলগীয়া একো নাই। সেই অস্তিত্বখিনিয়ে আমাৰ অস্তিত্ব হোৱাহেঁতেন, আজি বোধহয় তোমাৰ কথা মোৰ মনলৈ নাহিলহেঁতেন। ইয়াৰ যে এটি গুৰুত্ব আছে, সেই সময়ত মোৰ একেবাৰেই ধাৰণা নাছিল - ভাবিছিলো সি এটি সঙ্গীত, এটি মুখৰিত স্বৰ - এটি তোমাৰে-মোৰে মিলন মূৰ্চ্ছনা। হাতৰ পৰা সুলকি পৰিছে - কণ্ঠাশ্লেষ ক'ত? কবিৰ ভাষাত "গত যামিনীৰ শুষ্ক মালিকা"। কিন্তু সেই ক্ষণটোৰ সৌৰভ আজিও মোৰ মনত অম্লান, অক্ষুন্ন, যি ঘ্ৰাণ নাকত আছিল, আজি সি অন্তৰৰো অন্তৰত। যাক তুমি "কাণেৰ ভিতৰত দিয়া মৰমে পশিল মোৰ" 'লগত অকল তুলনা কৰিব পাৰা।

ইমান কথা আজি কিয় কব খুজিছো, তুমি চাগে ভাবি আচৰিত হৈছা। চোৱা, অব্যক্ত বেদনাৰাজিয়ে কেতিয়াবা ভাষা বিচাৰি আকুল হয়। পাখি বিচাৰে সূৰুযৰ পোহৰলৈ উৰি যাবলৈ। মই এদিন মদ খাইছিলো, তুমি কথাটো জানা। মোৰ মদ-খোৱা তোমাৰ কাহানিও ভাল নালাগিছিল, - তুমি বহুত অনুযোগ কৰিছিলা, অভিমানো কৰিছিলা। মাজে সময়ে - অনুৰোধ কৰিছিলা, অশ্ৰুপাত কৰিছিলা। ক'তা, মইতো সিদিনা তোমাৰ কথা ৰাখিব নোৱাৰিলো, আপ্ৰাণ চেষ্টা কৰিও নোৱাৰিলো। মোৰ সেই চেষ্টা তুমি হয়তো দেখা নাই। কিন্তু মোৰ মনত আছে, মই তেনেই অসমৰ্থ আছিলো। সিদিনা মোৰ কবলৈ বা তোমাৰ আগত স্বীকাৰ কৰিবলৈ সাহ নহৈছিল যে মোৰ দুৰ্ব্বলতাৰ কাৰণেই মই মদ খাইছিলো। তুমি যদি নাহা, তোমাক যদি এখন্তেক দেখা নাপাওঁ, মোক কিহে ধৰি ৰাখিব পাৰিছিল? একমাত্ৰ মদে। মদে শুকান ব্যথিত

প্ৰাণলৈ প্ৰাণ আনে; ভাবিবলগীয়া অবান্তৰ কথাবোৰ পাহৰাই দিয়ে; দুখৰ প্লাবনত ভ্ৰান্তিৰ চাকনৈয়া গঢ়ে। তেতিয়া তিমানকৈ বুজি পোৱা নাছিলো। সেয়ে মদে মোক বিপদৰ পৰা, বিৰহৰ পৰা, আত্মগ্লানিৰ পৰা চিৰদিনলৈ আঁতৰাই ৰাখিব বুলি ভাবিছিলো। তুমি ইমানেই আপোন অথচ কৰবাত যেন অলপ পৰ। তুমি চাই থাকিলে চকুযুৰি ভাল লাগে, কিন্তু নিমিষ পেলালেই যেন অন্ধকাৰ। সেই এটি ক্ষণেই যেন এটি যুগ বুলি মোৰ মনত হৈছিল। তেতিয়া এই কথাষাৰ ফুটাই কৰলৈ টান পাইছিলো - তুমি কিজানি বিদ্ৰূপৰ হাঁহি হাঁহা, তুমি কিজানি পতিয়ন নোযোৱা, - তুমি কিজানি ভাবা যে মই সাধাৰণ মানুহৰ নিচিনাকৈয়ে কথা কওঁ। এই সকলো মনৰ সন্দেহ দূৰ নিয়াবলৈ মই মদ খাইছিলো। মানুহে মানুহক ভাল পায় সাধাৰণ কথা, কিন্তু মই যেন তোমাক সকলো মানুহে ভাল পোৱাতকৈ ঘনিষ্ঠৰূপে ভাল পাইছিলো, মোৰ ভাল পোৱাৰ যেন কোনো ছলনা নাছিল। আজি মোৰ্ সেইবোৰ পুৰণি কথা মনত পৰিলে হাঁহি উঠে। সিদিনা হাঁহিব পৰা হলে মই মদ তেতিয়াই এৰিব পাৰিলোহেঁতেন। আজি আৰু মদ নাখাওঁ। মদে মোক ভয় কৰে, মোৰ হাতত মদৰ গিলাচ উঠিব নোখোজে - জানো মদ মোৰ অযোগ্য। সুস্থ-সবল মানুহক মদে ভয় কৰে। আমাৰ দুৰ্ব্বলতাৰ আশ্ৰয় কৰিয়ে নানা সামগ্ৰীয়ে আমাৰ ওপৰত বগাই উঠে আৰু সেয়ে মূৰত ছাতি ধৰি আমাক অকল ম্ৰিয়মান কৰাই নহয় কেতিয়াবা মাৰেও। ৰঘুমলা উঠা গছবোৰলৈ এবাৰ মন কৰিবাচোন।

মদৰ কথালৈ আহোঁ। আজি কিয় মদ নাখাওঁ মই? খোৱাৰ আৱশ্যাক নাই। ফটিকাৰ ৰাগিয়ে আজি মোক নচুৱাব নোৱাৰে। দৈ-গাখীৰ নাইবা ঘোলৰ চৰবৎ এগিলাচলৈ যেনেকুৱা নিৰ্ব্বিকাৰভাবে চাব পাৰোঁ, মদৰ গিলাচলৈও তেনে নিৰ্ব্বিকাৰ ভাবে চাব পৰা হৈছো। মদ যেন অল্পমূল্য। এই বিষয়ত ছোৱালীসকলৰ উপমাও খাটে। তুমি এজনী ধুনীয়া ছোৱালীক আগতকৈ ভাল পোৱা - তেওঁ যেন তোমাৰ কান্ধতহে উঠিব - অকল কান্ধত কিয়, মূৰত বগাই উঠিব পাৰিলে তাতোকৈ ওপৰলৈ যাবলৈহে চেষ্টা কৰিব। কিন্তু তেওঁক আন এজনী ছোৱালীৰ সমানে যদি ভালপোৱা বা তাতকৈ অলপ কম ভালপোৱা - তেওঁ ম্ৰিয়মান হব। তোমাৰ ওপৰত হিংসা নাহিব পাৰে,-যদি গুণী-জ্ঞানী ছোৱালী হয়, কিন্তু নিজকে বিকৰ্থনা দিব। মদৰো যেন মোক দেখিলে সেই একে অৱস্থা হয়। কিয় বাৰু এৰিলো মদ? জীৱনৰ মদিৰাৰ তীব্ৰ গোন্ধ আৰু ৰাগিয়ে যিদিনা মোক আকুল কৰিলে সিদিনাই মদক বিদায় দিলো। জীৱন মদিৰা কবিৰ কথা নহয়। জীৱনৰ মদিৰা পেয়। এটি ঢোক - তাৰ পিচত এবাৰ চকু মুদা - আৰু এঢোক - ইবেলি দেখিবা যে নাকলৈ তাৰ গোন্ধ আহিছে। আৰু এঢোক - তোমাৰ প্ৰাণ-মন নাচি উঠিছে। প্ৰহেলিকা নহয়, ফাঁকি নহয়, ই নিগূঢ় সত্য। মুখত তোমাৰ কথা ওলাব - প্ৰাণলৈ তোমাৰ স্পন্দন আহিব, গাললৈ তোমাৰ ৰঙচুৱা বৰণ আহিব। তোমাৰ চকুৰ শিৰা-উপশিৰা স্ফীত হৈ নুঠে, তোমাৰ মুখলৈ কৰ্কশ পোৰণিৰ তাপ নাহে, চকুত বিৰিঙিব ৰূপালী জেউতি, ওঁঠত আভা বিৰিঙিব আৰু কুসুমৰ দৰে সুঘ্ৰাণ কেউপিনে বিয়পি পৰিব।

বহুতদিন আগৰ কথা, মই তেতিয়াও মদ খাবলৈ শিকা নাই - এজন ভদ্রলোকক লগ পালো, তেওঁৰ মুখত মদৰ গোন্ধ, কথাৰ লানি কেতিয়াবা ছিগি যায়। নিজে বুজি পালো যে মই তেওঁৰ মদ খোৱা অভ্যাসটো ভাল পোৱা নাই। মোক কলে যে তেওঁৰ প্ৰথমা পত্নী বিয়োগৰ পিছত তেওঁ মনত এনে এটি আঘাত পালে আৰু জীৱনত এনে আন্ধকাল লক্ষ্য কৰিলে যে মদ খালে যেন সেইবোৰ সকলো তল পৰিব - এনে এটি ধাৰণা হ'ল আৰু তাৰে বশৱৰ্ত্তী হৈয়ে মদ খাবলৈ ললে। ঘিউ ঢালিলে জানো জুই নুমাই বুলি ক'ৰবাত শুনিছা? তেখেতৰ পোৰণি উত্তৰোত্তৰ বাঢ়িহে গ'ল, জুই নুনুমাল। যি পিয়াহ পিয়াহেই ৰ'ল। যি অশান্তি অশান্তিয়ে ৰ'ল। পত্নীৰ ঠাইত পত্নী আনিলে - ৰং-ৰূপহৰ সাজপাৰ আনি দিলে, কিন্তু তেওঁৰ প্ৰাণত শান্তিৰ ছাঁ নপৰিল। কিবা যেন নাই - সকলোৰে মাজত এটি হা-হুতাশ। অন্তৰৰ পৰা যি পোৰণি উঠে বাহিৰৰ উপকৰণেৰে তাক নুমোৱা নাযায়। এই কথাষাৰ অৱশ্যে তেতিয়াময়ো বুজা নাছিলো।

আৰু এটি কথা - ভয়। ভয় এবিধ বিচিত্ৰ বস্তু, বিচিত্ৰ অনুভূতি। নিজকে মোহাৰি সৰু কৰি থোৱা, নিজৰ অন্তৰতে লুকাই থকা - চকুত থাকি বুকত খোৱা এনে এটি দ্বিতীয় বস্তু দেখা নাই। ই যেন মানুহৰ মনুষ্যত্ব চেপি, চৈতন্য অসাৰ কৰি দিয়ে। যিমান গুৰু-গম্ভীৰ ভাবেই নকওঁ কিয় - ইয়াৰ মূৰ্ত্তি মোৰ মনত পৰিলে কঁপনি উঠে। এটি কথা আছে - ভয়ত ভগৱন্ত কঁপে। কিয় বাৰু আহে ভয়? অৱস্থা অনুকূল নহলেই ভয়ৰ সঞ্চাৰ হয়। মোৰ চিনা জনা বন্ধু-বান্ধৱৰ লগত কথা পাতিবলৈ হলে একো কথা নাই, অযুৰন্ত কথাৰ ঢল আহে। কিন্তু দহজনৰ আগত কথা পাতিবলৈ হলে বা থিয় দি সমূহীয়াভাবে কথা কবলৈ হলে কিয় হাতে ভৰিয়ে কঁপনি উঠে? সুগায়ক কবি - তেওঁলোকৰো যেন মুখৰ পৰা কথা নোলায় - সুৰ আড়ষ্ট হৈ যায়। কবিতাই খোজে পতি উজুতি খায়। এই হ'ল ভাল মানুহৰ কথা। বেয়া মানুহতো সেই উপমা সমানেই খাটে। নাভাবিবা যে হত্যাকাৰীৰ ভয় নাই - নাভাবিবা যে চোৰ-ডকাইতৰ মনত ভয়-ভীতি নাথাকে। এই ভয় নিবাৰণ কৰিবলৈতো মানুহে মদৰ আশ্ৰয় লয়। কামটো যেতিয়া সজ হয়, তেতিয়া ভয়ৰ ভাব কম থাকে। দৃঢ়ভাবে যদি বিশ্বাস কৰা তেতিয়াও বিশেষ ভয় নাথাকে। সাতে-পাঁচে বাৰ হয় বুলি দহজনৰ আগত কবলৈ আমি সঙ্কোচ নকৰো কিন্তু লুইতেৰে ঘণ্টাত কিমান টন ওজনৰ পানী কি বেগত বাগৰি যায় - কবলৈ হলে অলপ খোকোজা লাগিব। উচ্চস্তৰৰ কথাতো সেই একে উপমাই খাটে। বাইনমিয়েল থিওৰেম জনা সকলৰ পক্ষে যেই সেই বস্তুকে to the power n নিয়াৰ ধাৰণা সহজ হয়, কিন্তু আমি নহওঁতেই nৰ ধাৰণাই যেতিয়া কৰিব নোৱাৰো তেতিয়া তেনে এটি কথাৰ ভাগ লোৱাও টান হৈ নপৰে জানো? জীৱনত সকলো কথাই nth powerলৈ যায়। n হ'ল একো নহয় - এটি মাত্ৰা বা সংখ্যা।

মই [illegible] ভয় কৰো, সেই কাৰণে মদো নাখাওঁ - আজি মোৰ মুখত দি [illegible] একেই

কওঁ। সেয়ে বস্তুতঃ সত্য এইবুলি নহয় - সেইটো মই ভবা সত্য, এইবুলি কওঁ। মোৰ কথাষাৰেই ৰঞ্জক এই অহমিকা মোৰ নাই। মই সোতৰ বাব মোৰ ভুল মানি লবলৈ সাজু আছো। অন্তৰৰ অন্তৰতম ঠাইৰ পৰা ধ্বনি উঠে - কোন বাট? সেই কাৰণেই কাণ পাতি শুনো কোনে কি কয়? ক'ৰ পৰা কি ইঙ্গিত আহে? তুমি মোক পাহৰি পেলাইছা - এই কথা মই নাভাবো। মই যেতিয়ালৈকে তোমাক নাপাহৰো, তুমিও পাহৰিবা বুলি মোৰ বিশ্বাস নহয়। মোৰ মনেৰে মানুহৰ জীৱনসূত্ৰ একেডাল সূতাৰে গঁথা, এটি মূৰত মই ধৰি থাকিলে সিটো মূৰত এদিন নহয় এদিন টান লাগিবই। এদিন নহয় এদিন তুমি মুখ তুলি চাবা। আকৌ সেই মধু-গুঞ্জৰণ তোমাৰ কাণত নিভৃতে বাজিব, তোমাৰ ওঠত হেঙুলীয়া হাঁহি বিৰিঙি যাব, অস্ফুটভাৱে কবা 'বন্ধু', এটা হুমুনিয়াহ পেলাবা - এবাৰ শূইনলৈ চাবা।'

১৫

## (দুই)

মৰমৰ অৰুণা,

মই বাটৰ ভিকহু হবলৈ ওলাইছো, এই কথা শুনি তুমি দুখ পাইছা। একো বেজাৰৰ কথা নহয় সেইটো। গাড়ী-ঘোঁৰা, ভাল ঘৰ, ভাল আহিলা-পাতি, কানি-কাপোৰ চাফ-চিকুণ, নিশ্চয় চকুতলগা কথা। তথাপি কোৱাচোন মানুহৰ জীৱনত এইবোৰলৈ কিয় বিতৃষ্ণা জাগি উঠে? কিহে মন উদাস কৰে? ৰাজকোঁৱৰ বুদ্ধৰ কি নাছিল, কিহৰ তেওঁৰ অভাৱ আছিল, সকলো ৰাজসুখ ভৰিৰে ঠেলি থৈ কিয় ৰাতিৰ ভিতৰতে অদৃশ্য হল? অপৰিসীম কষ্টত দিন নিওৱাতকৈ ঘৰলৈ ঘূৰি নাহিলে কিয়? আল্লাৰ ৰচুল মহম্মদে বেপাৰ-বণিজ কৰি ভালেই আছিল। কিয় সকলো সম্পত্তি নেওচি নিৰ্জ্জনত দিনৰ পাছত দিন অতিবাহিত কৰিছিল? বুদ্ধদেৱৰ লগত কিমান শ্ৰেষ্ঠীয়ে ধন-সম্পত্তি জলাঞ্জলি দি অনাথপিণ্ডৰ দৰে দাৰিদ্ৰাক শ্ৰেষ্ঠ সম্পদ বুলি বুকুত সাবতি লৈছিল? খৃষ্টধৰ্ম্মৰ বহুত সাধকেও সেই একে পন্থাকে অৱলম্বন কৰিছিল কিয়, বিশেষকৈ কোৱেকাৰসকলে? ভাৰতৰ মুনি-ঋষিসকলৰ বৰণ কৰা দাৰিদ্ৰ্য জানো জগতত জনাজাত নহয়? শিখ সাধক এজনৰ কথা মনত পৰে যাক শিষাই হীৰকখচিত বলয় দুপাত দিছিল আৰু তাৰে এপাত হঠাৎ নৈলৈ বাগৰি যোৱাত শিষাই সুধিলে - "প্ৰভু, সিপাত ক'ত পৰিল কওঁক, মই বিচাৰি আনো। সাধকে তৰত থকা বলয় পাতো নৈৰ গৰ্ভলৈ নিক্ষেপ কৰি কলে -"সেই নৈৰ তলতে আছে।" শিষাই অবাক আৰু তন্ময় হৈ কলে - "কওক প্ৰভু, কি ধন পাই আপুনি মণিক মণি নোবোলা হৈছে?" এনে কিবা ধনৰ সন্ধেদ পাই মই টকা-পইছালৈ

বীতশ্ৰদ্ধ হৈছো এনে কথা নাভাবিবা।

চোৱা, ধনে আমাক বহুত তললৈ নমাইছে। মনুষ্যত্বৰ আদৰ টকাৰ দামৰ লগত একে হৈছে। যাৰ টকা আছে তেওঁহে যেন মানুহ। টকা নোহোৱা মানুহ অপগণ্ড, অকৰ্ম্মণ্য, সমাজত মান পোৱাৰ উপযুক্ত নহয়, এয়ে আমাৰ ভাব। আৰু আমি কি সুবিধাৰ কথা কিছুমান শিকিছো - "আমাৰ ভাৰত আধ্যাত্মিকতাৰ কেন্দ্ৰভূমি, পশ্চিম জগত materialist - পদাৰ্থবাদী।" কোন মুখেৰে যে এনেবোৰ কথা কওঁ, ভাবিলে লাজ পোৱা উচিত। বিজ্ঞানৰ যি-যেৰা উন্নতি দেখিবলৈ পাওঁ সেইটো আমাৰ বাবে হৈছে নে? আমাৰ দেশত কেজনে বিজ্ঞানৰ উৎকৰ্ষ সাধনৰ বাবে জীৱনপাত কৰিছে? নতুন কথা জানিবলৈ কেইজনে উদ্যোগ কৰিছে? হিমালয় অভিযানত আমাৰ কেজনে ভাগ লৈছে? দক্ষিণমেৰু অভিযানৰ কথা বাৰু নুলিয়াওঁ। আমি সকলোৱে পেটৰ ভাতৰ বাবে খাটো। আন ঠাইৰ মানুহক জানো পেটৰ ভাত নালাগে? অৱশ্যে বহুত সময়ত পশ্চিমৰ মানুহে পেটৰ ভাতৰ অভাৱকো অৱজ্ঞা কৰি কাম কৰা দেখা যায়।

বেছি দূৰলৈ যাব নালাগে। অসমৰ পৰ্ব্বত-পাহাৰত থকা জনজাতীয়-সকলৰ প্ৰতি আমাৰ প্ৰীতি কথাত সদায় উথলি উঠে, বাতৰি কাকতত বখলা-বখলি প্ৰবন্ধ লিখোঁ - কিন্তু আমাৰ কেইজনে স্বইচ্ছাৰে জনজাতীয়-সকলৰ মাজত আছোঁগৈ বা তেওঁলোকৰ অন্তৰৰ কথা জানিবলৈ, জীৱনৰ ৰীতি-নীতি ভাব-ধাৰণা আদিৰ লগত পৰিচিত হবলৈ চেষ্টা কৰিছো? দোষ দিওঁ, যে মিছনাৰীসকলে তেওঁলোকক বেয়া কৰিলে, আমাৰ বিৰুদ্ধে উচটাই দিলে। এনে কথা কবলৈ আমি লাজ পোৱা উচিত বুলি মই ভাবো। আমি প্ৰকাশ্যে নানা কথা কওঁ, বেচিৰ ভাগ ক্ষেত্ৰত ভণ্ডামিৰ এনে এটা প্ৰবাহ বোৱাই দিওঁ যে জনসাধাৰণে ভাবে আমাৰ কথাবোৰ সঁচা। আজি-কালি 'প্ৰপেগেণ্ডা' বা প্ৰচাৰৰ চেষ্টাই সত্যৰ মুখত ঢাকোন দিয়াৰ বিপুল চেষ্টা কৰে। ৰাজনৈতিক মতবাদৰ ফালৰ পৰা তাৰ সুস্থতা মই নাজানোঁ - কিন্তু সত্য নমৰে, এই সাধাৰণ গণিতৰ সূত্ৰটো জানো।

আজি-কালি মানুহৰ চাল-চলনো হৈছে সেই। যাৰ ঘৰত চোফা নাই, তুলি পৰা চকি নাই বা মজিয়া ঢাকিবলৈ দলিচা নাই, তেওঁলোক উচ্চশ্ৰেণীৰ বিষয়া বা নাগৰিক হিচাবে স্থান পাব নোৱাৰে। কোনোৱে সেইবোৰ আহৰণ কৰে চৰকাৰৰ খৰছত - কাৰণ তেওঁলোক ডা-ডাঙৰীয়া আৰু সেইবোৰ আহিলা নাপালে ডাঙৰত্বটো কি পৃষ্ঠভূমিত ফলিয়াব? তাকে দেখিয়ে তলতীয়া অফিচাৰে কৰে চুৰি, নহলে অন্যায় উৎকোচৰ বাবে খক ক্ৰমে বাঢ়ি যায়। ডা-ডাঙৰীয়াক ভোজ খুৱালে সেই কৰ্ম্মচাৰী ভাল, তাৰ প্ৰমোচনো সোনকালে হয়। নিজৰ ঘৰত চীনামাটিৰ বাচন নাথাকিলে তাৰ বাবে হয় অন্যায়কৈ টকা উলিয়াব লাগিব, নহলে কৰবাৰ পৰা ধাৰে ঋণে আনিব লাগিব, তথাপি 'ষ্টাইল' থিক ৰাখিব লাগিব। বছৰি ভাল এটা 'ডিনাৰ' দিয়া চৰকাৰী চাকৰিয়ালৰ পক্ষে পৰম ধৰ্ম্ম, পিতৃশ্ৰাদ্ধ লাগিলে নকৰক; ধুনীয়া পৰ্দ্দা লগোৱা ঘৰ,

ধুনীয়া ডুইংৰুম ছেট, যুৱতীৰ কৰ্ণাভৰণতকৈ বেছি আকৰ্ষণকাৰী।

মোৰ দাৰিদ্ৰ্য ত্যাগৰ ভেটিত নহব পাৰে - অৰ্থ সংকোচন তাৰ ঘাই কাৰণ হব পাৰে। কিন্তু দৰিদ্ৰতাৰ কাৰণে যি লজ্জা-ভয় সেইটো মোৰ নাই। ধন-দৌলতেৰে ধনী হয় এই কথাটো মই বিশ্বাস কৰিবলৈ এৰিছো। বাধ্য হৈ দুখীয়া হোৱাত এটা অগৌৰৱ আছে - এই বিশ্বাস মোৰ আছে। তাহানি হিতোপদেশত পঢ়িছিলো যে শুৱলা বাক্, মাটি, পানী আৰু পিড়া এনেকৈ চাৰিটা বস্তুৰ অন্ততঃ মানুহৰ অভাৱ হব নালাগে। মই অৱশ্যে তাত পঞ্চম বস্তু যোগ কৰিলোহেঁতেন - হাঁহি। অকণমান হাঁহিৰে সৈতে অভ্যৰ্থনা কৰাৰ নিচিনা উপাদেয় মই একো নাপাওঁ। বস্তুতে অৱশ্যে গোলাপজল, সুৰভি নিৰ্য্যাস আদি চটিয়ালে ভাল পায়, মই গোবৰৰ চিটিকণিকো সহিব পাৰো, যদি হাঁহিটো ভাল হয়।

তুমি যিদিনা সাজি-কাচি নৃত্য-পটিয়সী কাৰবাৰ নাচোন চাবলৈ যাবা-তোমাৰ মনত পৰিবানে যে তেওঁৰ সকলো আভৰণৰ তলত আছে এটা তন্বী শৰীৰ যাৰ প্ৰভাৱেহে নাচোন ধুনীয়া কৰি তুলিছে - কাচোন বা মুক্তাৰ আভৰণে নহয়। আমাৰ সকলো সৌষ্ঠৱৰ মাজত আভৰণহীন মানুহটোৱেহে সৌন্দৰ্য্য বিকীৰণ কৰে - পদ-মৰ্য্যাদা বা ধনৰ গৌৰৱে নহয়।



## (তিনি)

অৰুণা,

এটা দিন আছিল, যিদিনা ব্যৰ্থতাক ভয় কৰিছিলো। আজি কিন্তু ব্যৰ্থতাই মোৰ ভূষণ। দেখিছো জীৱনত একোকে ধৰি ৰাখিব নোৱাৰিলো। জীৱন, যৌবন, ধন, মান একোৱে দেখিছো স্থায়ী হৈ নাথাকে। সৰুতে যিটো কৃতকাৰ্য্যতা বুলি ভাবিছিলো ডাঙৰ হোৱাত দেখিলো তাৰ ভিতৰতো বিশেষ একো নাই। বস্তুতে কোনো শুনিছিলো যে "Love for fame is the last weakness of great minds" - যশস্যাৰ লোভে মহৎ লোকসকলকো শেষ বয়সতো বশীভূত কৰে, বা শেষ বয়সলৈকে যশৰ বাবে লোভ থাকে। কথাষাৰ কিমান সঁচা মই নাজানো - কাৰণ great mind হৈ-তো পোৱাই নাই কিন্তু এই যশস্যাৰ বিষয়ে ভাবি পাইছো যে ইও একো সম্পদ নহয় - এটা মোহ, এটা বিলাস, এটা বাসন। মিথিৰ ফোৰণৰ নিচিনা নুৰৰ পৰা, গোন্ধটো ভাল লাগে সঁচা কিন্তু ই জানো খাদ্য? লোকৰ কবিতা বা গল্প চুৰি কৰি নিজৰ নামত প্ৰকাশ কৰা মানুহ তুমি [illegible] নিশ্চয় দুই-চাৰিজন লগ পাইছা -।

তেনে সাহিত্যিকবোৰে ভাবে যে বন্ধু-বান্ধৱ কেইজনমানে ভাল বুজিব, শলাগ লব, - বোলেও হয়তো ভাল - কিন্তু যিদিনা চুৰি ধৰা পৰে বন্ধু-বান্ধৱবোৰে তেওঁলোকৰ বিষয়ে কি ভাবে বোধহয় অনুমানো কৰিব নোৱাৰে। অকল গল্প বা কবিতাতেই নহয়, আনকি বৈজ্ঞানিক বিষয়বোৰতো এই অভিযোগ শুনা যায়। ধৰা পৰা নপৰা একো কথা নাই। ধৰা নপৰিলেও বোধহয় এই কামটোত আনন্দ নাই। বহুত তথাকথিত খ্যাতনামা অধ্যাপকে শুনিছো যে ছাত্ৰৰ আবিষ্কাৰকে নিজৰ নামত চলাই দিয়ে হেনো। আনন্দ থাকে সৃষ্টিত - চুৰি কৰাত নহয়। এই যশস্যাৰ লাভৰ কাৰণে বহুত ধনী মানুহেও চুৰি কৰে। ক্ৰুগাৰ নামৰ এজন স্কান্দিনেভিয়ান সদাগৰে আত্মহত্যা কৰিব লগীয়া হল - তেওঁৰ বিৰাট ব্যৱসায়ৰ ভেটি ফাকিৰ ওপৰত প্ৰতিষ্ঠিত বুলি যিদিনা জগতে জানিলে। ফিতাহিত পোত খোৱা কিমানবোৰ যেন্তৰ কৰ্ণধাৰ চোৰ বুলি সাব্যস্থ হ'ল তাৰ অন্ত নাই। জীৱনৰ শেষ ছোৱাত যে ৰাজকাৰাগাৰত আশ্ৰয় লবলগীয়া হব পাৰে তেওঁলোকে বোধহয় সেই কথা সপোনতো কল্পনা কৰিব নোৱাৰিছিল।

এজন বন্ধুৱে মোক কাহানিবা কৈছিল যে আন সকলোৱে তোমাক ক্ষমা কৰিব পাৰে - কিন্তু প্ৰকৃতিয়ে তোমাক কোনোদিনেই ক্ষমা নকৰে। কিবা প্ৰকাৰে নহয় কিবা প্ৰকাৰে সকলো অন্যায়ৰ হোৰ তুলিবই , উদাহৰণ স্বৰূপে তেওঁ কৈছিল যে তুমি ভুগিবই লাগিব - হাজাৰ দৰব খোৱা বা যিয়ে নকৰা। কৰ্ম্মফল আদি কথা এই ভাবৰে নামান্তৰ - অৰ্থাৎ তুমি যি কাম কৰা তাৰ অনুৰূপ ফল হব, - অন্ততঃ দুষ্কৰ্ম্মৰ ফলভোগ তুমি এৰুৱাব নোৱাৰা।

মোৰ নিজৰ এইবোৰ কথাত বৰ ভয়ও নাই, ভক্তিও নাই। কিহৰ ফল কি হয়, ভাবিবলৈ মোৰ অৱসৰ নাই। তাৰ অন্যতম কাৰণ হৈছে মোৰ জীৱনটো এনে ক্ষিপ্ৰ গতিত চলা যেন পাওঁ যে ফলভোগ আদি কথাৰ ধাৰণাই নহয়। বহুত অৱস্থাৰ মই একো হেতু বিচাৰি নাপাওঁ। কাৰণ বিচাৰি গলে কেতিয়াবা দুই-চাৰিটা পোৱা যায়, কিন্তু হাজাৰ বিজাৰ অদৃশ্য কাৰণতহে উপনীত হওঁ। ধৰা ধুমুহাত মোৰ ঘৰটো পৰিল। ঘৰটো বাৰু সজোৱাত ভাল হোৱা নাছিল বা খুটা-খাটি দুৰ্ব্বল আছিল বুলি ধৰি ললো - কিন্তু বতাহনো মোৰ ঘৰৰ ওপৰেদি কিয় বলিল? আৰুতো তেনে দুৰ্ব্বল ঘৰ বহুত আছে - সেইবোৰত নালাগিল কিয় ধুমুহাৰ কোব? পথাৰত কিমান গৰখীয়াই গৰু চৰায় কিন্তু সকলোৰে ওপৰত বজ্ৰ নপৰি বাছি বিচাৰি দুই-এজনৰ ওপৰতনো কিয় পৰে? সেই কাৰণে মই আজি-কালি হেতু বিচাৰিবলৈ এৰি দিছো। যিহয় - সেয়ে ঠিক বুলি মানি লোৱাৰ চেষ্টাত আছো। সেইটো একো কাপুৰুষতা-প্ৰসূত বুলি মই নাভাবো, প্ৰকৃতিৰ ৰীতি ভাবো। তেতিয়াহলে ব্যৰ্থতাৰ তীব্ৰতা বা তিক্ততা ভালেখিনি কমি যায়।

ব্যৰ্থতা আৰু অৱসাদ দুটা বেলেগ বস্তু। ব্যৰ্থতা বেছি নাথাকিলেও জীৱনত কেতিয়াবা অৱসাদ আহে। অৱসাদ যে কেতিয়া নামে কুৱলীৰ নিচিনাকৈ, কোৱা বৰ টান। মহাত্মা গান্ধীক হত্যা কৰাৰ পাছত চৰ্চ্চাৰ পেটেলে আকাশবাণীৰ যোগেৰে যি কৈছিল - তাত জনা গৈছিল

যে, "আজি কেইদিনমানৰ পৰা তেখেতৰ মন গাঢ় অৱসাদে আবৰা আছিল।" মহাত্মা যীচুৰ বিচাৰৰ আগতে - যাৰ পৰিণতি অৱশ্যে প্ৰাণদণ্ডৰূপে দেখা গৈছিল, তেখেতে শিষ্যসকললৈ চাই হেনো কৈছিল যে, "তোমালোকৰ ভিতৰতে কোনোবা এজনে সূৰ্য্যৰ পোহৰ দেখা দিয়াৰ আগতে মোক ধৰাই দিবা।" আৰু ঘটনাও সেইটোৱে হৈছিলগৈ। দেখা যায়, বিষাদ বোলা বস্তু এটা কেতিয়াবা নামি অন্তৰৰ তলিলৈকে বিষাক্ত বাষ্পৰ নিচিনাকৈ বিয়পি পৰে। তেনেকৈ অজানিতে কিবা কাৰণত, যি কাৰণো আমাৰ অজানিত থাকি যায়, কেতিয়াবা মনত আনন্দৰো উদ্রেক হয় - তাৰ তলি বিচাৰি পোৱা টান।

বহুত সময়ত সুখ আৰু দুঃখ ইমান হাতত ধৰাধৰিকৈ আহে যে ইটোৰ পৰা সিটো বিচ্ছিন্ন আমি সহজতে কৰিব নোৱাৰো। সেই কাৰণে সকলোতকৈ ভাল কথা হৈছে - কাৰো প্ৰতি বেছি ভ্ৰূক্ষেপ নকৰা।

মই এসময়ত ভুবনেশ্বৰলৈ গৈছিলো। এদিন এটা কলামন্দিৰত সোমালো - তাত হেনো বহুত শিল্পৰ উৎকৰ্ষতাৰ নিদৰ্শণ আছে। মই পুৰণি মন্দিৰবোৰৰ কথা কোৱা নাই দেই। আছে হয়, কিন্তু সেইবোৰ চেষ্টাৰহে পৰিচায়ক, কৃতিত্বৰ নহয়। এইখিনি কথাকে মানুহে ইমান ডাণ্ডৰকৈ কয় - মনত মোৰ অলপ অশান্তি জাগিছিল। তেওঁলোকে অৰ্থাৎ সেই শিল্পসমূহৰ পালক আৰু পৰিপোষকসকলে মই কি লম, কোনটো arts product (কলা-সম্পদ) মোৰ চকুত ভাল লাগিছে ইত্যাদি। মই মনতে অতীতৰ master artists-বোৰৰ কথাহে ভাবিছিলো আৰু আক্ষেপ কৰিছিলো যে তেওঁলোক কলৈ গল! কি পদাৰ্থেৰে, কেনেকৈ, কি কৰা গৈছিল তাকো কতো লিখি নথলে, শিলক কেনেকৈ কুহিলাৰ নিচিনাকৈ কাটিছিল তাকতো নকলেই - হাতিয়াৰবোৰনো কেনেকুৱা আছিল, সেইটো জনাৰ উপায়ো নাই। আজি-কালি অৱশ্যে নতুনকৈ আকৌ হেনো পুৰণি শিল্প-পদ্ধতি উদ্ধাৰৰ চেষ্টা চলোৱা হৈছে কিন্তু সেই তাহানিৰ দ্বাদশ শতাব্দীৰ কাৰুকাৰ্য্য-খচিত মূৰ্ত্তিৰ লগত তুলনা কৰিব নোৱাৰি আজিৰ বস্তুবোৰ।

সেই arts product বোৰৰ মাজেদি ঘূৰি ফুৰোঁতে হঠাতে দহ-এঘাৰ বছৰীয়া ছোৱালী এজনী মোৰ চকুত পৰিল। তেওঁ বায়েক-ভিনিহীয়েকৰ লগত সেই শিল্প-প্ৰতিষ্ঠানলৈ গৈছিল। ধনী মানুহৰ ঘৰৰ ছোৱালী নিশ্চয় - তেওঁৰ সাজপাৰ আৰু বায়েক-ভিনিহীয়েকৰ খোৰ্জ-কাটলতে চিনিব পাৰিছিলো। কি অপৰূপা ধুনীয়া ছোৱালী - সকলোতকৈ ধুনীয়া চকুযোৰ। সকলো শিল্প-সম্পদ সেই ধুনীয়া চকুযোৰৰ সৌন্দৰ্য্য আৰু গৌৰৱৰ আগত ম্লান হৈ গল। কোন কাৰিকৰে এই চকুযুৰি সাজিছিল কি তাৰ materials, - এইবোৰৰ সমিধান নাপালো। হীৰাৰ গুড়ি, তৰাৰ গুড়ি, পদুমৰ মোলান সকলোৰে কিবা এটা সংমিশ্ৰণ কৰিহে যেন এই চকুযুৰি সাজিছিল। গঢ় - মোৰ ভাষা নাই সেই গঢ় বৰ্ণাবলৈ। কবি কালিদাসে পাৰ্ব্বতীৰ উৰু বৰ্ণনা কৰিবলৈ গৈ কৈছিল - যে, কৰতৰ লগত তুলনা কৰিলে অতি সৰু হব, হাতীৰ শুঁড়ৰ

লগত ৰিজালে, "ত্বচি কৰ্কশত্বাৎ" অৰ্থাৎ ছাল বৰ কৰ্কশ - আৰু যদি ৰত্নাকলৰ লগত ৰিজোৱা যায় - তাৰ চেঁচা ভাবটোহে আগতে মনত পৰিব। তেনেকৈ এই চকুযুৰি যদি মই ৰিজাবলৈ যাওঁ - মোৰো তুলনাৰ যোগ্য বস্তুৰ অভাব হব। হৰিণীৰ চকুৰ লগত ৰিজালে - হৰিণটোলৈ মনত পৰিব - চাকি গছিৰ লগত ৰিজালে তাৰ সীহা আৰু তেললৈ মনত পৰিব - হীৰাৰ কথা ভাবিলে তাৰ কৰ্কশতা আৰু অন্তৰহীনতালৈ মনত পৰিব। নাম সুধিলো, - কলে, 'ঝৰণা'। নিজৰাৰ স্বচ্ছ আৰু সচল পানীত তাৰ প্ৰকৃত ৰূপৰ আভাস এটা পোৱা যাব। মোৰ আৰু Arts productলৈ চকু নোযোৱা হ'ল। হাঁহি ছোৱালীজনীৰ মুখলৈ চালো। যেন অতি পৰিচিত মুখ, অতি পৰিচিত চকু। হাত মেলাৰ লগে লগে মোৰ হাতৰ ভিতৰত সোমাল। দুষাৰ এষাৰ সাধাৰণ কথা। হাতৰ বান্ধ সোলোকাই পলাই আহিলো। Arts productsৰ ছবি ক্ৰমে মনত ম্লান হৈ আহিছে। কিন্তু সেই চকুযুৰি আৰু সেই মুখখনি আজিও মাজে মাজে মানসপটত জিলিকি উঠে। সেই চকু নিশ্চয় তেনেকুৱা হৈয়ে আছে। অন্ততঃ মোৰ ফালৰ পৰা আছে। শিল্প-গৃহৰ মোৰ নিৰাশাৰ পিছত এই আনন্দ আহিব বুলি জানো অনুমান কৰিব পাৰিছিলো। ব্যৰ্থতাক সেই কাৰণেই আদৰ কৰো, জানোচা তাৰ পিছতে এটা প্ৰফুল্লতাৰ হাঁহি আহে। জীৱন-আকাশৰ পৰা মেঘ কেতিয়াও আঁতৰাব নোৱাৰো। কিন্তু সেই মেঘৰ মাজেৰে ৰ'দৰ জিলিঙনি আহি পৰিব, তাৰে অপেক্ষাতেই বৈ আছো।

তোমাৰ-মোৰ পৰিচয়ৰ পাতনিত তুমি কি ৰূপত দেখা দিছিলা বা আবিৰ্ভাব হৈছিলা তোমাৰ হয়তো আজি মনত নাই। নিশ্চয় মেঘাচ্ছন্ন জোনটিৰ দৰে - 'ন যথৌ ন তস্থৌ'। যিদিনা তোমাৰ প্ৰথম হাঁহিটি মোৰ কাষত বিৰিঙি উঠিছিল - সেয়ে তোমাৰ মুখখন ধুনীয়াতকৈও ধুনীয়া কৰি তুলিছিল - লোভনীয়তকৈও লোভনীয় কৰি তুলিছিল। কোন নিপুণ চিত্ৰকৰে কি তুলিৰে আঁকি দিছিল - তেওঁৱে সেই আগৰ পৃষ্ঠভূমিও আঁকি দিয়া নাছিল জানো? জীৱনত অসংখ্য দিনত হেজাৰ অৱসাদৰ মাজতো তোমাৰ সেই হাস্যমণ্ডিত ছবিটি নিষ্প্ৰভ নহয়। তুমি আছা সেই ৰূপেৰে - আজিও আছা।

## (চাৰি)

অৰুণা,

বসন্তৰ বতাহত যি ফুল সৰে সি জানো পূজাত লাগে! বহাগৰ ধুমুহাত সৰিলেতো কথাই নাই। আজি মোৰ এই সৰি পৰা ভাৱবোৰ যদি তোমাৰ উদ্দেশ্যে তুলি ধৰো তোমালৈ পূজাৰ





অৰ্ঘ্য যচা নহব পাৰে; কিন্তু শ্ৰদ্ধা জনোৱা নহব জানো? এনে এটা দিনো আছিল যেতিয়া তোমাৰ খোপাত ফুল গুজি দিয়াৰ অধিকাৰ মোৰ আছিল - আজি অধিকাৰৰ কথা মনলৈ নাহে - কেৱল স্মৃতিৰ পৰশ, কেৱল সৌন্দৰ্য্যৰ পাতল ছাঁ এটাহে মনলৈ আহে। চাৰিফালে ফুলৰ পাপৰি সৰি পৰা পথাৰৰ কোমল ঘাঁহত তুমি আৰু মই বহা আজি মনত পৰে নে? সৰু একোটা কথাতে কিমান হাঁহিৰ লহৰ বাগৰি গৈছিল। তোমাৰ চঞ্চল-চকিত দৃষ্টি, উচ্ছল যৌৱন, উদ্দাম কেশপাশ, লয়লাস গতি-কিমান কথা মনলৈ আহে, - যিমানে পাহৰিবলৈ চেষ্টা কৰো তিমানে যেন স্পষ্ট হৈ-হে উঠে। আজি অলপ অনুমান কৰিব পাৰিছো কবিসকলে কিয় সেই নিভৃত গুঞ্জনৰ ধ্বনি তুলি ভাল পায়।

বহুতদিন আগৰ কথা, কলেজীয়া জীৱন, পানী-কলৰ পাহাৰত বহি ব্ৰহ্মপুত্ৰৰ বহল বুকু নিৰীক্ষণ কৰি আছো, কাষতে কলেজীয়া বন্ধু কেজনমানে নানা বিষয়ে আলোচনা কৰি শেষত কবিতাত উপনীত হৈছিল গৈ। তাত এজনে প্ৰশ্ন কৰিছিল, কবিসকলৰ বীণৰ তাৰ সদায় কিয় ছিগে। এজন কবিৰ নাম কাঢ়ি কলে তেওঁৰ যে সদায় ছিগে। সকলোৰে হাঁহিৰ ৰোল উঠিল।

আজি মোক কোনোবাই ছিগা তাঁৰ জোৰোৱা বুলি কব নেকি - তাঁৰ ছিগা নাছিল, আঘাত লাগিছিল, আৰু যদি চিৰদিনৰ বাবে ছিগিও গৈছে, তথাপি অনুতাপ নাই - কাৰণ তাৰ সকলো দ্বাৰ আজি মোৰ অন্তৰত সজাগ হৈ আছে। দুদিনলৈ সংসাৰৰ অহা-যোৱা ৰীতি, কিন্তু ভাল পোৱা দুদিনৰ এই কথা মই নকওঁ দেই। ফুলৰ গোন্ধ খন্তেকীয়া এই কথা কোনোবাই কয় নে? ফুললৈ গোন্ধ - কাৰো গোন্ধ দীৰ্ঘকাল ব্যাপী, কাৰো ক্ষণকাল, দুই-এবিধ ফুলে আকৌ সমূহীয়াকৈ গোন্ধৰ সম্ভাৰ যাচে - যেনে হাছ্নাহান্নাৰ, যেনে কামিনী ফুলৰ। এপাহ ফুল নাকত ললে সোৱাদ পোৱা নাযায় কিন্তু দূৰৰ পৰাই তাৰ গছজোপাৰ গোন্ধ মতলীয়া কৰে, চিত্ত আকুল কৰি তোলে। তোমাৰ প্ৰেমৰ প্ৰভাৱো মোৰ জীৱনত তেনে। গছৰ ফুল সৰি গলেও মনত তাৰ গোন্ধটো সজীৱ হৈ থাকে। কোনোবাই কামিনীফুলজোপা - ফুলবিহীন বুলি কল্পনা কৰিব পাৰে নে - কোনোবাই আঙুৰৰ গছজোপা দেখিলে - কি ছবি মনত আহিব - থোপাথোপে আঙুৰৰ কথা নাভাবিবনে? ফুলৰ মালা এগছি দেখিলেও কল্পনাৰ লহৰী উঠে - তোমালৈ মনত পৰিলে তোমাৰ সেই লাজুক হাঁহিটি মনলৈ আহে, তোমাৰ ক্ৰোধ-কটাক্ষ মনত নপৰে। তোমাৰ মৰহা যৌৱনলৈ মনত নপৰে, তোমাৰো যে মাটিৰ শৰীৰ এই কথা মনলৈ নাহে। তুমি যেন এটা চিৰন্তন সুবাস। এটা কথা প্ৰকাশ কৰিবলৈও টান পাওঁ। ক্ৰোধ-কটাক্ষ - তাতো এটা সৌন্দৰ্য্য আছে। ফুলে বিন্ধে হয়, বিদীৰ্ণ নকৰে। Women look their second best when in anger and looks the loveliest when she smiles. (ৰমণীৰ কপট ক্ৰোধৰ সৌন্দৰ্য্য আছে, হাঁহি জানিবা স্থিৰ সুশোভিত ফুল, ক্ৰোধ বতাহত আন্দোলিত।)





(পাঁচ)

**অৰুণা**

প্ৰেম মই প্ৰত্যাহাৰ কৰিছো। ই মোক যেন অত্যন্ত স্বাৰ্থপৰ কৰি তোলে। মোৰ নিজৰ চিন্তাতে বিভোৰ থাকো। টকা-পইছাৰ বাবে যি-সকলৰ আকৰ্ষণ থাকে তেওঁলোকক আমি বেয়া বোলো, - মাটি-বৃত্তিলৈ লোভ থাকিলে সেইজনক আমি নিন্দা কৰো, প্ৰেমলৈ লোভ থাকিলে বেয়া নোবোলো কিয়? শিল্পী, সাহিত্যিক - সকলোৱে প্ৰেমৰ প্ৰশংসা কৰে, ই হেনো স্বৰ্গ ধৰালৈ নমায়। মোৰ কাৰো লগত তৰ্ক কৰাৰ ইচ্ছা নাই। কেৱল হাঁহি উঠে। যি সকল ডেকা-গাভৰুৱে স্নেহৰ পাশত আবদ্ধ হৈ ওৰে জীৱন ইটোৱে সিটোৰ লগত কটাব খোজে তেওঁলোকে কাৰ পৰা বাধা পাই আত্মহত্যা কৰে? কোনোৱে কব সমাজ, কোনোৱে কব অভিভাৱক। কেনে এই সমাজখন? মই জীৱনত বহুতৰ সংস্পৰ্শত আহোঁ, কিন্তু কাৰো প্ৰতি মোৰ বিতৃষ্ণা নাই, বিৰোধও নাই, অৱশ্যে কাৰো কথা মই সহজে নুশুনো, শুনা আৱশ্যকো নেদেখো। প্ৰত্যেকে (বেছি ভাগেই অৱশ্যে) নিজ নিজ খোপনি পোতা ঠাইৰ পৰা তৰ্ক কৰে, আনৰো যে এটা view আছে, জগতখন যে মানুহে অন্যৰকমেও থব পাৰে সেই কথা সমূলি নাভাবে। ডেকাবোৰ যেন আকোঁৰগোজালি, বুঢ়াবোৰো তেনে কঠোৰ, হালিব নাজানে। ডেকাবোৰ বৰং ভাল, যদিও তেওঁলোকৰ অভিজ্ঞতা কম হব পাৰে। বুঢ়াসকলৰ ভিতৰতো দুই-চাৰিজন ভাল। মই তেওঁলোকক ভাল পাওঁ। তেওঁলোকক ভাল পোৱাৰ আৰু এটা কাৰণ - বেয়া হলেও অভিভাৱকসকলেও কালৰ ইঙ্গিত বুজা উচিত - যে তেওঁলোক পৃথিবীত সৰহ দিন নাথাকিব।

মই এদিন ট্ৰেইনত উঠি এটা কোঠালীত সোমালো, মোৰ লগত আৰু আন সহযাত্ৰী আছিল, তাত ভদ্ৰবেশী বুঢ়া ভদ্ৰলোক এজনো আছিল, কানি-কাপোৰ চহকী, ৰূপৰ শিকলি মোনাৰ পৰা ওলমি আছে। ৰূপৰ ঘড়িটো দুই এবাৰ উলিয়াই সময় চায়, চোলাৰ বোটামবোৰ সোণৰ। মুখখন ভাল, সোতোৰা পৰা যদিও মিহি, চকুদুটা সুগঢ়ী। হাতৰ আঙ্গুলিত সোণৰ আঙুঠি। তেওঁ আমাক দেখিয়ে বিৰক্ত হৈ উঠিল আৰু কলে - অইন গাড়ীত ঠাই নাইনে? হেঁচা মাৰি যে ইয়াত হে সোমাবলৈ পালো, ইয়াত আৰু বহুত মানুহ আছে, বাহিৰলৈ গৈছে। সৰু কথাত তৰ্ক কৰা মোৰ অভ্যাস নাই। মই থিয় হৈয়ে থাকিলো। মোৰ লগত যোৱা সম্বন্ধীয়া ছোৱালী দুজনী মালৰ ওপৰতে বহিল। গাড়ী যেতিয়া এৰি দিলে আৰু কোনো যাত্ৰী নাহিল, বৰং তেওঁৰ লগত বহি থকা আন এজন ওলাইহে গ'ল। তেতিয়া মই তেওঁৰ কাষতে বহিলো আৰু অলপ সুবিধা চাই কলো, "আপোনাৰ মানুহবোৰ বৈ গ'ল নেকি?" ইমান ভদ্ৰভাৱে কোৱা স্বত্বেও তেওঁ কথাষাৰ যে মই ইতিকিংৰ সুৰত কৈছিলো ধৰিব পাৰিলে

আৰু গহীনাই কলে, যে সিহঁত বোধহয় আন কোঠাত উঠিছে। তেওঁৰ মিছা কথাষাৰ যে ধৰা পেলালো তেওঁ বুজি অত্যন্ত গুৰু-গম্ভীৰ সুৰত দুই এষাৰ কথাহে কৈছিল। সাঁজ লাগি আহিল, সন্ধিয়াৰ বেলি লেহিয়াই আহিল, তেওঁ হাত-মুখ ধুই আহি বহা ঠাইতে ভগৱানৰ নাম লবলৈ আয়োজন কৰিলে, ওপৰৰ পৰা চুটকেচটো নমাই আনিবলৈ চেষ্টা কৰিলে। গাড়ীৰ চলন্ত অৱস্থা, বুঢ়াজনৰ পক্ষে থিয় হৈ থকাই অসুবিধা, তাতে বস্তু নমোৱা আৰু টান। মই নমাই আনি দিলো। তেখেতে তুলসীৰ মালা এডাল উলিয়াই লৈ নাম লবলৈ আৰম্ভ কৰিলে। মইও তেওঁৰ পিনে একেথিৰে চাই ইয়াকেই ভাবিছিলো - যে হে ভগৱান, এওঁক তুমি মৃত্যুৰ পিছত কলৈ নিয়া কব নোৱাৰো, কিন্তু বৰ্ত্তমান জীৱনত অকল নিজকে ভালপোৱাটো গুচাই লোককো অলপ ভাল পাবলৈ শিকাই নিদিয়া কিয়? লোকক ভাল পালে যে নিজৰ অসুবিধা ঘটে এনে কথাটো মই দেখা নাই। তেখেতৰ নাম লোৱা হলত চুটকেচটো ময়ে তুলি থলো; মোৰ লগত থকা ছোৱালী দুগৰাকীয়েও হাঁহিলে - মই মূৰ্খ বুলি নহয়, দুষ্ট বুলি। বুঢ়াজনৰ কিন্তু ভাৱৰ পৰিবৰ্ত্তন হল, মোক সুধিলে মই কি কৰোঁ।

মই কি কৰোঁ আৰু কাক ভাল পাওঁ এই দুটা কথা কোৱাত বৰ অসুবিধা পাওঁ। জগতত একোকে নকৰো মই, বৰং যি হাতত পৰে তাকেই কৰো। মই কিয়, সকলোৱে প্ৰায় তাকেই কৰে। কোনো হাকিম মঞ্চুপ হয়, কোনো খৰিকটিয়া হয়, যাৰ যিটো সুবিধা ঘটে। সুবিধা হলে মন্ত্ৰী হলো, সুবিধা নহল 'ছিটি বাছ'ৰ পাৰ্মিট ললো, তাকো নাপালে হাৱালদাৰ হলো আৰু তাৰো যদি সুবিধা নাপাওঁ - দেশী ধূপৰ কেন্‌ভাছাৰ হলো। ভাল পোৱা সম্বন্ধেও সেই একে কথা। মোৰ অন্তৰ কেতিয়া কোনে অধিকাৰ কৰে মই কেনেকৈ কম? নানা অৱস্থাত নানাজনক ভাল পোৱা যায়। মই সৰুতে ভাল পাইছিলো যেয়ে মোক বাতাচা এডোখৰ দিয়ে বা কুঁহিয়াৰ এডোখৰ কাটি মুখত লব পৰাকৈ দিয়ে। তাৰ পিছত ভাল পাইছিলো যেয়ে মোক মৰম কৰি বুকুত সাৱটি লয়, কানি-কাপোৰ থিনি পৰিপাটি কৰি দিয়ে। তাৰ পিছত ভাল পালো যেয়ে মোলৈ মৰমৰ চকুৰে চায়, দোষ কৰিলে ক্ষমা কৰে আৰু উদগণি যোগাবলৈ কথা-বতৰা কয়। মোক যেয়ে ভাল পায় তাকে মই ভাল পাওঁ - এয়ে বোধহয় মোৰ ধৰ্ম্ম হলগৈ। আজিও মোৰ চকুলৈ যে মৰমেৰে চায় তাকেই ভাল পাওঁ। তোমাৰ চকুলৈ মনত পৰা সম্পূৰ্ণ স্বাভাৱিক। সেই চকু নিশ্চয় এতিয়াও তেনে হৈয়ে আছে। এতিয়াও নিশ্চয় তোমাৰ চকুত সেই একে কৰুণ দীপ্তিয়ে জ্বলি আছে। চাকিত তেল ঢালি দিলে চাকিৰ পোহৰ আৰু উজ্জ্বল হয়, নহয় জানো? মৰমসনা চকুত মৰম ঢালি দিলে তেনেকৈয়ে মৰম আৰু দেদীপ্যমান হৈ উঠে। মৰম নথকা চকুত কেতিয়াবা মৰম ঢালি দি পাইছানে? শুকান বালিত পানী ঢালি পাইছা নে? অলপ পিছতে শুকাই যায়, নহয় জানো? পানী ঢালি থাকিলে কি হয়? শেষত বালিও ভিজি উঠে, কৰ্কৰীয়া বালিৰ চেহেৰাটোৱে নোহোৱা হয়। চকুৱে ইমান পানী নোসোহে। চকুবোৰ প্ৰায় তিতাই থাকে, বাহিৰত হে অলপ কৰ্কশ দেখা যায়। সৰু ল'ৰাৰ পাঠ্যত থাকে মৰমত

বশ নহয় কোন? - অকল সৰু ল'ৰা-ছোৱালীকে নহয়, সেইকথা সমানে কব পাৰি। অলপ সময় লাগে। আমি ইমান ক্ষিপ্ৰতাৰে সৈতে এজনৰ পৰা সিজনলৈ আতৰি যাওঁ যে মোৰ এই কথাষাৰ পৰীক্ষা কৰিবলৈ নিশ্চয় কমবহে আগ্ৰহ বা ধৈৰ্য্য হব। মই এজন মানুহৰ ওচৰলৈ গলো, তেওঁ মোৰ লগত ভালকৈ কথাকে নাপাতিলে, ময়ো ওফোন্দ পাতি গুচি আহিলো - মনতে গোৰ্-গোৰাই আহিলো - "কোনে আহে এনেবোৰ মানুহৰ কাষলৈ, এবাৰ ভালকৈ মাতকে নিদিলে। নাহো আৰু কোনো দিন।' ইয়াতেই তেওঁৰ লগত বন্ধুত্বৰ শেষ, - বৰং ভালকৈ পৰিচয় হৈয়ে নুঠিল। এয়ে আমাৰ বেছিভাগ ক্ষেত্ৰতে ঘটে। মোৰ দৰে যদি কাৰো বিলাসী মন আৰু আজৰি কৰ্ম্মহীন জীৱন, "বাৰু চাওঁচোন, কি কৰিব পাৰি" - এই বুলি যদি সেই মানুহ জনকে মৌন শ্ৰদ্ধা আৰু আত্মনিবেদনৰ ভাবৰে চোৱা যায়, তেওঁৰ ভিতৰতে অইন এটা ৰূপ দেখা যাব। মইনা এবিধ চৰাই হে। মইনাক যদি কথা কোৱাব পাৰি, শালিকা-ভাটৌক যদি মাত শিকাব পাৰি, মানুহৰ অন্তৰত কৰিব নোৱাৰি নে? পলম হব পাৰে কিন্তু পৰা যায়। - "মুখৰ কৰে তোল তোমায় নীৰব কৰিতে।" অকল কবি ৰবীন্দ্ৰনাথৰে প্ৰাৰ্থনা নহয় - আমাৰ সকলোৰে অন্তৰৰ আগ্ৰহ কবিৰ ভাষাত মুখৰ হৈ উঠে।

লোকক যেনেকৈ জগোৱাৰ কথা কৈছো, - আমাকো জগাব পাৰো। এদিনৰ কথা, বহুত দিন আগৰ নহয়। মই মোৰ বন্ধু এজনৰ লগত আসাম ট্ৰেংক ৰোডেৰে আহি আছো - লোকৰ ধাৰ কৰা জীপ গাড়ী। বাহিৰত বতাহ বৰষুণ। ৰাস্তাৰ তেতিয়া অৱস্থাও ভাল নহয়, বোকাই পানীয়ে আমাৰ কাপোৰত চিটিকনি পৰি আমাক বিচিত্ৰ কৰি তুলিছে, কোনো ৰকমে গন্তব্যস্থান আহি পালে ৰক্ষা পাওঁ। এজন মানুহে হাত দেখুৱালে, লগত এজনী তেৰ-চৌধ্য বছৰীয়া পাটগাভৰু। চালকক কোৱাত গাড়ীখন ৰখালে। মই সুধিলো, - "কি লাগে?" মুখত বিৰক্তিৰ ভাব। তেওঁ নম্ৰভাৱে কলে - অমুক ঠাইলৈ যাওঁ বুলি বৈ আছো, বাছ অহাত বহুত পলম কৰিছে, ইপিনে ওপৰে তলে পানী।" মোৰ বন্ধুজনে মানুহজনৰ ভাব বুজি কলে "এইখনতো ভাড়া গাড়ী নহয়।" মানুহজনে কলে - "জানোঁ, এই ছোৱালীজনীক পঠিয়াব লাগে, মই আৰু লগত নাযাওঁ, আপোনালোকেই থৈ যাওক।" মই কলো - "চিনা নাই, জনা নাই, গাভৰু ছোৱালী এজনী কিয় আমাৰ লগত পঠিয়াবলৈ ওলাইছা?" মানুহজনে অলপো ইতস্ততঃ নকৰাকৈ কলে - "আপোনাৰ ছোৱালী মোৰ ছোৱালীৰ কি প্ৰভেদ আছে, মই জানোঁ আপোনালোকৰ লগত মোৰ ছোৱালী একো বিঘিনি নোহোৱাকৈ যাব।" এনে অটল বিশ্বাসত কাৰ হিয়া নগলাকৈ থাকিব পাৰে? তেনেই অপৰিচিত, গাওঁলীয়া মানুহ, কিন্তু বিশ্বাসৰ এই সাঁচাৰকাঠি কোনে হাতত তুলি দিলে? ছোৱালীজনীক গাড়ীত তুলি ললো। ক'ৰ ছোৱালী, কাৰ ঘৰৰ ছোৱালী নাজানো, সোধাও নাই। আৱশ্যকীয় ঠাইত ছোৱালীজনীক নমাই দিলো। কিন্তু এতিয়াও যেতিয়া সেই ঠাইখিনিৰে পাৰ হওঁ মনত পৰে সেই মানুহজনৰ অকপট বিশ্বাস, সৰল চাৱনি। ছোৱালীৰ মুখ পাহৰি গলো, কিন্তু মানুহজনৰ আস্থা আৰু চোৱাৰ ভঙ্গীয়ে

এতিয়াও মোক মুগ্ধ কৰি ৰাখিছে। এনে বিশ্বাসেৰে কাষ চাপিলে কোনে কাৰ বন্ধু নোহোৱাকৈ থাকিব পাৰে?

❧

## (ছয়)

মৰমৰ অৰুণা,

মোক তুমি বলিয়া বুলি ভাবা চাগৈ, নহয় জানো? মই নিজেও কেতিয়াবা ভাবোঁ। ভবাৰ কাৰণ আন একো নহয়, মই বহুত মানুহৰ লগত একে ৰকমে নাভাবোঁ, - ময়ে পাগল নে তোমালোকে পাগল সন্দেহ হয় আৰু তেওঁলোকৰ সংখ্যা সৰহ দেখিলে মোৰ নিজৰ ওপৰতে সন্দেহ জাগে। লোকমত - এই কথাষাৰে মানুহৰ মনত বৰ প্ৰভাৱ বিস্তাৰ কৰে আৰু নিৰ্ব্বাচনপ্ৰাৰ্থী সকলে লোকমতক উচ্চ প্ৰশংসাও কৰে। আচলতে কাপুৰুষ সকলেহে লোকমতক ইমান প্ৰাধান্য দিয়ে। অথবা নিজৰ উদ্দেশ্য পৰিপূৰণৰ বাবে দিয়ে। এইটো চালাক মানুহবোৰৰ বৃত্তি। এসময়ত মই বৰ অসুবিধাত পৰিছিলো। ভোট বিচৰাৰ সময়ত মানুহে - "ৰাইজে হে ৰজা" বুলি গাই ফুৰে। এজন ভোটদাতাই মোক সুধিলে - "আপুনিয়ে কওকচোন আমি ৰাইজ কেনেকৈ ৰজা হলো। আমি যদি ৰজাই পাতিব পাৰোঁ (নিজে ৰজা হোৱাৰ কথা নাই), আমাৰ এনে খোৱা-পিন্ধাৰ দুৰৱস্থা হয়নে? আজি কাৰবাক ভোট দি ৰজা পাতি দিলো, (তেওৰে আমাৰ মনত ৰজা দিয়ক চোন), - কালিলৈ তেওৰ ওচৰলৈ গলে তেওঁ দেখোন আমাক নিচিনাই হয় আৰু সুবিধা অসুবিধাৰ কথা কলে তাঁলৈ নেওচি নিজৰ অংহী-বংহীলৈকেহে চকু দিয়ে। আমালৈ দেখো ভুলতো মনত নপৰে? আমি কোন খিনিত কেনেকৈ ৰজা হলো কওক চোন।" এনেবোৰ প্ৰশ্নৰ সৰল উত্তৰ দিয়া উজু নহয়। বঙালী সকলৰ মাজত হেনো এটা কথা আছে যে দৰাই সাজি-কাছি কইনাৰ ঘৰলৈ ওলাই যোৱাৰ সময়ত মাকক সেৱা কৰি কৈ যায় "আই, তোমালৈ দাসী আনিবলৈ ওলালো।" ভোট বিচৰাটোও তেনে ধৰণৰে কথা। সেই মানুহজনক অৱশ্যে মই একো উত্তৰ দিয়া নহল। ভোট বিচৰা মেল মিটিংবোৰত কোৱা শুনোঁ, প্ৰাৰ্থীয়ে বিনয়ৰ সুৰত কয়, "মই ৰাইজক সেৱা কৰিবলৈ এটা সুযোগ বিচাৰিছো, মোক আপোনালোকক সেৱা কৰাৰ ছেগ এটা দিয়ক - কেৱল ইমানখিনি দয়া হে ভিক্ষা কৰিছো।" - মানুহবোৰে কেনেকৈ হাঁহি সামৰি থাকে কব নোৱাৰোঁ, মোৰ হলে তেতিয়াই হাঁহি উঠে। সেৱা কৰাৰনো আৰু আন সুযোগ নাইনে? কথাষাৰৰ অসত্য জানিও যে মানুহে কেনেকৈ কয় আৰু আনে কেনেকৈ শুনে মই ভাবিয়ে বিচুৰ্ত্তি হওঁ।

সামাজিক কথা বেছি ভাগেই এনে হৃদয়হীন আৰু অৰ্থশূণ্য। তাতকৈ গ্ৰামোফোন ৰেকৰ্ড কৰি তাকে বজাই ফুৰিলেই ভাল হয় দেখো, অন্ততঃ "ডেইছ" কৰাৰ বা চাংপতাৰ খৰছটো বাচি যায়।

লোকমতক মই প্ৰাধান্য দিওঁ এটা ক্ষেত্ৰত - যেতিয়া লোকৰ অপকাৰ হব পাৰে। এদিন এজন ভদ্ৰলোকে আহি মোক এটা কাহিনী কলে। কথাখিনি সঁচা হব পাৰে। এজনী হিন্দু ছোৱালী কম বয়সেতে বিধবা হল, দুখীয়া হলেও ভাল ঘৰৰ। লিখা-পঢ়া অলপ জানে; গাওঁৰ স্কুলতে শিক্ষয়িত্ৰী হ'ল। চেক্ৰেটাৰীয়ে তেওঁক আদৰ সাদৰ দেখুৱালে। ছোৱালীজনীয়ে স্নেহাধিকা ভাল নাপালে। তেওঁৰ বদনাম হ'ল - ডেকা ল'ৰাবোৰক অবাধে তেওঁৰ ঘৰলৈ আহিবলৈ দিয়ে। হঠাৎ ছোৱালীজনীৰ নৰিয়া হ'ল - মেলিগ্ন্যান্ট্ মেলেৰিয়া। ছোৱালীজনীৰ মাক বিবুধিত পৰিল, - ভাল ডাক্তৰ বা চিকিৎসক আনিবলৈ টকা-সিকা নাই। গাওঁৰে কম্পাউণ্ডাৰীজনা ল'ৰা এজনে কুইনিন বেজী আদি দি ছোৱালীজনীক ভাল কৰিলে, জ্বৰ এৰিলে। কিন্তু বহুদিনলৈ দুৰ্ব্বলতা থকাৰ বাবে এই ল'ৰাজন তাৰ পিছতো অহা-যোৱা কৰিলে। চেক্ৰেটাৰীৰ হাতত প্ৰমাণ মিলিল, ইহঁতৰ বন্ধুত্ব গাঢ় হৈছে। ডেকা ল'ৰাই ছোৱালীৰ আপডাল কৰা আমাৰ দেশত নিয়ম নাই। স্কুলৰ গৱৰ্নিং বডিৰ আগত কথাষাৰ উত্থাপন কৰি ছোৱালীজনীক কামৰ পৰা অৱসৰ দিয়া হ'ল। ভদ্ৰলোকজনে মোক সুধিলে - "বাৰু, আপুনিয়ে কওকচোন কথাষাৰ উচিত হৈছে নে?" উচিত হৈছে বুলি কলো। মানুহজনে হতাশ হৈ মোৰ মুখৰ ফালে চালে। "এই ডেকাজনে ছোৱালীজনীক অন্যায় কৰিলে।" তেওঁ সুধিলে, "কেনেকৈ?" মই কলো - "এই ডেকাজনৰ বাস্তৱ জ্ঞান কম। তেওঁ যেতিয়া জানে যে সেই ঠাইৰ মানুহে যি কোনো কাৰণতে নহওক, ছোৱালীজনীৰ চেলু বিচাৰি আছে, - তেওঁ সাৱধান ভাৱে ব্যৱহাৰ কৰা উচিত আছিল। তেওঁৰ গাত দোষ নাথাকিব পাৰে, হয়তো নাইও। কিন্তু লোকাপবাদে যেতিয়া লোকৰ অন্যায় কৰিব পাৰে, তেতিয়া সাৱধানে চলা উচিত।" তাৰ উত্তৰত ভদ্ৰলোকজনে একো নকলে। পিছতহে জানিলো যে সেই ল'ৰাজন এই ভদ্ৰলোকৰে পুত্ৰ।

বহুত দিনৰ পিছত সেই ভদ্ৰলোকজনে আকৌ আহি ওলাল। মই হাঁহি সুধিলো - "কি সমাচাৰ?" তেওঁ গহীনাই কলে - "আপুনি সিদিনা কোৱা কথাষাৰ সঁচা, ময়ো ভাবিচিন্তি দেখিলো।" কিন্তু ছোৱালীজনী আৰু মাকৰ এতিয়া এনে দুৰবস্থা যে দেখিলে চকুলো ওলায়। মোৰ লৰাজনেও মনত বৰ বেজাৰ কৰি আছে যে তাৰ বাবেই তেওঁলোকৰ এনে দুৰবস্থা হ'ল। আপুনি কি কয়?"

মই কলো - "আপোনাৰ ল'ৰা'ৰ বিয়া হৈছে নে নাই?" তেওঁ কলে, ছোৱালীহে চাইছে। "তেনেহলে এই ছোৱালীজনীকে বিয়া নকৰায় কিয়?" - মই কলো। তেওঁ প্ৰায় জাপ মাৰি উঠিল - "আপুনি কি কয়, - সেই ছোৱালীজনী বিধবা।" - "বিধবা বুলিহে বিয়া কৰাবলৈ

কৰিছো, - সধবা হলেতো বিয়া কৰোৱাৰ একো কথাই নাছিল।" "নহয়, নহয়, ইহঁতৰ মাকে কি কব? তাৰ বাবে তো ছোৱালীৰ অভাব নাই।" "চাওক, - এই মুখৰ সহানুভূতিৰ মই একো অৰ্থ নেদেখোঁ। আপোনাৰ ল'ৰাৰ সহানুভূতিও যদি আপোনাৰ শ্ৰেণীৰে সহানুভূতি হয়, - আপোনালোকে সেই ছোৱালীজনীক মৰা বুলি ধৰি লৈ নিজৰ কামকাজ কৰি যাওক। মোৰ মত দোহাৰিবলৈ কেতিয়াও মই দ্বিতীয়জন মানুহৰ মুখলৈ নাচাওঁ। সাহ নথকা মানুহৰে - অপৰ নাম কাপুৰুষ।" সহানুভূতি যদি গাঢ় হয় নিজে তাৰ বাট বিচাৰি লব। কথা ৰজিতা সদায় কলেও সি কথাতে বৈ যায়। পাগলেও কথাকে কয়, - কাম আৰু কথাৰ মিল নাথাকে।

(সাত)

অৰুণা,

জীৱন কোনো মানুহে বিপদৰে ভৰা বুলি ভাবে, কোনোৱে আকৌ সুখৰ সম্পদ বুলি ভাৱে। যি সকলে জীৱন বিপদসঙ্কুল বুলি ভাৱে তেওঁলোকেও জীৱনক হাতৰ মুঠিৰ পৰা এৰি দিব নোখোজে বা অগত্যা যেতিয়া জীৱন যায় তেতিয়াও চকুলো মচে। জীৱনত অসুবিধা সকলোৱে পায় - বা কাৰো দিন সদায় সুখত নাযায়। জীৱনৰ সৌন্দৰ্য্য দেখাটোৱে সজ শিক্ষা। "দুখে সুখে কটাইছো কোনো ৰকমে" - এইটো এটা সাধাৰণ মানুহৰ উক্তি। মোৰ জীৱনৰ মই সৎ ব্যৱহাৰ কৰিছো - এই আশ্বাসটোৱে সন্তোষৰ ভেটি। সজ ব্যৱহাৰ কৰিছো নে নাই এইটো কোনে কব, - নিজেহে বুজিব পাৰি। যেতিয়া অন্তৰত পোৰণিৰ হেন্দোলনি উঠে, তেতিয়া বুজিব লাগিব যে বৰ সজ গতিত জীৱন চলা নাই। কৰবাত জীৱনৰ গতি ক্ষুন্ন হৈছে, - নৈৰ সোঁতত বাধা পৰিলে যেনেকৈ কলৰব উঠে।

জীৱনৰ এই পোৰণিত চেঁচা পানী ঢালিবলৈ কেইটামান সুগম পন্থা দেখা যায়। এটা হল - নিজক নিৰপেক্ষ দৃষ্টিৰে পৰীক্ষা কৰি - কৰ পৰা এই বাথাৰ সৃষ্টি হৈছে তাক নিৰ্দ্ধাৰণ কৰা আৰু তাৰ কাৰণটো দূৰ কৰা। মোৰ খোৱা-পিন্ধাৰ সংস্থান নাই, ই নিশ্চয় এটা দুঃখৰ কাৰণ, - এইবোৰ প্ৰত্যক্ষ কাৰণ। কিন্তু কেতিয়াবা এনে হেতু প্ৰত্যক্ষ দেখা নাযায়, - যাক Spiritual discontentment বোলা হয়। মহাত্মা বুদ্ধই এনে এটা মনৰ দুঃখতে নিশ্চয় গৃহত্যাগী হৈছিল। সঙ্গীত শ্ৰৱণে আমাৰ মনত শান্তি দিয়ে। মন যিমানেই দুঃখত অভিভূত নহওক, ভাল গীত-মাত কাণত পৰিলে আমি শান্তি পাওঁ। উচ্চাঙ্গ সঙ্গীতৰ প্ৰভাৱ আমাৰ মন বা শৰীৰৰ

ওপৰত অশেষ। সঙ্গীত নজনা মানুহেও যে গান শুনি ভাল পায় বা পোৱা বুলি কয়, তাৰ কাৰণ কি? সমাজক পতিয়ন নিয়াবলৈ নহয়, নিজে অনুভৱ কৰে। সাপ বৈজ্ঞানিকৰ দৃষ্টিত কলা, - কিন্তু সাপ নচুৱোৱা মানুহৰ বাঁহীৰ তালে তালে নচাটোও সঁচা কথা। তেনেহলে ইয়াৰ পৰা আমি ইয়াকে সাব্যস্ত কৰিব পাৰোঁ যে সাপে কাণেৰে নোৱাৰিলেও তাৰ সকলো শৰীৰেৰে গীতৰ ছন্দ বা সুমিষ্টতা অনুভৱ কৰিব পাৰে। মোৰ এই অনুমানটো সমৰ্থন কৰিবলৈ আন এটা যুক্তি আছে, - (তিমান প্ৰাসঙ্গিক নহব পাৰে) যি সকল মানুহৰ দৃষ্টি শক্তি নাই তেওঁলোকে আন অঙ্গেৰে দৃষ্টিৰ কামটো কৰে। হাতৰ সহায়েৰে কণা মানুহে পঢ়া আমি বহুতে দেখিছো। তদুপৰি কণা মানুহে পৰিচিত মানুহৰ মাতকথা যিমান সহজে বুজিব পাৰে, সাধাৰণ মানুহে নোৱাৰে। মই এদিন এজন কণা মানুহক পুখুৰীৰ কাষত বৈ থকা দেখি শুধিলো - "কিয় বৈছা?" তেওঁ কলে, "পুখুৰী আছে।" মই সুধিলো, "কেনেকৈ জানিলো?" "ভৰিৰে ধৰিব পাৰি পুখুৰীৰ কাষ বুলি।" মই আকৌ সুধিলো, - "কেনেকৈ, কি চিন পালা?" তেওঁ কলে - "মাটিটো অলপ টান, কিন্তু ঘাঁহবোৰ দীঘল।"

সঙ্গীতৰ কথা এৰিও ভাস্কৰ্য্য আদিতো শান্তি পোৱা যায়। যি সকলে ভাস্কৰৰ কাম কৰে তেওঁলোকেও পায় আৰু যি বোৰে তেওঁলোকৰ কাম দেখে তেওঁলোকেও পায়। আজিকালি বাতাবৰণৰ পৰিবৰ্ত্তন হোৱাৰ লগে লগে ভাস্কৰ্য্যলৈ তেনে আদৰ দেখা নাযায় আৰু আগৰ নিচিনা ভাস্কৰ পোৱাও ক্ৰমে দুৰূহ হৈ উঠিছে। আগ্ৰাৰ তাজমহল বা আগ্ৰা দুৰ্গৰ ভাস্কৰ্য্য চাই আহি এতিয়া হৈ উঠা দয়ালবাগৰ ভাস্কৰ্য্য তাতকৈ বহুত কম চিত্তাকৰ্ষক। ভুবনেশ্বৰৰ পুৰণি মঠ মন্দিৰ চাই আহি তাৰ ওচৰতে থকা নতুন ভাস্কৰ্য্যৰ প্ৰতীক চাই কেচুৱা লৰায়ো হাঁহিব। দুয়োবিধ বস্তু দেখিলে ধাৰণা হয় এবিধ যে স্বভাৱজাত ৰমণীয় নাৰীমূৰ্ত্তি আৰু আনবিধ কল পুলিক ওৰণি পিন্ধোৱা ৰমণীৰ মূৰ্ত্তি। গাত চিত্ৰ-বিচিত্ৰ সেন্দুৰৰ ফোট। শিল্পৰ কথা ভাবিলে উৰিষ্যাৰ কোণাৰ্কৰ সূৰ্য্য মন্দিৰৰ ধ্বংসাৱশেষলৈ মনত পৰে। মূল মন্দিৰ ভাগি গৈছে, - তাৰ ধবংসাশেষবোৰো প্ৰায় আঠ দহ ফুট বালিৰ তলত পোত খাই আছিল, এতিয়া তাক পুঞ্জীভূত শিলৰ আকাৰত হে দেখা যায়। নাট মন্দিৰটো আগৰ অৱস্থাতে আছে, অৰ্থাৎ থিয় হৈ আছে। তাত পুতিথোৱা চিহ্নলিপি মতে ত্ৰয়োদশ শতাব্দীত উৰিষ্যাৰ ৰজা দ্বিতীয় নৰসিংহই ইয়াক নিৰ্ম্মাণ কৰাইছিল। ঘাই মন্দিৰ সূৰ্য্যাদেৱতাৰ নামত উৎসৰ্গিত আছিল - আৰু ইয়াত সূৰ্য্য দেৱতাৰ ঘাইকৈ পূজা অৰ্চনা চলিছিল। নৱগ্ৰহৰ মূৰ্ত্তিও ইয়াত দেখা যায়। তাত সূৰ্য্যদেৱতা আৰু আন দেৱতা নিৰ্ম্মাণৰ বাবে যি শিল ব্যৱহাৰ কৰিছিল আৰু সেই মূৰ্ত্তিবোৰৰ গাত যি মিহি কাপোৰৰ নিদৰ্শন দেখুৱোৱা হৈছে চাই বিস্মিত হব লাগে। শিলৰ কাপোৰত বেজীৰে মছলিন কাপোৰত তোলা ফুলতকৈও মিহি ফুল সেইকালৰ শিল্পীসকলে কাটিবলৈ সক্ষম হৈছিল। তেওঁলোকৰ ধৈৰ্য্য আৰু শিল্প-নিপুণতা অবাস্তৱ বুলিব পাৰি। নাচনী আৰু গায়িকাৰ ছবি বহুত। মৃদঙ্গ, মঞ্জৰী আদি বজোৱা নাৰী মূৰ্ত্তি অসংখ্য। সেই প্ৰত্যেকৰে অঙ্গ অৱয়বত

যথেষ্ট শিল্প-চাতুৰ্য্য ফুটি উঠিছে। ভালকৈ চাব খুজিলে শিল্পী-মন এটা যে কিমান দিন তাত নিয়োগ কৰিব পাৰি তাৰ লেখ দিয়া টান। আকাশৰ নক্ষত্ৰবোৰলৈ চাই যেনেকৈ বৈজ্ঞানিক পণ্ডিতে জীৱন পাত কৰে, - আনকি এটা গ্ৰহ বা নক্ষত্ৰলৈ চাইও এটা জীৱন কটাই দিয়া অসম্ভৱ নহয়, তেনেকৈ কোণাৰ্ক বা আন কাৰুকাৰ্য্য বিশিষ্ট মন্দিৰ বা পুৰণি প্ৰতিষ্ঠানলৈ চাই এটা জীৱন কটোৱা ৰসজ্ঞ মনৰ পক্ষে সহজ হৈ পৰে। তেতিয়া জীৱনৰ ক্লান্তি অনায়াসে দূৰ হয়।

বেছি দূৰলৈ নগৈ আকাশখনলৈ চালেও বহুত চিত্ৰ-সম্ভাৰ পোৱা যায়। মেঘৰ বৰণ, ৰঙা, হেঙুলীয়া, শুকুলা, কিমান বৰণৰ মেঘ, - থূপ খাই থকা মেঘমালাৰ ভিতৰত কিমান ধৰণৰ মূৰ্ত্তি, - চাই থাকোঁতে থাকোঁতে কিমান মূৰ্ত্তি নাইকিয়া হয় আৰু কিমান নতুন মূৰ্ত্তিৰ আবিৰ্ভাৱ হয়। সৃষ্টিৰ ভঙা গঢ়া মেঘমণ্ডিত আকাশখনলৈ চালেই বহুত অনুমান কৰিব পাৰি। মেঘমুক্ত আকাশলৈ চাই মোৰ এজন বন্ধুৱে কৈছিল ওঠত মিছিকিয়া হাঁহি লৈ, - "এই আকাশখনক মই আকাশ বুলিয়ে ভাল নাপাওঁ। ইয়ালৈ তন্ময় হৈ চাই থাকোঁ এইবাবে যে ই মোক সোঁৱৰাই দিয়ে মোৰ প্ৰিয়াৰ চকুৰ বৰণটো।" মই হাঁহি কলো - "মই চিনো তোমাৰ প্ৰিয়াক, বৰণটো মেঘৰ দৰে, - দৃষ্টি সৌদামিনীৰ দৰে, মুখৰ হাঁহিটি মেঘমুক্ত আকাশৰ দৰে।" তেওঁ অত্যন্ত উৎসাহেৰে কলে - "কোৱাচোন তেনেজনী ছোৱালীক ভাল পাই আৰু আন কাৰোবাক ভাল পোৱাৰ কল্পনা কৰিব পাৰিনে?"

মই কলো - "এই বিষয়ে মোৰ একো সিদ্ধান্ত নাই।" কিন্তু অন্তৰ বিদাৰি এটা হুমুনিয়াহ আহিল।

তোমাৰ অভাৱবোধেও মোক তেনেকৈ sensitive কৰি তুলিছে। দুঃখবোধে সকলোৰে সুকুমাৰ মনোবৃত্তিবোৰ সজাগ আৰু সচেতন কৰে। সুখৰ আধিক্যই জড়তা আনে। কোন সাধক আছে যেয়ে কষ্টৰ সহায়েৰে আগবঢ়া নাই? বৰং আমাৰ সমাজত বহুত সাধু-সন্ন্যাসী বা মঠ-মন্দিৰৰ অধিনায়কক দেখা যায় যে আগৰ সাধন থকা স্বত্বেও বিলাস আবৰ্ত্তত পৰি নিজৰ অস্তিত্বতোকে হেৰুৱায়। তুমি দূৰত থকাটোও মোৰ পক্ষে সেই দৃষ্টিৰ ফালৰ পৰা আনন্দদায়ক।




## (আঠ)

### "হাঁহি আৰু অশ্ৰুৰে আমাৰ জীৱন।"

মৰমৰ অৰুণা,

অকলে বহি ভাবিছো, অশ্ৰু বিসৰ্জনৰ কথা। - অশ্ৰু অকাৰণ বিসৰ্জন কৰে বালিকা" - ৰবী ঠাকুৰে ক'ৰবাত এইযাৰ কথা কৈছে। এইকল বালিকা কিয়, মই দেখিছো সকলোৱে অশ্ৰু বিসৰ্জন কৰে - মিছাতে, অৰ্থাৎ অকাৰণ। বহুতৰ চকুলোৱে মোক জুমুৰি দি ধৰিছে এই অৱস্থাত। মহাত্মা গান্ধীৰ পৰলোকপ্ৰাপ্তিৰ কিছুদিন পিছত মই এজন খ্যাতনামা দেশসেৱকক লগ পাইছিলো। তেতিয়া প্ৰায়বোৰ দেশবাসীয়ে কান্দি-কাতি উঠিছে শোকৰ পৰা। কিবা প্ৰকাৰে এই অমানুষিক হত্যাৰ কথা ওলোৱাত সেই ভদ্ৰলোকজনে উচুপি উচুপি কান্দিবলৈ ধৰিলে - যেন তেখেতৰ সদ্য পিতৃবিয়োগ হে ঘটিছিল। - কান্দোন দেখি মই অবাক হলো, কাৰণ সেই মানুহজনৰ আত্মীয়-স্বজন ঢুকালেও তেনেকৈ কান্দোন আহিলহেঁতেন নে নাই সন্দেহ। মোৰ চকু-মুখলৈ চাই বোধহয় তেওঁৰ সন্দেহ হ'ল যে মই বৰকৈ পতিয়ন যোৱা নাই। তেতিয়া তেওঁৰ কান্দোনৰ সুৰ আৰু স্পষ্ট হ'ল "Oh, Bapuji, father of the nation!" - এইকথা কান্দোনৰ মাজত ধ্বনিত হ'ল। মই আৰু আচৰিত হলো। অসমীয়া মানুহে ইংৰাজীত কান্দিলে মোৰ কিবা যেন লাগে। "তু মেৰা জান" - বুলি অসমীয়া ডেকাই অসমীয়া গাভৰুক প্ৰেম নিবেদন কৰিলে যিখিনি আন্তৰিকতা থকা বুলি বিশ্বাস কৰিম, ইংৰাজী কান্দোনতো মই তিমানখিনি আন্তৰিকতাৰে উমান পাওঁ। ভদ্ৰলোকজন বৰ sensitive দেই, তেওঁ বোধহয় মোৰ এই ভাবটোও ধৰিব পাৰিলে আৰু তাৰ পিছতো আৰম্ভ কৰিলে - "উ, উ, জাতিৰ পিতা, তুমি অকালতে আমাক এৰি গ'লা।"

এবাৰ এটা পৰিয়ালক আত্মীয় এজনৰ মৃতদেহ আগত লৈ ইংৰাজীত কন্দা-কতা কৰা দেখিছিলো, ইংৰাজী জনা অসমীয়া পৰিয়াল। শেষত শৱ যেতিয়া শ্মশানলৈ নিয়া হ'ল, কন্দা-কতা কৰা সকলৰ দু এজনে টৌ'ৰে গৈ শ্মশানত ভুমুকি মাৰি আহিল, শ্মশানত নাথাকিল - মূৰ ঘূৰি কিজানি জুইতে পৰি যায়, এই ভয়ত।

এঠাইত আকৌ দেখিলো বিয়াই বিজনে কান্দে - বিশেষকৈ মৃতকৰ বাবে। পিৰা পাৰি লৈ ৰ'দত বহি মূৰ ফণিয়াই ফণিযাই - সুৰ ধৰি ধৰি কান্দে, কান্দোনৰ মাজে মাজে আৱশ্যকীয় কথা-বতৰা বা গৃহস্থিৰ নিত্য-নৈমিত্তিক কথা-বতৰাও কয়। যেনে কান্দোনৰ বিষয় হল, - বাৰ-চৌধ বছৰীয়া পুতেক। মাকৰ কান্দোন আৰম্ভ হল - "লগৰ ল'ৰা সাজি কাচি ওলাইছে, মোৰ বোপাই অ', পেৰুৰ কাপোৰ পেৰাতে পুৰণি হ'ল, মোৰ জীউ অ', - " অইন এটা

দুবছৰীয়া ল'ৰা হাতত লোটা লৈ খেলি থাকোতে চোতালত থেকেছা খাই পৰিল। মাকে আবিয়ে ছোৱালী এজনীলৈ চাই কান্দে-নৰ লগে লগে গাইছে - "সি যে থেকেচা খাই চোতালত পৰিল, দেখা নাপাৰ নেকি কানী, - (মৃতকৰ উদ্দেশ্যে) - অ' মোৰ বোপাই অ।" - (সৰু লৰাটোলৈ), এতিয়া লাগিলে লোটাটোও ভাঙক, - (ছোৱালীৰ উদ্দেশ্যে) - কানি-কাপোৰ সোপা সলাই দে, ঠাণ্ডা লাগি মৰিব, - (মৃতকৰ উদ্দেশ্যে) - মোৰ বোপাই অ'।" এনেকৈ এঘণ্টামান কান্দি-কাতি উঠি ৰান্ধনি-ঘৰলৈ চকুলো মচি মচি যায়।

এদিন এজন শহুৰেকে মোক কলে যে তেওঁৰ জোঁৱায়েক হেনো যেতিয়া শহুৰৰ ঘৰৰ পৰা যাবলৈ ওলায় তেতিয়া সদায় চকুলো মচে। জোঁৱায়েকজন ঘৰ জোঁৱাই থকা হলেও নিশ্চয় দুঃখৰ কাৰণটো বুজিব পাৰিলোহেঁতেন - কিন্তু সস্ত্ৰীক যদি মিতিৰ খাবলৈ আহি যাবৰ সময়ত জোঁৱায়েকে কান্দে, মই তাৰ কেৱল একেটা কাৰণ্ পাওঁ, সেইটো হল, ঘৈণীয়েক সম্বন্ধে ভাবিছে - "এই আপদজনীক ইয়াতেই এৰি যাব পৰা হলেই ভাল আছিল, - নাই নেৰে, আকৌ মোৰ লগত ওলালে যাবলৈ।" অৱশ্যে অইন contextৰ লগত ব্যাখ্যা কৰিবলৈ ওলালে মোৰ এই ব্যাখ্যা ঠিক নহব, কাৰণ শহুৰেকৰ ঘৰৰ অইন কোনোবা গৈ তেওঁৰ ঘৰত আলহী থাকি আহিবলৈ ওলালেও হেনো কান্দে। তেতিয়াহলে তেওঁৰ নিশ্চয় কন্দাটোৱে complex, - অৰ্থাৎ অকাৰণ অশ্ৰুপাত কৰে।

এতিয়া এবাৰ পাৰমাৰ্থিক অশ্ৰুপাতৰ কাৰণ বিচাৰি ওলাওঁ। অশ্ৰুপুলক, হৰ্ষ ইত্যাদি হেনো ভগৱৎ ভক্তিৰ লক্ষণ। আমাৰ শ্ৰীমন্ত শঙ্কৰ লৰাক ভালপোৱা বাপেক বিধৰহে। অশ্ৰু-পুলক পৰ্য্যায়ৰ ভক্তিৰ কথা বেছি কোৱা নাই। মুছলমান সকলৰ ভগৱানৰ পো, বোৱাৰী, ভাৰ্য্যা, প্ৰিয়া একোৱে নাই, সেই কাৰণে ধৰ্ম্মৰ বা ভগৱৎ ভক্তিৰ অশ্ৰুপাতৰ কথালৈ মই নাযাওঁ। মই মানুহৰ প্ৰেমকে পাৰমাৰ্থিক অৰ্থত লৈছো। প্ৰেমত পৰি কোনোবাই কান্দে নে নাকান্দে মই নাজানোঁ। কিন্তু প্ৰিয়া বা প্ৰিয়-বিৰহত চকুলোৰে গাৰু তিওৱা প্ৰায় শুনা। এই হিয়া ভগা কান্দোন যে বৃথা মই তাকেহে কব খুজিছো। কান্দিলে কি হব, যোৱা কথা গ'ল, হোৱা কথা হ'ল, এনে এটা matter of facts বুজি লোৱা বৰ ভাল কথা। মিৰি গাওঁবোৰ দেখি মোৰ এটা বুজ আহিল, সকলোকে তাৰ ভাগ দিব খুজিছো। তেওঁলোকে মৃতকৰ লগত মৃতকৰ যাবতীয় বস্তু দি দিয়ে, সকলোখিনি দিয়ক নিদিয়ক, যেনে, ধান চাউল, টকাকড়ি আদি, কিন্তু কানি-কাপোৰ ঘটিবাটি আদি-বাচন-বৰ্ত্তন তাৰপৰা কোনোবাই চুৰি কৰে বুলি কাহঁৰ বাটি আদি ফুটাই মাটিৰে সৈতে গজাল মাৰি থয়। কানি-কাপোৰ বৰ ধূলি-মাকতিৰে লেতেৰা হয়, তাতে বৰষুণত তিতি ৰ'দত শুকাই অলপ দিনতে তাৰ অস্তিত্বৰ লোপ পোৱাই আনে। মই এজন গামক সুধিলো - "গাম, মৃতকৰ লগত এনেকৈ বয়-বস্তুবোৰ দি নো কি ভাল পোৱা - মিছাতে নষ্ট হৈ যায়?" তেওঁ কলে - "যাৰ যৰে বস্তু তাতে লয় হৈ যায়, - এইটো ভাল কথা।" মই ভাবিচিন্তি দেখিলো, হয়, ঠিকেইতো - যাৰ যৰে বস্তু তাতে লয় হবলৈ দিয়াই

ভাল। মিছাতে স্মৃতিৰ বোজা কিয় কঢ়িয়াই লৈ ফুৰা? আকাশত জোন উঠা নাই জানো? তোমাৰ বাবে তাৰ পোহৰ নিশ্চয় ক'লা হোৱা নাই? ওচৰতে যদি শেৱালি ফুলিছে তাৰ সুঘ্ৰাণো আগৰ দৰেই আছে। তোমাৰ মূৰ শিতানৰ খিৰিকী বহলকৈ মেলি দিয়া-মাটিৰ পৰা ভূমি-চম্পাৰ গোন্ধ তোমাকে বিচাৰি উৰি আহিছে। গোন্ধ নোহোৱা ফুলটোক আদৰ কৰিলে তাৰ পৰাও গোন্ধ ওলাব। প্ৰেমত পৰি ব্যৰ্থ হোৱা মানুহে অন্ততঃ মোৰ এই কথাষাৰৰ সত্যতা বুজিব। অতীত লৈ যি সকলে জীয়াই থাকিব খোজে তেওঁলোকেই অশ্ৰুপাত কৰে বেছি। গছৰ গজালি এটাত সৰু ঘা দিলেও ক্ষতি হয় বেছি, কিন্তু গছ ডাঙৰ হোৱাৰ লগে লগে সেই ক্ষতৰ চিন-চাবেই নোহোৱা হয়, শেহত যেতিয়া পুলিটো বৃহত গছত পৰিণত হয় তেতিয়া বোধহয় লৰাকালিৰ সেই ক্ষতিৰ কথা পাহৰি যায়। আমাৰ জীৱনতো বৰ্দ্ধিষ্ণু ভাৱ যেতিয়া অক্ষুণ্ণ থাকে তেতিয়া সৰু-সুৰা ক্ষতিত মন বিব্ৰত হৈ নপৰে, অশ্ৰুপাত কৰিলেও ই জীৱনৰ গতি নিস্তেজ কৰিব নোৱাৰে। মাতৃৰ পক্ষে পুত্ৰ-পুত্ৰী বিয়োগজনিত শোক বৰ ব্যথাবহ, বুঢ়া পিতাক-মাকৰ পক্ষে সন্তানৰ বিয়োগ অসহ্য - আনকি আশু মৃত্যুও দেখা যায় তাৰ ফলত। বিধবাৰ মনোকষ্টও সহজে অনুমান কৰিব পাৰোঁ - কিন্তু এই সকলো দুখ পাহৰিবলৈ জানো একো বাট নাই? - কব নোৱাৰোঁ। এওঁলোকৰ দুঃখত মোৰো অশ্ৰু পৰে, সহানুভূতিৰ। ব্যথা-কাতৰ মুখখনিলৈ কোনে নিৰ্ব্বাক ভাবে চাব পাৰে?

ন বোৱাৰী যেতিয়া গৃহকোণত লুকাই পৰিজনৰ অজানিতে ওৰণিৰ তলত চকুলো পেলায় - বাল্যকালৰ স্মৃতিবোৰ মনৰ পটত মুকলি কৰি, - তেতিয়া মোৰ অন্তৰ তেওঁৰ লগত গুঞ্জন কৰে, - শহুৰেকৰ ঘৰ এৰিবলৈ গলে যি জোঁৱাইৰ চকুলো পৰে তেওঁক মই মোৰ লগত আমাৰ গছৰ ছাঁত শিল ভাঙিবলৈ মাতো। গছত কুলিৰ মৃদু মাত শুনিলে তেওঁৰ চকুলো নিশ্চয় শুকাব আৰু শালিকাৰ মাতৰ সৌন্দৰ্য্যাৰে মনৰ তলিত মৰহি যাব।

৯.৫

(নয়)

**মৰমৰ অৰুণা,**

মানুহে যেতিয়া নিজৰ জীৱনী লিখাৰ কথা ভাবে মোৰ চিন্তা হয়। সেই মানুহবোৰক মই ভাল পাওঁ। তেওঁলোক ডাঙৰ মানুহো হব পাৰে, সৰু মানুহো হব পাৰে। তেওঁলোকৰ অভিপ্ৰায়টো ভাল। জীৱনী লিখা মানুহবোৰ বৰ ডাঙ্কোপ মৰা নহয় সচৰাচৰ। তেওঁলোকে ভাবে যে জীৱনত মই যি দেখিলো বা শিকিলো বা যি জানিলো, লিপিবদ্ধ কৰি যোৱা উচিত,

- সাধাৰণৰ যদি উপকাৰ হয় ভাল কথা, নহলেও মোৰ পিনৰ পৰা যি বক্তব্য আছিল কৈ গলো। সকলো মানুহে একপ্ৰকাৰে জীৱন-বুৰঞ্জী লিখি যাব খোজে। মৰণৰ পিছত মানুহে মনত ৰাখক এই কামনাটোও বোধহয় বহুতৰ থাকে, - নহলে খিলঞ্জীয়া কীৰ্ত্তি ৰখা আদি কথা মানুহৰ মনত নেখেলিলেহেঁতেন। এইটো বোধহয় এটা মানবীয় দুৰ্ব্বলতা। মৰিলেও জীৱনটোৰ শেষ নপৰে, - তাৰ পিছতো দীঘলীয়া ছাঁ এটা যেন থাকি যায়, - তাতো যেন কাৰো খোজ নপৰে, ব্যক্তিত্ব যেন অক্ষুন্ন থাকে। সাগৰৰ বালিত খোজ কঢ়ালে মনত পৰে। হেজাৰ বিজাৰ মানুহে পুৱা গধূলি সাগৰৰ পাৰত বালিত খোজ কাঢ়ে, মই খোজ কাঢ়িলো, মোৰো খোজ পৰিল। মোৰ ইচ্ছা, মোৰ খোজত যেন আন কাৰো খোজ নপৰে, মোৰ পদাঙ্ক যেন চিৰদিন যাউতি যুগীয়া হৈ থাকে। হায়ৰে মূৰ্খ মন! 'থৈ যাব পৰা খোজ সময় বালিত' - কবিয়ে কৈছে, ঠিকেই কৈছে। বালিত খোজ কেতিয়াবা যুগমীয়া হয়নে? খোজৰ কাষৰ বালিবোৰ জুৰ-স্তুৰকৈ বাগৰি পৰি খোজৰ আকাৰ ক্ৰমে নষ্ট কৰি আনে, - তোমাৰ খোজ বুলি, তুমি নিজে দেখিও ধৰিব নোৱাৰিবা। তাৰ পিছত অলপমান বতাহ লাগিলেই ক'ৰ বালি ক'লৈ যায় ঠিক নাই, তোমাৰ খোজ যে তাত আছিল তুমি ধৰিব নোৱাৰিবা। এজুপুৰি বৰষুণ গলেও সেই একে কথা। আৰু তোমাৰ বা মোৰ খোজ কেইটাৰ চিন মাৰ নিয়াবলৈ যে চিৰদিন বতাহ বা বৰষুণ নহয়, তাকেই বা কেনেকৈ আশা কৰিবা? সাগৰৰ বালিৰ খোজৰ নিৰাপত্তা আৰু বিপদসঙ্কুল। অকলে যোৱা বাটত গৰু বিচাৰি বোকাৰ পথাৰে গলে - দুই চাৰিদিন খোজ কেইটা থাকে, কাৰণ তোমাৰ খোজতে খোজ মিলাই সতকাই তেনেকৈ কোনোৱে নাযায়, - কিন্তু সাগৰৰ পাৰত এনেই হেজাৰ মানুহৰ খোজ পৰে, তাতে বালিবোৰো এনে অবাধ্য যে সি তুমি ভৰিখন তোলাৰ লগে লগেই তোমাৰ খোজত এজোলোকা বালি ভৰাই দিলে - যেন তুমি সিহঁতৰ আপত্তি স্বত্বেও তাত খোজ দিছা। অতি অপৰিচিত মানুহে যদি অসময়ত তোমাৰ দুৱাৰত টুকুৰিয়াই যায় আৰু তুমি দুৱাৰ মেলোঁতেই সোধে - 'এইটো অমুকৰ ঘৰ হয়নে', আৰু যাৰ ঘৰৰ কথা সোধে সেই মানুহজনক তুমি চিনি নোপোৱা বা ভাল নোপোৱা, তুমি এটা কটু উত্তৰ দি অপৰিচিত আগন্তুকক বিদায় দি কটপ কৰে দুৱাৰ বা জপনাখন মাৰি নিদিবা নে? - সাগৰৰ বালিও যেন ঠিক তাকেই কৰে। তুমি পাৰ হৈ যোৱাৰ লগে লগে তোমাৰ খোজৰ সকলো চিন নেহেৰ্পি নোহোৱা কৰিব খোজে। এইটো গ'ল বালিৰ ফালৰ কথা। সাগৰৰ আপত্তি তাতকৈও চৰা। তুমি থাকোঁতেই কেতিয়াবা ঢৌ এটা আহি সকলো মচি নিলে, তোমাৰ ভৰিও তিয়াই দি গ'ল। তুমি যদি অভিজাত কুলৰ হোৱা অৰ্থাৎ পদত চৰ্ম্ম-পাদুকা থাকে তেনেহলে নিজে সদম্ভ অলপ দূৰত ফুৰিবা, ভৰিত পানী লগাৰ ভয় নাই। কিন্তু এটা কথা নহয়নে, তোমাৰ পাদুকা আৰু আনৰ পাদুকাৰ কোনো প্ৰভেদ জানিব, সেইটো যে তোমাৰ খোজ তাকেই বা কোনে কব, একে ধৰণৰ প্ৰকাৰৰ জোতা বা চেণ্ডেল আৰু বহুতৰ থাকে। আমি পদ-অঙ্কৰে কথা কওঁ বাৰু সাগৰৰ ঢৌ সোঁতে নাহিলেও জোঁৱাৰৰ সময়ত কি





কৰিবা, - সি তোমাৰ খোজ বুৰাই নিব নিশ্চয়। আজি-কালিতো psycho-analysis বা মনোবিশ্লেষণৰ দিন, - সাগৰৰ মনোবিশ্লেষণ কৰি চোৱা যাওক। অৱশ্যে সাগৰৰ নিজৰে মন অস্থিৰ - থৌকি বাথৌ লাগিয়ে আছে। পণ্ডিতসকলে কয়, চকুৰেও দেখা যায়, ঢৌবোৰ উপৰুৱা বস্তুহে - তাৰ তলিত গভীৰ উদ্দাম পানী বহুত আছে। তেনেহলে সেই গভীৰতাত সাগৰে কি ভাবে? আমাক তোমাক উপহাস কৰে। ভাবে, মই বিৰাট বস্তু এটা পৰি আছো - মোৰ নিজৰ সমাধি ৰচাৰ প্ৰবৃত্তি নাই। কিন্তু এই প্ৰবালবোৰ - সিহঁতে ৰচে প্ৰবাল দ্বীপপুঞ্জ। প্ৰবালবোৰে নিজৰ সংসাৰ ৰচে, নিজৰ ভৱিষ্যৎ আদৰৰ কল্পনা কৰে, - সিহঁতৰ ভগ্নস্তূপৰ কোনোবা শতাংশ বা সহস্ৰাংশই কোনোবা ৰূপহীৰ কণ্ঠাভৰণ হব, - সেই ভৱিষ্যৎ গৌৰৱৰ কল্পনা কৰে। পাৰেদি'যোৱা মানুহবোৰ দেখি হাঁহে, - মোৰ বৃহত্বৰ ইহঁতৰ অনুমান বা অনুভূতিৰ কল্পনা নাই, ওপৰেদি বাগৰি যোৱা দুটা ঢৌ, - দুটা ঢৌৰ সংঘৰ্ষত ওপৰলৈ ছিটিকি উঠা দুছাটি পানী, ইয়াকে চাইয়ে ইহঁতৰ কি আনন্দ! তাতে নিজৰ খোজৰে চিন থৈ যাব খোজে বালিত! ধৃষ্টতাৰ চূড়ান্ত নিদৰ্শন।

সময়েও বাৰু আমাক এনেকৈ হাঁহিব পাৰে নেকি? কালশ্চ নিৰবধি। তাতে কি হল, হাঁহে হাঁহক। এক শ্ৰেণীৰ লিখকলৈ হঠাতে মোৰ মনত পৰি গল। তেওঁলোকে সময় বালিত নিজৰ খোজতো এৰিবই, প্ৰাণপণে ককাই, দদাই, অণ্ডহী-বণ্ডহী, পাৰিলে হোষ্টেলৰ ঠাকুৰ-চাকৰৰো 'চিন ছাপ এৰি যাব' খোজে। প্ৰিয়াৰ ছাপ এৰা সাধুজন-সম্মত। বাস্তৱ প্ৰিয়া নাথাকিলে কল্পিতা প্ৰিয়াৰো ছবি এৰিব পাৰি। অষ্টাদশ শতাব্দীত ফ্ৰান্সৰ এক ধনী ভদ্ৰমহিলা এজন কৃতী আৰ্টিষ্টৰ তালৈ গৈ নিজৰ আলেখ্য আঁকাৰ কথা ক'লে; তেতিয়া শিল্পীয়ে হাঁহি ক'লে - "আপোনাৰ এই বয়সত শৰীৰ সৌকুমাৰ্য্য বিশেষ আশা কৰা নাযায়, মুখৰ ছবি আপোনাৰ ভালেই।" সেই কালত প্ৰায় উলঙ্গ বা অৰ্দ্ধ-উলঙ্গ ছবি আঁকোৱাই দস্তুৰ আছিল, কাৰণ পোছাকৰ ছবি তো দৰ্জ্জিৰ নমুনাৰ কিতাপতে পোৱা গৈছিল, - তাৰ প্ৰতি মানুহৰ বেছি আদৰ নাছিল। ভদ্ৰমহিলা এসময়ত ৰূপৱতী আছিল সন্দেহ নাই, তেখেত এগৰাকী 'কাউন্টেছ' আছিল - অৰ্থ, পদমৰ্য্যাদা সেই সময়তো অক্ষুণ্ণ আছিল। শিল্পীয়ে তেওঁৰ অনুৰোধ-উপৰোধ উপেক্ষা কৰিব নোৱাৰি কলে যে চাওক আপোনাৰ নিজৰ লোলচৰ্ম্ম শৰীৰৰ ঠাইত মই এগৰাকী ভেৰোণীয়া ৰূপহীৰ গাটোকে আঁকিম আৰু তাতে আপোনাৰ মুখ মিল খোৱাকৈ সন্নিবিষ্ট কৰি দিম, হব নে? বুঢ়ীৰ মুখত হাঁহি বিৰিঙিল। আমাৰো কল্পিত প্ৰিয়াবোৰৰ ছবি প্ৰায় তেনে হয়। সত্য প্ৰিয়া আমাৰ কেইজনৰ আছে, বেছিভাগ প্ৰিয়া ব্যৱসায়ৰ খাটিৰত হোৱা বা গজি উঠা প্ৰিয়া নহয় নে? আগত তুমি হে তুমি, 'তুমি মোৰ কল্পনাৰ উঁহ, মূৰ্চ্ছনাৰ ছন্দ' - কিমান কথা কওঁ, আৰু পিছ দিলেই কিল ভুকু তোলো। "আপুনি নাজানে তেতিয়া মোৰ লগত তেওঁৰ কি ঘনিষ্ঠতা" - এই হল প্ৰেমোত্তৰ যুগৰ বৰ্ণনা। এই প্ৰিয়া লৈয়েতো 'কাৰবাৰ' কৰোঁ সাহিত্য আৰু কবিতাৰ বাবে অন্ততঃ। সত্য প্ৰিয়া নাই, এই কথা মই নকওঁ কিন্তু তেওঁলোকে নিজে বেছি আগবাঢ়ি

নাহে। ভাল সাধক হিমালয়ৰ পৰা কেইজন নামে, অথচ কেএগ্রা মহাজনৰ দোকানৰ আগত খৰি পোৰা সন্ন্যাসী কিমান দেখো, এবাৰ আহিলে উঠিবৰ নামেই নাই, - কৈলাস নামি আহে - কলৰ পানী গঙ্গোত্রীৰ কাম কৰে, দুই এজনক পুলিচে ধৰ-পাকৰ কৰিলে চহৰত ছহৰ চিন এৰি সন্ন্যাসী সকল অন্তৰ্ধান হয়।

মই আৰম্ভ কৰিছিলো জীৱনীৰ নামত, ওলালো গৈ নৈৰ পাৰত সন্ন্যাসী মহলত। জীৱনী লিখোতা সকলে কেনেকৈ ঠিক থাকে মই নাজানো। তেওঁলোকে বোধহয় লিখি উঠি ভাবে যে কি লিখিলো, একো লিখাই নহল দেখো, অথবা যি লিখিলো ই কিবা কামৰ হল নে নহয় সন্দেহ। সিদিনা এঠাইত পঢ়িলো, এজন খ্যাতনামা লিখকে হেনো কৈছিল যে সকলো মানুহৰ জীৱনী এখিলা চিগাৰেট সজা কাকতত লিখিব পাৰি। তাত লিখিব লাগিব - "মই জন্মিছিলো ইমান তাৰিখে, অমুখ ঠাইত নিজৰ অনিচ্ছা আৰু অজ্ঞাতে, জীয়াই থাকিলো দুখ-কষ্ট আশা-আকাঙ্খাৰ মাজেৰে, মৰিব লাগিব অনিৰ্দ্দিষ্ট দিনত একান্ত অনিচ্ছাত।" কোনোৱে আপত্তি কৰিব পাৰে যে যি সকলে আত্মহত্যা কৰে তেওঁলোকে অনিচ্ছাত মৰা বুলি লিখিলে ভুল হব। বেছি কথা নকওঁ, তেওঁলোকক সুধি চাব পৰা - কোনটো সত্য।

জীৱনীৰ পাতত যে ব্যক্তিগত বিশেষত্ব নাথাকে তেনে নহয়, কিন্তু ঘাই বিশেষত্ব থাকে লিখাৰ পদ্ধতিত আৰু জীৱনৰ ঘটনাবোৰৰ উচিত মূল্য নিৰূপণত। এঠাইত পঢ়িছিলো যে এজন লিখকে ভাল এখন উপন্যাস লিখিবলৈ হাবিয়াস কৰি নানা ঠাই ফুৰিলে, নানা অৱস্থাৰ সম্মুখীন হ'ল আৰু তেওঁৰ অভিজ্ঞতাবোৰ সন্নিবিষ্ট কৰি কিতাপ এখন লিখি প্ৰকাশকৰ ওচৰলৈ পঠিওৱাত প্ৰশংসা নকৰি গ্ৰন্থখন হাতে লিখা অৱস্থাতে ঘূৰাই পঠিয়ালে, লিখিলে - "অত্যন্ত গতানুগতিক।" মনৰ এই ক্ষুণ্ণ অৱস্থাত এজন ৰেলষ্টেচনত বৈ থকা সহযাত্ৰীক নিজৰ জীৱনৰ ব্যৰ্থতা, প্ৰয়াস আৰু বাল্যাৱস্থাৰ কথা কৈ অন্তৰৰ ব্যৰ্থতাৰ আঘাত পাতলালে আৰু নিজৰ গ্ৰন্থৰ উন্নতি কল্পে পুনৰ অভিজ্ঞতা লাভৰ বাবে ওলাল। কেইবছৰমান পিছৰ কথা। ৰেলগাড়ী অহাত পলম হৈছে, ষ্টেচনত থকা কিতাপৰ দোকানীক সুধিলে, নতুন কি ভাল কিতাপ আহিছে। তেওঁক এখন কিতাপ উলিয়াই দিলে - পঢ়িবলৈ আৰম্ভ কৰিলে - পঢ়ি ৰং লাগিল আৰু এইটোও তেওঁৰ বুজিবলৈ বাকী নাথাকিল যে কিতাপখন তেওঁ দিয়া নিজৰ অভিজ্ঞতাৰে বৰ্ণনা - ৰেল ষ্টেচনত যে এদিন সহযাত্ৰী এজনক কৈছিল। লিখিলে সেই অপৰিচিত শ্ৰোতাই, ধন আৰু যশও আৰ্জন কৰিলে। তেওঁ নিজে সেই অভিজ্ঞতাৰ অধিকাৰী হৈ অভিজ্ঞতা ভাৰ স্বৰূপে বহন কৰিছে। মনত ধিক্কাৰ আহিল, আৰু অভিজ্ঞতা নালাগে বুলি ঘৰলৈ উলতি গল। নিজৰ জীৱন বুৰঞ্জীতো সমল থাকিলেই নহয়, পৰিবেশন কৰিবলৈও জানিব লাগে।

## (দশ)

**মৰমৰ অৰুণা,**

মই যদি জীৱনী লিখিবলগীয়া হয় অন্ততঃ দুজনৰ জীৱনী নিলিখোঁ বুলি ভাবিছো - তোমাৰ আৰু মোৰ। এই পক্ষপাতিত্বৰ কাৰণ আন একো নহয়, অসম্ভব। লিটন ষ্ট্ৰেছি এজন খ্যাতনামা ইংৰাজ জীৱনী-লিখক, তেওঁ এঠাইত বেজাৰ কৰি কৈছে যে ইংলণ্ডত আৰু আগৰ নিচিনা জীৱনী-লিখক নাই। বছৱেলে ডাঃ জনছনৰ জীৱনী লিখি অমৰত্ব লাভ কৰিছে। বছৱেলৰ নিজা গুণ-জ্ঞান আছে এই কথা কোনোৱে স্বীকাৰ নকৰিছিল, বৰং আচাৰ ব্যৱহাৰত কিবা একৰকম মানুহ আছিল। ডাঃ জনছনক দেখি তেওঁ মুগ্ধ হৈছিল, অকল মুগ্ধই নহয়, তদ্গত-প্ৰাণ হোৱা বুলি কব পাৰি। সেই কাৰণে বছৱেলে ডাঃ জনছনৰ জীৱনৰ অতি সামান্য ঘটনাবোৰো হুবহু ভাবে (তেওঁৰ নিজৰ দৃষ্টিকোণৰ পৰা অৱশ্য) চিত্ৰণ কৰিবলৈ চেষ্টা কৰিছিল, আৰু তাৰ ফলত প্ৰায়বোৰ সৰু ঘটনাও মূৰ্ত্তিমন্ত সত্য যেন হৈ প্ৰতিভাত হৈছিল আৰু পাঠকসকলৰ মনত এটা ছাপ বহুৱাইছিল। অমৰ হবলৈ বেছি ডাঙৰ কাম কৰাৰ আৱশ্যক নাই, অৱশ্যে মোৰ মনেৰে দেই, - সৰু সৰু কাম ভালকৈ কৰিলেই হয়। মোৰ এটা নিজস্ব দুৰ্ব্বলতা আছে যে কৃতী আৰ্টিষ্ট বা শিল্পীসকলক ভাল পাওঁ, জীৱন জীৱন্ত কৰা তেওঁলোকৰ কৃতিত্ব বুলি নহয়, অচেতন পদাৰ্থকো তেওঁলোকে জীৱন্ত কৰে সেই কাৰণেহে। এডোখৰ শিল পৰি থাকিল, তাতে হাতুৰি-বটালি চলাই কি এটা জীৱন্ত মূৰ্ত্তি গঢ়ি তোলে। তাজমহলৰ শিল কেইছটা বেলেগ হৈ থকা অৱস্থাত কোনে কোনেনো বিশেষ পদাৰ্থ বুলি মন কৰিছিল, - কিন্তু সেইবোৰ "যথা প্ৰদেশং বিনিবিশিতেন" - যথাস্থানত স্থাপন কৰি কৃতী শিল্পীসকলে কি এটা অপৰূপ বস্তুৰ সৃষ্টি কৰিলে। ইমান দক্ষ শিল্পীসকলৰ ব্যক্তিগত জীৱনী সম্বন্ধে আমি দেখো একোকে নাজানোঁ। তেওঁলোকৰ জীৱনী যদি পাহৰণিৰ গৰ্ভত হেৰাই যাব পাৰে, আমাৰ জীৱনী লিখি কি লাভ বাৰু কোৱাচোন। এই সুযোগতে মই এটা কথা কব খোজোঁ যে আমাৰ বহুতৰে ধাৰণা যে তাজমহল আদি সজোৱাৰ বাবে মোগল সম্ৰাটে বিদেশৰ পৰা শিল্পী অনাইছিল। এই কথাষাৰৰ সত্য কিমান আছে নাজানোঁ, কাৰণ পঢ়াশুনাৰ ফালৰ পৰা মই যে পণ্ডিত নহওঁ তুমি জানা, - কিন্তু মই কৃতবিদ্য মানুহৰ লিখনীৰ পৰা (ডাঃ জুলিয়ান হাঁলিহঁতৰ নিচিনা) জানিব পাৰিছো যে জৰ্দ্দন, লিবেনন, ছিৰিয়া আদি ঠাইত ৰোম ৰাজ্যৰ আমোলত ভাৰতীয় শিল্পী বহুতবোৰ নিয়াই তাত বহুত প্ৰস্তৰ খোদাই আৰু বৃহৎ অট্টালিকা বা মঠ-মন্দিৰ সজোৱাত তেওঁলোকক নিয়োগ কৰিছিল। হৰাপ্পা, মহেঞ্জোদাৰো আদিৰ খোদিত লিপিৰ পাঠোদ্ধাৰ নোহোৱাত পৃথিবীৰ সভ্যতাৰ বুৰঞ্জী এতিয়াও বহুত পঙ্গু হৈ আছে। সৃষ্টি পাতনি নালাগে, এবাৰ যদি সভ্যতাৰ বুৰঞ্জীলৈ তুমি দৃষ্টি নিক্ষেপ কৰা, দেখিবা যে পৃথিবীত লিখিততকৈ অলিখিত কথাই বেছি, জনাৰ পৰিধিতকৈ অজানাৰ পৰিধি অধিকতৰ বিস্তীৰ্ণ হৈ পৰি আছে।

সেই কাৰণে তোমাৰ বা মোৰ বিষয়ে লোকে নাজানিলেই বা ইনো কি ডাঙৰ কথা!

হাঁহি উঠে human vanityত, কি আত্মশ্লাঘা আমাৰ। আমি নাওবৈছা গাওঁৰ পৰা ধেমাজি, ধেমাজিৰ পৰা বদতি, বদতিৰ পৰা বৰদলনি গাওঁলৈ কেতিয়া উঠি গলো, ক'ত আমাৰ পূৰ্ব্বপুৰুষসকল কেইবছৰ থাকিল - এই লৈ হুলস্থূল কৰা, বাক্‌বিতণ্ডা কৰা - কি কাম মই বুজি নাপাওঁ। আমাৰ বংশৰ আঠাইশ পুৰুষলৈ পূৰ্ব্বপুৰুষসকল স্থিৰ কৰিব পাৰিলে আমি ডাঙৰ ঘৰৰ বুলি ভাবোঁ নাম নাজানিলে জানো পুৰুষসকল নাথাকে, আৰু নামটো থাকিলেই তেওঁ ডাঙৰ মানুহ হল নে? মই এজন ভদ্ৰলোকৰ সম্বন্ধে কোৱা শুনিছিলো যে মই দেউতাৰ নাম জানো, দেউতাকৰ দেউতাক কোন আছিল মই নাজানো, তেওঁৰ উপৰিপুৰুষ কোন তাকো নাজানোঁ।

সঙ্গীত বিষয়লৈ অহা যাওক। ই এটা বিশাল বস্তু নহয় জানো? ইয়াৰ তাল মান, জাতি কোনে নিৰাকৰণ কৰিলে, কোনে এই ৰাগ-ৰাগিণীবোৰৰ প্ৰথম পুৰাতে আমাক সম্ভেদ দিলে - তেওঁলোকৰ একো গমেই নাপাওঁ। কাৰবাৰ নাম যদি জানিব লাগে এওঁলোকৰ নামেই আগতে জনা উচিত। মোৰ পূৰ্ব্বপুৰুষ যি সকলৰ একো শ্ৰেষ্ঠ দান নাই, মোৰ পূৰ্ব্বপুৰুষ হল বুলিয়ে তেওঁলোকৰ নাম লিপিবদ্ধ কৰি পেৰা কাকতৰ নকলৰ লগত থৈ দিব লাগে নে? মাজতে এটা যুগ আছিল যেতিয়া সম্পত্তিৰ বাবে পূৰ্ব্বপুৰুষসকলৰ পিণ্ডল কৰা হৈছিল পিছত তেওঁলোকৰ নামৰ আৱশ্যকতা সিপিনৰ পৰাও কমি আহিল। মোৰ পূৰ্ব্বপুৰুষ বুলিয়ে সন্মান কৰিব লাগিল, এই কথাত মোৰ সহযোগ নাই। যাৰে চৰিত্ৰ আঁকিবলৈ যাওঁ তাকে আমি প্ৰায় মহাপুৰুষ কৰি সৃষ্টি কৰোঁ। মহাপুৰুষৰ চৰিত্ৰ আঁকিবলৈ গলে আমি তেওঁক ভগৱানৰ অৱতাৰ কৰোঁ। কোনো এটা বস্তু পূৰ্ণ বা সুস্থ অৱয়বৰ নহলে যেন আমি তালৈ শ্ৰদ্ধা দেখুৱাব নোৱাৰোঁ। হাতভগা হেৰা পোৱা শিলৰ মূৰ্ত্তিত যেন কাৰুকাৰ্য্য থাকিবই নোৱাৰে। এইবোৰ এখন অ-শিল্পীমনৰ হে পৰিচয় দিয়ে।

কথাই কথাই বহুত দূৰ আঁতৰি আহিলো। কথাও এটা 'নিছা' - এবাৰ ধৰিলে যেন তাৰ ৰাগিয়ে নেৰে। তোমাৰ আৰু মোৰ জীৱনী কিয় নিলিখো বুলিছো, বাৰু সংক্ষেপতে কওঁ। আগেয়ে মোৰ নিজৰ কথাকে কোৱা ভাল হব, তাৰ পিছত তোমাৰ। মই যি কাম কৰিছো সেয়ে মোৰ মানবীয় সত্ত্বা, নে যি কৰিব খুজিছিলো, ভাবিছিলো, সেয়েহে মোৰ প্ৰকৃত পথৰ পৰিচয়। মোৰ দ্বাৰা যিবোৰ হৈ উঠিল বা কৰা হৈ উঠিল তাৰ কীৰ্ত্তি বা অপকীৰ্ত্তি সকলোবোৰ নিজা জানো? কোন এজন ইহুদীৰ মাজত বাপেকৰ হেৰোৱা গৰু বিচাৰি গৈছিল, কিন্তু সেইদেশত ৰজাৰ আৱশ্যক হোৱাত আৰু বিজ্ঞ সকলে সপোনত দেখা সকলো ৰাজ-লক্ষণ দেখি তেওঁক সেই ৰাজ্যৰ ৰজা পতা হল। জীৱনী লিখিবলৈ গলে তেওঁ ৰজা বা সম্ৰাট, কিন্তু তেওঁৰ এই বিষয়ত কৃতিত্ব কি? বাচ্ছাইচাকু বুলি এজন কচায়ে ৰজা আমানুল্লাক মাৰি নে আটক ৰাখি

নিজে দুদিনলৈ আফগানিস্থানৰ ৰজা হল, অফল সেয়ে নহয়, আগৰ ৰাজ-পৰিয়ালৰ ডাঙৰ বিষয়ববীয়াৰ দুহিতাৰ লগত নিকাহো হল, দুদিনৰ পিছত আকৌ আততায়ীৰ হাতত প্ৰাণ হেৰুৱালে। ই হল এটা ৰজাৰ জীৱন কাহিনী। ইনো বুৰঞ্জীৰ পাতত কিয় ঠাই পাব লাগে? ইজিপ্তৰ ৰজা ফাৰুক দুদিনতে ক'ত নাই-নুই হৈ গ'ল, - বিবাহিতা পত্নীও তেওঁৰ সঙ্গ ত্যাগ কৰি গুছি আহিল - কেউপিনে ধাৰ-দেউলীয়া - এনেবোৰ ৰজাৰ কাহিনী নো কি শ্ৰীমন্ত কাহিনী, মানুহৰ জীৱনত ই কি উদ্‌গণি যোগাব? জীৱনত কৃতিত্ব লাভ নকৰা সৰু মানুহৰ ইয়াতকৈ বহুত চিত্তাকৰ্ষক আৰু প্ৰাণ-উন্মেষক কাহিনী আছে। সৰু ল'ৰা কেচাবিয়ান্‌কা পিতৃ-আদেশত যথাস্থানত থাকি জাহাজত জুই লগাত পুৰি মৰিল। নিয়মানুবৰ্ত্তিতাৰ কি জ্বলন্ত কাহিনী, পানীৰ সোঁত বন্ধ কৰি খালত পৰি থকা মুনি-বালক উদ্দালকৰ কাহিনী কি চমৎপ্ৰদ। সাহিত্য এৰি দি আমাৰ সাধৰণ জীৱনতে কিমান জ্বলন্ত আত্ম-ত্যাগৰ বা সত্য-নিষ্ঠাৰ কাহিনী পাওঁ। মই জানো এগৰাকী তিৰোতাই বঙ্গদেশৰ আকালৰ সময়ত নিজে নাখায় নিজৰ ভাগৰ ভাত বুঢ়া পিতাকক খাবলৈ দি ধীৰে ধীৰে মৃত্যুৰ বাটত আগবাঢ়িছিল আৰু মৃত্যুৰ গৰাহত নোহোৱা হল। তেওঁৰ জীৱনত ক'ত চিন ছাপ থাকিল? জীৱন্ত অৱস্থাত নিজৰ পুত্ৰ পুত্ৰীও সেইবাবে হাঁহি আৰু গঞ্জনাও যাচিছিল - যে ইমাননো মূৰ্খ থাকেনে নিজে নাখায় লোকক খুৱায়?

আমি নিজে যিবোৰ কৃতিত্ব বুলি ভাবো প্ৰকৃত অৰ্থত সেইবোৰ কৃতিত্ব হয়নে? মোৰ এজন বন্ধু আছে, ধৰা, তেওঁ বহু অন্যায় কৰি অৰ্থ সঞ্চয় কৰিলে। তেওঁ ধনী এই কথাটোহে মানুহ জানে কিন্তু অৰ্থ কেনেকৈ ঘটিলে এই কথাটো সম্যকৰূপে নাজানে, হয়তো তেওঁৰ ল'ৰা-ছোৱালীও নাজানে। তেওঁৰ জীৱনী কোনোবাই লিখিলে বা টকা পইচা দি ল'ৰা-ছোৱালীহঁতে কাৰবাৰ হতুৱাই লিখালে, - সেইখন এখন গৌৰৱময় গ্ৰন্থ হব নে? কেতিয়াও নহয়। সেইখন এখন বৰ্ণনাৰ পুথি হে হব, প্ৰাণৱন্ত নহয়। আমাৰ জীৱনৰ ঘটনাৱলীৰ লিখিত বৰ্ণনা তেনে এটা পৰ্য্যায়ত পৰা একো আচৰিত নহয়, তাতকৈ অলিখিত কাহিনীৰ আকৰ্ষণ বেছি উপভোগ কৰিছো। তোমাৰ মোৰ মিলনৰ এটা গধূলি লোকৰ চকুত তেনেই অৰ্থহীন। এবাৰ মই লুচাই পাহাৰলৈ গৈছিলো - এতিয়া নাম হৈছে - 'মিজোৰাম' বা মিজো হিল। এই ঠাইখিনি আওঁচেৰিয়া যদিও শিক্ষাদীক্ষাৰ সমাদৰ আছে আৰু ডেকা গাভৰু সকলোৰে শিক্ষাৰ প্ৰতি ৰাপ আছে। যোৱা দ্বিতীয় মহাযুদ্ধৰ পাছত পাশ্চাত্য প্ৰভাৱ হয়তো অলপ বেছি পৰিলক্ষিত হৈছে। তাতো বিদেশী মিলিটেৰিৰ আড্ডা থাকিব পাৰে। যেয়ে নহক, গধূলি বহুত ডেকা-গাভৰুক হাতত ধৰি জুম বান্ধি ফুৰা দেখা গৈছিল। তেওঁলোকৰ সাজ-সজ্জাও বিশেষ চকুত লগা ধৰণৰ আছিল। দিনত কিন্তু তেনে সাজ-সজ্জা কৰা গাভৰু বেচি দেখা নগৈছিল, বৰং আঁঠুমুৰীয়া কাপোৰ পিন্ধি কান্ধত খৰি লুৰিবৰ কাৰণে খাং আৰু পানী অনাৰ কাৰণে বাহৰ চুঙা গোটাচেৰেক সেই খাঙত সুমুৱাই লৈ পাহাৰৰ সৰু বাট ধৰি নামি যোৱা বা উঠি অহা গাভৰুহে বহুত দেখা গৈছিল। মই প্ৰশ্ন কৰি জানিব পাৰিলো যে দিনৰ সেই পৰিশ্ৰমী

ছোৱালীবোৰেই ৰাতিৰ সুসজ্জিতা লাস্যময়ী নাৰীসকলৰে সৈতে একে। দিনৰ সকলো দুঃখ পাহৰে প্ৰেমাস্পদসকলৰ লগত গধূলিৰ হাঁহি-ধেমালিত, দুখ-সুখৰ দুবাৰ কথাত। তেনে এটা ক্ষণৰ প্ৰকৃত ছবি আঁকা সকলোৰে পক্ষে সম্ভৱ নহয়। কাৰণ সুকুমাৰ তুলিকা নহলে কৰবাত কৰ্কশতাই তাৰ কোমলতাখিনি মোহাৰি পেলাব অথবা অস্পষ্ট কৰিব। সেই কাৰণে তোমাৰ মোৰ গৌৰৱৰ ক্ষণবোৰ মোৰ লিখনীক বিশ্বাস কৰি আঁকিবলৈ দিবলৈ টান পাম।

## (এঘাৰ)

**মৰমৰ অৰুণা,**

নানা বৰণৰ মেঘৰ চপৰা আকাশত ভাহি ফুৰাৰ দৰে কবি সকলোৰে দুই এটা কথা আমাৰ মন-আকাশত ঘূৰি ফুৰে - যেনে 'সঙ্গীত মুখৰিত গগনে।' গগন বুলিলেই কিবা এটা প্ৰশস্ততাৰ ভাব মনলৈ আহে আৰু সেই vault বা খোৰোংটো সঙ্গীতেৰে ভৰাই ৰখা হয় আৰু তাত বিচৰণ কৰিবলৈ দিয়া হয় মনটো কেনে লাগে। কেউপিনে কেৱল সঙ্গীত, উশাহত সঙ্গীত, স্পৰ্শত সঙ্গীত, আউজিছা সঙ্গীতত, হাত-ভৰি জুৰাইছা সঙ্গীতত, চাইছা সঙ্গীত, শুনিছা সঙ্গীত, মৌজোল পাতল কৰি যেন তাৰে তোমাক আৱৰি থৈছে, মলয়তকৈও মৃদু কিবাৰে তোমাৰ গাত বা দিছে। ক্লাছিকেল (সংস্কৃত) কবিসকলৰ সৃষ্ট নায়িকাৰ মনোজ কষ্ট নিবাৰণ কৰিবলৈ যেন পদুমৰ মোলানৰ হে ব্যৱস্থা কৰা হৈছে, - বুকুৰ তাপত পদুমৰ কোমল পাত লেৰেলি গৈছে, বাহুৰ উমত মোলান গৰম হৈ আহিছে, তাৰ বগা ৰং কমি গৈছে, অলপ নিস্তেজ সেউজীয়া হৈ আহিছে, তেওঁলোকেই কল্পনা কৰিছিল ভাল, অৱসৰো আছিল। আজি যেন সেই দিনৰ লোধ্ৰৰেণু সৰি সৰি মোহোৰা হল। ছিন্দ্ৰিৰ কলত মোনক মোনে সাৰ ওলোৱাৰ দৰে থলিয়াক থলিয়াই যেন পাউদাৰ ওলায় (তাত আতাগুৰি মিহলি নাথাকে তো?) - আৰু সেইবোৰকে টিনৰ বোটলত ভৰাই বেচে আৰু আমাৰ ৰূপহীসকলে তাকে গালে-মুখে ঘঁহি গোটেই গাটোকে ফপৰিয়া কৰে। অন্ততঃ মই ভাবোঁ তেনে ফপৰিয়া বুলি। এইটো অৱশ্যে মোৰ সংস্কাৰগত দোষ। আচলতে শিক্ষিত মনত জেকিল আৰু হাইডৰ গল্পটোহে মনত পৰা উচিত। শেষ পৰ্য্যায়ত হাইডৰ অৱস্থাই ঘটে গৈ, পুনৰ আগৰ ৰূপ পোৱা টান হয়।

তোমালৈ ঘনাই মনত পৰে এই কাৰণে যদিও তোমালৈ মোৰ মনত পৰে এই কথাষাৰ কবলৈকে নিষেধ কৰিছা। তোমাৰ বাৰু ৰূপসজ্জালৈ কিয় আসক্তি নাছিল - তুমি জানো

লোকে ধুনীয়া বুলিলে ভাল নাপাইছিলা? তোমাৰ ৰোকষায়িত দৃষ্টি যদিও মোৰ সঘনে মনত পৰে, আজিও জানি বিৰক্ত হবা যে মোৰ ভাবা বিষয়ত সংযম এতিয়াও নাহিল। কোনোবা এজন ডাঙৰীয়াই ভীমৰ ভাওত ৰঙ্গমঞ্চত নামি ভাও দিয়াৰ শেহত মঞ্চৰ কাঠৰ পাতত গোৰ মাৰি এইবুলি কৈহে ভূমিকাটো সতেজ কৰি তুলিছিল, "ভীমৰ বীৰদৰ্পে পদাঘাত।" তুমি মোৰ এই উদাহৰণ দেখি কলাহেঁতেন - "আপুনি যি গাৱঁলীয়া গাৱঁলীয়াই থাকি গ'ল, আমাৰ চহৰীয়া অভিনেতাই কেতিয়াও এনে নকৰে।" যাক, তোমাক এগৰাকী চহৰীয়া অভিনেত্ৰীৰ কথা কওঁ, শুনা - ছোৱালী ৰূপহী, পাট গাভৰু - কুৰি এঁকেশৰ দোমোজাত, গ্ৰেজুৱেট। বাপেক মাকে উপযুক্ত দৰা বিচাৰি পোৱা নাই। ছোৱালীয়ে নিজে ছিপজৰী হাতত লৈছে, দৰা ধৰিবলৈ, নিজৰ ডিগ্ৰিত দিবলৈ নহয়। পিলিঙা ডেকা, ৰূপহ, তেজে ফুটু-ফুটু কৰে, ছোৱালী দেখিলেই পিচে পিচে চেকুৰ নামাৰে, পুলুকা মাৰি বিৰিণা জোপৰ মাজতে নোহোৱা হয়। কোৱাচোন - এনেজন ডেকাক প্ৰাণৰ সুমিষ্টতা বা প্ৰেমৰ বাগি কেনেকৈ নিবেদন কৰে - চহৰীয়া শিক্ষিতা গাভৰুৱে? মাক-বাপেকে চাহ খাবলৈ মতা সহজ উপায়, কিন্তু আজিকালি অকলশৰে অৰ্থাৎ যুগলে চিনেমা চোৱাটোহে হেনো চিপজৰী লগোৱাৰ বেছি প্ৰশস্ত উপায়। কিন্তু এই ডেকাজনে বিধবা মাকৰ লগতহে হেনো চিনেমা চায়, এফালে মাক, এফালে ভনীয়েকক লৈ সুৰক্ষিত হৈহে হেনো চিনেমা ঘৰত সোমায়। চাহ খাবলৈ মাতিলে, ডেকাজনক আৰু তেওঁৰ ভনীয়েকক। চাহ খাই ওলাই আহোঁতে পাঞ্জাবীৰ তলৰ জেপত হেনো এটা ৰসগোল্লা সুমুৱাই দি পঠিয়ালে প্ৰাণৰ মিষ্টতা বুজাবলৈ ছোৱালীজনীয়ে। দৰৱে গুণ দিলে। ছোৱালীজনীৰ লগত ডেকাজনৰ যথা সময়ত বিয়া হৈ গ'ল। এইটো মোৰ গাৱঁলীয়া ভীমৰ অভিনয়তকৈ কি বেলেগ ধৰণৰ অভিনয় দেখিলা? অৱশ্যে এনে অৱস্থাত মোৰ নিজৰ re-action বা প্ৰতিক্ৰিয়া কি হলহেঁতেন বুলি যদি সোধা - হয়তো অন্যৰূপ হলহেঁতেন - এই ছোৱালীক মই দেখিলেও ভবিষ্যতে পলালোহেঁতেন কাৰণ ৰসগোল্লাটো জেপত পাই চোলাটো নষ্ট কৰাৰ বাবে ইমান খং উঠিলহেঁতেন যে তেতিয়াই গেঞ্জিটো গাত সুমুৱাই লৈ ধোবাৰ ঘৰলৈ দৌৰিলোহেঁতেন আৰু ছোৱালীজনীক দেখিলেও ধোবাৰ কথাহে বেছিকৈ মনত পৰিলহেঁতেন। কিন্তু এটা কথা দেই, ঘৰত বহি যিবোৰ কথা ভাবোঁ কৰ্ম্মক্ষেত্ৰত কেতিয়াবা নহয়, বেছিভাগ সময়তে তাৰ ওলোটাটোহে হয়। এই ছোৱালীজনীৰ অভিনয় সম্বন্ধে যদিও মোৰ আলোচনাটো বিৰূপ বা হাস্য-কটাক্ষ ভৰা যেন দেখিছা, প্ৰকৃতপক্ষে তেওঁৰ চকুৰ সমুখত মই ভেড়া যেন হৈ গৈছিলো, এতিয়াহে নোমবোৰ মিহি কৰি অলপ মানুহ-মুৱা হৈছো। এদিন হঠাৎ মোক দেখি গিৰিয়েকে অৱশ্যে সহধৰ্ম্মিণীৰ ইঙ্গিতত দুয়ো সমুখত উঠি যোৱা মটৰ গাড়ীখন ৰখালে আৰু মোৰ লগত অলপ বাক্যালাপ কৰিলে। মই তেওঁলোকৰ ৰূপ-যৌৱন আৰু গৌৰৱহে বোধ কৰিলো, ৰসগোল্লাৰ কথাও মনত নপৰিল, ধোবাৰ কথা যে মনলৈ নাহিলেই, বৰং গাড়ী নৰখাই বোকা ছটিয়াই যোৱা হলেহে বেয়া পালোহেঁতেন। চোৱাচোন

কিমান অলপতে আমি সন্তুষ্ট হওঁ।

তোমাক ভাল পাইছিলো এই কথাটো কোনোবা একো অৰ্থ নাই, নহয় জানো - কাৰণ ইয়াৰ দ্বাৰাই তোমাৰ মনলৈও গৌৰৱৰ স্ফীতি নাহে, মযো হমুনিয়াহত গলি নাযাওঁ। কিন্তু what next - তাৰ পিছত কি ভাল পাওঁ? তাৰ পিছত কি ভাল পাওঁ - এই কথাটোৱে সদায় তোমাক আনন্দ দিছিল আৰু সদায় সেই কথাটোৰ উমান লোৱাতে তোমাৰ অসাধাৰণ উদ্যম দেখিছিলো। মোৰো এই next বা পিছৰ পদাৰ্থটো যে ইমান অপাৰ সেই ভাবি ময়ে নিজে আচৰিত হওঁ। জগতত ইমান বস্তুক ভাল পাব পাৰি, তথাপি মানুহে আত্মহত্যা কৰে, তথাপি অকলশৰীয়া বোধ কৰে। এবুকুৱা পানীত পিয়াহত মৰাৰ নিচিনা, তোমাৰ মনত আছেনে সেই যে সৰু চৰাইটোৰ কথা কৈছিলো? মোৰ হলে এই চৰাইটোৰ কথা এতিয়াও মনত আছে, মই তাক এতিয়াও দেখো, চকু মুদিব নালাগে, মোৰ হাত-ভৰি, অঙ্গ-অবয়ব যেনেকৈ দেখো তাকো তেনেকৈয়ে দেখোঁ। যেন চিৰন্তন ভাবে সেই গছজোপাত পৰি ঠিক তেনেকৈয়ে খুটিয়াই আছে, বোধহয় নতুন গজালি উঠিছিল, তাৰে কোমল পাতৰ আগত খুটিয়াইছিল। মোলৈ যেন ঠিক তেনেভাবেই চাইছে, এবাৰ মোলৈ চায় আকৌ একাৰ গছত খোট মাৰে। তাৰ জীৱনটোলৈ নো মোৰ কি মায়া সোমাইছিল? বাটৰুৱা মই, অথচ. দহ পোন্ধৰ মিনিট বৈ তাকেই নাচাইছিলো নে? ক'ৰ পৰা এই মায়া, কিয় আহে? ৰূপহী গাভৰুলৈ চোৱা হলে ভাবিলেহেঁতেন ৰূপত তন্ময় হৈছো। লোকৰ চিক্‌চিকীয়া মটৰ গাড়ীলৈ চোৱা হলে ভাবিলেহেঁতেন ঈৰ্ষাতে চাইছো, শূনালৈ চোৱা হলে ভাবিলেহেঁতেন উদাস হৈছো বুলি।

মানুহৰ প্ৰত্যেক কাম-কাজেই যেন মোলৈ এটা তন্ময়তা আনে। মগনীয়া এটা লাখুটিত ভৰ দি খোজ কাঢ়ে। তাৰ মুখখনলৈকো মোৰ মায়া জন্মে। সিনো কি ভাৱে? অকল ভিক্ষাৰ কথাকে ভাবে নে সি? নহয়, মোৰ নিচিনা নিশ্চয় সিও বহুত কথা ভাবে, বহুত কথাতে সিও ৰস পায়, তাৰো বিক্ষোভ জাগে, সিও কোনোবা কল্পনা লোকত উৰি ফুৰে, কেতিয়াবা হঠাৎ কঠিন বাস্তৱতাত থেকেচা খাই পৰে। এদিন দুজন মগনীয়াৰ আলোচনা শুনিলো, শুনি অলপ আচৰিত হৈছিলো, সিহঁতে business আলোচনা কৰিছে, ক'ত কিমান কম পৰিশ্ৰমত সৰহ ভিক্ষা গোটাব পাৰি এজনে তাৰ উমান আন এজনক দিছে আৰু কি উদ্দাম আগ্ৰহেৰে!

এদিন এগৰাকী বাটত পৰি থকা ভিখাৰিণী দেখিলো, লেতেৰা গোন্ধোৱা কাপোৰেৰে দেহটো আচ্ছাদিত, আলিৰ কাষত বাগৰি পৰি আছে, কিন্তু হাতত বিচনি এখনেৰে জধলা মূৰতো মাজে মাজে বিচি আছে, - অকল জহৰ হাত সাৰিবলৈকে চেষ্টা কৰা নাই, দুই-এফাকি গীতো গাই আছে, প্ৰেমৰ গীত। কোনোদিনাই তাই বাস্তৱ প্ৰেমৰ হাত সাৰি আহিলে চাগে; তথাপি তাৰ লহৰটো তাইৰ মনত মাৰ যোৱা নাই, আজিও প্ৰেমৰ সঙ্গীত গাই নিজৰ মনটো নিচুকাইছে। কোনে জানে যে তাই এসময়ত কাৰবাৰ অন্তৰ ৰাজ্যৰ ৰাণী নাছিল, কোনে জানে

তাইৰ চকুৰ চাৱনিত প্ৰেমৰ জলক নচা নাছিলে। জীৱনৰ সকলো অতীত নে সকলো বৰ্ত্তমান? মই তাইৰ ওচৰত লেপেতা খাই বহি তাইৰ অতীতটো জানিবলৈ ইমান ভাল পালোহেঁতেন। তাই কিজানি ভাবে যে মই তাইক উপহাস কৰিবলৈ ওলাইছো, সেই কাৰণেই নবলো, - সেই কাৰণেই তাইৰ কাষত নবহিলো। কিন্তু জীৱনৰ দৃশ্যপটত যিমানবোৰ দৃশ্য ভাহি উঠে তাইৰ মূৰ্ত্তিটোও তাৰে অন্যতম। কিহে তাইক পাগল কৰিলে, ক'ত তাইৰ সামান্য ভুল হ'ল, কিহে তাইক জুৰুলা কৰিলে - এই প্ৰশ্নবোৰ বাৰে বাৰে মনত হেন্দোলি উঠে।

গছত কোব খাই উৰাজাহাজ ভঙ্গা, বা ইঞ্জিনত শগুণ সোমাই উৰাজাহাজৰ দুৰ্ঘটনা হোৱা ইয়াতকৈ ডাঙৰ ঘটনা নে? সেইবোৰৰ কাৰণে 'বোৰ্ড অফ এন্‌কোৱাৰি' বহে কিন্তু মানুহৰ জীৱনৰ আকস্মিক দুৰ্ঘটনা লৈ কোনো প্ৰকাৰৰ অনুসন্ধান নহয়। প্ৰত্যেক মানুহ আটলান্টিক সাগৰত জল মগ্ন হোৱা টাইটানিক নহয় বুজো, কিন্তু নিচেই পেলাই দিবলগীয়া নাওখনো নহয়।

সেইভিকহুতিৰোতাজনীয়ে, 'সঙ্গীত মুখৰিত গগন'ৰ আভাস পাইছিল নে? যদি পাইছিল, মোৰ খেদ নাই। জীৱন যেতিয়া যাব সেই সঙ্গীতৰ আকাশত বিলীন হোৱাতকৈ সৌভাগ্য কি আছে?

(বাৰ)

অৰুণা,

সময়ত মনত নানা ভাৱৰ উদ্ৰেক হয়, ভাল বেয়া সকলো। বহুত দিন ভাবিছো ভাল পোৱাৰ কথা কিন্তু কাক? 'কস্মৈ দেবায় হবিষা বিধেম' - কোন দেৱতাক পূজা কৰিম - এইটো এটা মানুহৰ মনত আজন্ম উঠা প্ৰশ্ন। সৰু সৰু ল'ৰা-ছোৱালীবোৰে যেতিয়া ভগৱানৰ কথা কয় শুনি ভাল লাগে। তেওঁলোকে যে ভগৱানৰ কিবা ভাবি কয় তেনে নহয়, ডাঙৰৰ পৰা শুনি শুনি এটা idea (ধাৰণা) কৰে। তেওঁলোকৰ মতে ভগৱান সৰ্ব্বশক্তিমান, সৰ্ব্বজ্ঞ। অকল সেয়ে নহয় - কথাও শুনে, ডাঙৰৰ ভাষাত - 'ভৃত্যানুগ্ৰহকাতৰ'। সৰু ল'ৰা-ছোৱালীয়ে বিশ্বাস কৰে ভগৱানে নৰিয়া অনায়াসে ভাল কৰি দিব পাৰে, মাক পৰলোকত থাকিলে তাতো এওঁলোকৰ মঙ্গল সমাচাৰ দিব পাৰে। সেইটো এটা মনে পতিয়ন যনা অৱস্থা। কিন্তু এই ল'ৰা-ছোৱালীসকলে ডাঙৰ হলে প্ৰশ্ন কৰে 'ভগৱানো জানো আছে?' ভগৱান থকা বোলাটো জানো বলিয়ালি নহয়?' - 'এইটো এটা মানৱ মনৰ ভ্ৰান্তি, নহয় জানো?' - শুনিলে ভাল লাগে। মনে বস্তু প্ৰমাণ কৰি গ্ৰহণ কৰিবলৈ ক্ৰমে সাজু হৈ আহিছে, ইয়াকেই বুজা যায়।





ভগৱান থকা নথকা প্ৰাসঙ্গিক প্ৰশ্ন নহয় বা আমাৰ আলোচ্য বিষয় নহয়।

ভাল পোৱাৰ আসক্তি কিয় হয়, এইটো এটা প্ৰাসঙ্গিক প্ৰশ্ন। ঘৃণা কিয় হয়, বিতৃষ্ণা কিয় হয়, অৱজ্ঞা কিয় হয়? সুখ কোনটোত, ব্যথা ক'ত? শাস্ত্ৰত হোনো আছে - 'নাল্পে সুখমস্তি, ভূমৈব সুখম,' অলপত সুখ নাই, অতি বৃহতত হে সুখ।

যাক ভাল পায় তেওঁ সুখী নে যেয়ে ভাল পায় তেওঁ সুখী? বোধহয় দুয়ো সুখী। ঘৃণাতো সেই একে কথা, যাক ঘৃণা কৰে তেওঁ অসুখী, যেয়ে ঘিণ কৰে তেওঁও অসুখী, তথাপি ঘিণ কৰোঁ কিয়? ঘৃণা আহে, কিয় আহে? প্ৰীতি অবাঞ্ছিত ভাব আহে নে নাহে, বোধহয় আহে। প্ৰীতি বেছিকৈ আহে নে ঘৃণা বেছিকৈ আহে? নিজ নিজ প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰে, নহয় জানো? নীৰস প্ৰশ্ন তুমি কবা। নীৰস নহয়, জীৱন মথি কেতিয়াবা এইবোৰ প্ৰশ্ন উঠে।

পূজা মানুহৰ পক্ষে প্ৰকৃতিগত হয়নে নহয়? নহয়, ভাবপ্ৰৱণতা। তুমি কবা, -man is an economical unit - খোৱা পিন্ধা আদি লৈয়ে মানুহ ব্যস্ত থাকে, তুমি কবা, আৰু খোৱা পিন্ধা আদি হৈ গলেহে মানুহে পূজা সেৱা, স্বৰ্গ-নৰক আদিৰ কথা ভাবিব পাৰে, তুমি কবা কাৰো ভাবৰ লগত বিৰোধ কৰাৰ মোৰ ইচ্ছা নাই, তাৰ মূল কাৰণ হ'ল, তাত আনন্দ নাই। যক্ত আনন্দ নাই তালৈ যাবলৈ মোৰ বৰ অনিচ্ছা।

এদিন কাৰ্যাবশতঃ এটা আইন আদালতত সোমাইছিলো। বিচাৰকে প্ৰবীণ আইন-ব্যৱসায়ী এজনক সুধিছে আইন আদালতৰ কিবা এটা পদ্ধতি সম্বন্ধে - যে এই বিষয়ত কি বিধান? উকিলজনে উত্তৰ দিলে - 'মোৰ অভিজ্ঞতাত এইটো এনে হব লাগে।' বিচাৰকে প্ৰশ্ন ঘূৰাই কৰিলে, উকিল জনেও একে উত্তৰকে দিলে। জজৰ ধৈৰ্য্যচ্যুতি হ'ল আৰু কলে - 'মই অপোনাৰ অভিজ্ঞতাৰ বিষয়ে সোধা নাই নহয়, - আইনৰ বিধান সম্বন্ধেহে সুধিছো।' উকিল নিৰুত্তৰ হ'ল, হোৱাৰ কথাও। কাৰণ জীৱনৰ বা অভ্যাসৰ অভিজ্ঞতা আৰু আইনৰ বিধান সম্পূৰ্ণ বেলেগ দুটা বস্তু। মানুহে অপৰিণীতা তিৰোতা এগৰাকীক ভাল পাই সকলো সম্পত্তি মৰণৰ সময়ত তেওঁকে দি যোৱাৰ কথা ভাবিব পাৰে, কিন্তু মিতক্ষৰা নীতি মতে চলা পৰিবাৰ হ'ল এই বিষয়ত আইনৰ যথেষ্ট বাধা আছে। অথবা পুৎ-নামক নৰকৰ পৰা ভৱিষ্যতে ত্ৰাণ কৰিব বুলি অকল ল'ৰাবোৰকে সা-সম্পত্তি দি যোৱাৰ কথা ভাবিব পাৰে, কিন্তু আইনৰ প্ৰভাৱত ঋণী প্ৰবাসী জোৱাঁইয়ো সেই সম্পত্তিৰে ধনী হৈ আগৰ দিনত হলে ৰায়চাহাব, ৰায়বাহাদুৰ পৰ্য্যন্ত হব পাৰিলেহেঁতেন; আজিকালি পদ্মশ্ৰী বা পদ্মবিভূষণ খিতাপ পায়নে নাপায় সুকীয়া কথা। মোৰ ইমানবোৰ বকলা মেলাৰ উদ্দেশ্য হ'ল, মানুহে সাধাৰণতে নিজৰ অভিজ্ঞতাৰে চলিবলৈ ভাল পায় বেছি, কিন্তু সমাজে প্ৰণয়ন কৰা আইনৰ বা অৱস্থাৰ বান্ধোনত পৰি আচৰণ কৰে অন্যৰূপ।

ধৰা যাওক, মই বিবাহিত মানুহ, স্ত্ৰী মোৰ লগত বৰ্ত্তমান। লোকৰ ভাৰ্য্যা এগৰাকী দেখি

মই ভাল পালো। সতকাই সেই মহিলা গৰাকীক কেনেকৈ দেখুৱনিয়াৰ বুলিবা, - তোমাক ধৰিব নহয় লগৰ জনীয়ে হাউৎ কৰে! অভিজ্ঞ গিৰিয়েকে কব - 'দেখিবলৈ বেয়া নহয়, তিৰোতা গৰাকী - নহয় জানো?' ভাৰ্য্যাই উত্তৰ দিব - 'আপুনি জানো কি দেখিলে কব নোৱাৰোঁ, - কপালখন ঊঠা, চকু দুটা সৰু আৰু যিহে খোজ! মাইকী মানুহৰ তেনে গতিবিধি কি ভাল দেখে কব নোৱাৰো।' তাৰ পিছত আৰু গিৰিয়েকে কি মাতিব, তথাপি যদি চেষ্টা কৰে, কব পাৰে, - 'তেজ পানীয়ে বেয়া নহয় বৰা।' 'থওক, থওক - এই সোপা সেই কিবা কজ নে ফুজ ঘহি আহিছে, শেঁতা পৰা বৰালি মাছৰ দৰে গাটো।' ইয়াৰ পিছত কি কব আৰু - তেতিয়া এক মাত্ৰ বিধান হ'ল মৌন শ্ৰদ্ধা। ঘৈণীয়েকে অলপ উমান পালেও ইয়াৰ প্ৰতিৰোধ কৰা তেওঁৰ পক্ষে টান আৰু গিৰিয়েকেও মনতে দোহাৰিব পাৰে, - 'you must pay the devil his due' - অৰ্থাৎ দেও ভূত হলেও তাৰ প্ৰাপ্য পূজাখিনি দিব লাগে।

মৌন শ্ৰদ্ধাত কব নাই, মুখৰ শ্ৰদ্ধাত ভৰণি আছে, অৱশ্য লাভও আছে। মন্ত্ৰী আহিল, চাহ খাবলৈ মাতিলা, মন্ত্ৰীয়ে জানিলে তুমি তেওঁৰ গুণৰ উপাসক, তেওঁৰ লগৰ মানুহে দকচি খালে, - তেওঁলোকে ভাবিলে যে তুমি মন্ত্ৰীৰ বন্ধু, কেতিয়াবা তোমাৰ দ্বাৰাই কিবা কাম হব পাৰে বুলি সদায় তোমালৈ খাতিৰৰ দৃষ্টিৰে চায়, দৃষ্টিহে দেই কিন্তু সম্যক উপলব্ধি নহয়, - আৰু তুমিও চেগ চাই মন্ত্ৰীৰ পৰা ইবিধ সিবিধ সুবিধা উলিয়াই লব পাৰা। আৰু যদি মন্ত্ৰীয়ে ভোট বিচৰাৰ সময়ত তুমি এডুখৰি পুৰণি মটৰ যোগাৰ কৰি মন্ত্ৰীৰ কনষ্টিটিউৱেঞ্চিত মন্ত্ৰীৰ প্ৰকাশ্য গুণ-গান কৰি ঘূৰিব পাৰা, - হাজাৰ টকা পৰে পৰক, - পিছৰ জুৰাত তুমি তাৰ দহ গুণ উলিয়াই লব পাৰিবা, - তেতিয়া হলে অকল মুখৰ শ্ৰদ্ধাই নহয়, - good investment অৰ্থাৎ মৰাপাতৰ কলৰ 'শ্বেয়াৰ' কিনাতকৈ ভাল ফুটত টকাখিনি লগালা। এইবোৰত যদি সুবিধা নহয়, - মন্ত্ৰীয়ে যেতিয়া য'ৰে টকাৰে নহওক চেণ্টাৰৰ মন্ত্ৰীক পাৰ্টি দিব, তেতিয়া - আম, বেঙেনা, আচাৰ কিবা যোগাৰ কৰিব পাৰা নে চাবা - তাৰো মূল্য আছে। আজিকালি মানুহে বিশেষকৈ বৰমূৰীয়া হলে - শ্ৰদ্ধাৰ বিজ্ঞপ্তি বিচাৰে, তোমাৰ পেটৰ ভিতৰৰ শ্ৰদ্ধালৈ কোনে ভাৰে? ডা-ডাঙৰীয়া আহিলে গেট সজাবই লাগিল - পইছা কাৰ? ঠিকাদাৰৰ। ঠিকাদাৰে এই পইছা ক'ত পায় - চৰকাৰৰ পৰা, চৰকাৰে কিয় দিয়ে? আলবাৎ দিব নহলে গেট সজাব কোনে? গেট কিয় সজাব লাগে - ডাঙৰ মানুহ আহিব যে। ডাঙৰ মানুহ জানো গেট নহলে আলিৰে যাব পাৰে? নহলে আলিত কোনোৱে নৰখাব নহয়। আলিত নৰখালে জানো যোৱা নহয়? যোৱা হব, কিন্তু তুমি অহাৰ সাৰ্থকতা ক'ত যদি বাইজে তোমাৰ বাবে জুম বান্ধি ৰৈয়ে নাথাকিল। ইমানবোৰ মানুহৰ কম সময় নষ্ট হয়নে ৰৈ থাকোঁতে? তুমি ফ্ৰান্স দেশৰ বুৰঞ্জী নিশ্চয় পঢ়া নাই - চতুৰ্দশ লুইৰো ৰক্ষিতা পেম্পাদৰে হেনো কৈছিল, 'After me the deluge' অৰ্থাৎ মই ৰজা, ময়ে ৰাজ্য - মোৰ অনুপস্থিতত সকলো প্ৰলয়ত মাৰ যাব।' বৰমূৰীয়া হলে সেই ভাৱটো থাকিব লাগে, নহলে বৰমূৰীয়া কিহৰ হলো? শুনিলে অৱশ্যে





হাঁহিব কিন্তু ভাৰতৰ বুৰঞ্জীত হয়ও লিখা থাকিব কোনো কোনো সৰ্ব্বহাৰা-সম্মত নেতাক আদৰিবলৈ চাহবাগানৰ নিৰক্ষৰ কুলিসকলক ভাড়া কৰা মটৰেৰে আনি বিমানঘাটিত থিয় কৰি ৰখা হৈছিল - যাতে নেতাই অৱতৰণ কৰিয়েই দেখে যে অকল উচ্চপদস্থ কৰ্ম্মচাৰীসকলে তেওঁক আদৰিবলৈ বৈ থকা নাই, বুভুক্ষু দেশবাসীয়ে তেওঁৰ 'দৃষ্টিৰ কাঙাল' হৈ ভাত-পানী এৰি এই ৰ'দত থিয় হৈ আছে। এবাৰ ছ'দপুৰত গান্ধী থকাৰ দৃশ্য এই (মুখৰ শ্ৰদ্ধা প্ৰয়াস) নেতাসকলে মনত পেলাব নে - সেই মানুহবোৰক মহাত্মাক দৰ্শন কৰিবলৈ কোনোৱে মতাই অনা নাছিল, - গাড়ী ভাড়া কৰি অনাৰ তো কথাই নাই, - তাত আছিল সেই জনসমাগমৰ মুখত মৌন শ্ৰদ্ধা।

মৌন শ্ৰদ্ধাৰ স্থান মুখৰ শ্ৰদ্ধাৰ বহুত ওপৰত। একলব্যৰ কথালৈ মনত পৰে। ব্যাধৰ ল'ৰা, - ৰজাৰ ল'ৰাৰ শিক্ষক দ্ৰোণাচাৰ্য্যক ক'ত পাব, কিন্তু দ্ৰোণাচাৰ্য্যৰ মাটিৰ পুতলা সাজি তাৰ ওচৰতে যুদ্ধ বিদ্যা বা শৰনৈপুণ্য শিকি স্বয়ং দ্ৰোণাচাৰ্য্যকে স্তব্ধ কৰি দিছিল। দ্ৰোণে নিজেই জনা নাছিল যে তেওঁৰ এনে এজন উপাসক আছিল বা তেওঁলৈ থকা ভক্তি আৰু শ্ৰদ্ধাৰ সহায়ত ইমানখিনি জ্ঞান আহৰণ কৰা সম্ভৱ হৈছিল। যেয়ে শ্ৰদ্ধা কৰে আচলতে সেয়ে উপকৃত হয়। শ্ৰদ্ধা জ্ঞান আৰু ভক্তিৰ হৃদ্য তৰ্পণ, আন একো নহয়। ইটোৱে সিটোৱে পৰস্পৰ নিগূঢ় সংযোগ স্থাপনৰ ই অতি সূক্ষ্ম আৰু সুমিষ্ট পন্থা। বাহিৰত অদৃশ্য হলেও ভিতৰি ভিতৰি ই পৰস্পৰক আকৰ্ষণ কৰে আৰু মানসিক সমতা অনাত সহায় কৰে।

জগতৰ কিমানক আমি ভাল পাওঁ, কিমানৰ প্ৰতি আমাৰ শ্ৰদ্ধা জাগে। মুখ তুলি কবলৈও বহুত সময়ত সুযোগ নাপাওঁ। তথাপি শ্ৰদ্ধাৰে আমি শ্ৰদ্ধাস্পদজনৰ মানসিক আৰু শাৰীৰিক দুয়োটা সান্নিধ্যক ভাল পাওঁ, - কিন্তু শাৰীৰিক সান্নিধ্য সম্ভৱ নহলেও মানসিক সান্নিধ্যৰ স্থান বৰ তলত নহয়। জগতক আপোন কৰি তুলিবলৈ বা বিশ্ব-বন্ধুতা সাধনৰ পথত ইয়াতকৈ দ্বিতীয় উপকৰণৰ মই কল্পনা কৰিব নোৱাৰোঁ। 'যো যচ্ছদ্ধঃ স এব সঃ' - সকলোকে শ্ৰদ্ধা কৰিলে সকলোৰে লগত আপোনাৰ সম্বন্ধ বিচাৰি পোৱা সহজ হয়।

(তেৰ)

**মৰমৰ অৰুণা,**

মই আজি পাহাৰলৈ গৈছিলো, খৰি লুৰিবলৈ নহয়, ফুৰিবলৈ। পাহাৰলৈ নো কোনোবাই ফুৰিবলৈ যায়নে তুমি প্ৰশ্ন কৰিব পাৰা। এৰা, আমাৰ ইয়াৰ মানুহে প্ৰায়ে নাযায়, অইন ঠাইৰ

মানুহ যায়। বেছি ভাগ মানুহে কাম কৰে লোকক দেখি। আনে নকৰে, মইনো কিয় কৰিবলৈ যাম, - আনে কৰে মই কিয় নকৰিম. এনে ৰকমৰ হেতুবাদ। মই কওঁ পাহাৰলৈ যোৱা ভাল, অইন কাৰণত হওক নহওক, অন্ততঃ এই বিটেন্ পাথটো beatenpath একস্বাবলৈ বিটেন্ পাথৰ অৰ্থ জনসাধাৰণ যাওঁতে যি বাটৰ ঘাঁহ মৰি বাটৰ চিন হয়।) 'বিটেন্ পাথ' 'মহাজনো যেন গতঃ স পন্থাঃ' নহয়। মহাজন যোৱা বাট প্ৰকৃত পন্থা বা আদৰণীয় পন্থা সেই বিষয়ে ইয়াত সন্দেহ প্ৰকাশৰ প্ৰবৃত্তি নাই। পাহাৰলৈ গলে অন্ততঃ নিজাকৈ ভাবিবলৈ অৱসৰ পোৱা যায। যেতিয়া হাবিৰ মাজে মাজে অকলে খোজ কাঢ়ি যোৱা যায় - নিজৰ, লোকৰ কিমান ভাৱে জুমুৰি দি ধৰে। নানা দৃশ্যপটৰ সৰু সৰু ইঙ্গিত যেন তোমাৰ মনৰ চকুত কৰবাত নোধোৱা slide ৰ দৰে পৰি আছিল আৰু আজি মুকলি ৰ'দ বতাহত সেইবোৰে যেন জীৱন আৰু enlargement বিচাৰি বাহিৰলৈ ওলাই আহে। ক'ত কাৰ অৱহেলা, সৰু এটুকুৰা অৱহেলা, নিস্তেজ এটুপি শুকাই যোৱা চকুলো, কাৰ এটি শুকান হুমুনিয়াহ - কাৰ এখাৰ মুখখনি ঘূৰাই লোৱা ওঁঠৰ আগত মাৰ যাব খোজা হাঁহি, কওঁ নে নকওঁকৈ "যাব দেই" বোলা সৰু এটা বিদায়বাণী আজি কি এটা সুযোগ পাই তোমাৰ আগলৈ পুনৰ ওলাই আহিছে। এইবোৰ বস্তু যেতিয়া ঘটিছিল তুমি তেতিয়া ইয়াৰ এই বিৰাট ৰূপবোৰ কল্পনাকে কৰিব পৰা নাছিলা। তুমি ভাবিছিলা এইবোৰ য'ৰে বস্তু ত'তে ৰল; যেতিয়াৰ কথা তেতিয়াই হৈ গ'ল। আজি আচৰিত হৈছা, একোৱেই যোৱা নাই, সকলোৱে সজীৱ আৰু মূৰ্ত্তিমান। এই আটাইবোৰেই যেন বীজ আছিল, সময়ত আজি মহীৰুহ হৈ দেখা দিছে। ভয় নাখাবা, একো হোৱা নাই, চকু মুদা, আকৌ সকলো পাহৰি যাবা। সজাগ হলেই ৰূপ দেখি, সজীৱ হলেই গতি দেখি! তুমি আজি অকলশৰীয়া হৈ পৃথিবীখনৰ ফালে objectively চাবলৈ এটা সুযোগ পাইছা, সেই কাৰণেই সৰু সৰু বনবোৰত গছৰ গজালি দেখিবলৈ পাইছা, কিন্তু সকলো কথা যদি নিজৰ লাভ-লোকচানৰ পৃষ্ঠভূমিত বুজিবলৈ চেষ্টা কৰিলাহেঁতেন, দেখিলাহেঁতেন, সেইবোৰৰ বিশেষ অস্তিত্ব নাই, কাৰণ তোমাৰ প্ৰত্যক্ষ লাভ-লোকচানত সেইবোৰে তোমাক সহায় কৰা নাই। আমি স্বাৰ্থপৰতাৰ ডাঠ মোনা এখনত নিজকে সুমুৱাই লৈ সদায় নিৰাপদ বিবেচনা কৰোঁ আৰু সেই কাৰণে বাহিৰৰ কথাবোৰলৈ যথাযথ প্ৰাধান্য দিব নোৱাৰোঁ। 'মোৰ কথা মই নাভাবিলে ভাবিব কোনে' এনে এটা দৃঢ় যুক্তি দি নিৰ্লজ্জ স্বাৰ্থপৰতাত আসক্ত হৈ পৰোঁ। প্ৰত্যেকেই পৰোঁ, সেই কাৰণে কোনোবা কাকো এই বিষয়ে দোষ নিদিওঁ, কিন্তু সুচল পালেই অইন প্ৰকাৰে দোষাৰোপ কৰাত পশ্চাৎপদ নহওঁ। তুমিও ধনী, মযো ধনী (ধৰা যাওক), তোমাৰ কথা কবলৈ হলে মই কম - 'ও অমুকৰ পইছা, তেওঁ কেনেকৈ পইছা ঘটিছে কোনে নাজানে - তেনেই পাপৰ পইছা, ই নাথাকে, সৰহদিন নাথাকে।' তুমি ধনী, মই দুখীয়া হোৱাহলে ইয়াৰ তিক্ততা আৰু বাঢ়িলহেঁতেন। টকা-পইছাৰ কথা বাৰু বাদ, দুজন স্কুলীয়া বা কলেজীয়া ল'ৰাৰ কথাই ধৰা আৰু অনুমান কৰা যে দুয়ো একেটা কোঠালীতে থাকি পঢ়া-শুনা কৰিছিল।

এজানে সসন্মানে পাছ কৰি বৃত্তি পাইছিল আৰু আনজানে সন্মানবিহীন ভাবে তৃতীয় বিভাগত উত্তীর্ণ হৈছিল। তৃতীয় বিভাগত পাছ কৰা ল'ৰাজনক যদি সিজন ল'ৰাৰ বিষয়ে সোধা কেনে ধৰণৰ ল'ৰা আছিল, সাধাৰণতে কব, - 'থোৱা ভাই থোৱা, - লাক্ - মইতো একেলগে দুবছৰ থাকি দেখিলো - একো বিশেষত্ব নাই, পৰীক্ষাৰ সময়ত ঘৰত চাই যোৱা প্ৰশ্ন কেইটাই আহিল, লাক, দোকোটি বহুৱাই দিলে, ষ্টাৰ, ডিষ্টিংকশান সকলো আহিল, - আৰু অমুকাৰ বেলিকা যিখিনি ঘৰত চাই যাওঁ, তাকো পৰীক্ষা হলত পাহৰি যাওঁ, নহলে মোৰ ই বেলিৰ প্ৰিপেৰেশ্যান কোনোৱে বেয়া বুলিব নোৱাৰে।' অকল ছাত্ৰ-ছাত্ৰী কিয় সংসাৰৰ আমি বেছিভাগ মানুহে তেনে ধৰণৰ ব্যৱহাৰ কৰোঁ।

আজি তোমাৰ কথা মনত পৰিলে দুঃখ লাগে। মই বহুতোখিনি বুঢ়া হৈছো, তুমি দেখিলে চিনিবই নোৱাৰিবা হয়তো, আজিও বহুত কথা তোমাক কবলৈ মন যায়, তোমাৰ কিজানি শুনাৰো অৱকাশ নহব। সিদিনা মোক একপ্ৰকাৰে অন্ধ বুলি ভাবিছিলা - আজি আন প্ৰকাৰে অন্ধ বুলি ভাবিবা। তাহানি প্ৰত্যেক কথাকে তোমাক কবলৈ গলে খোকোজা লাগিছিল - সন্দেহ হৈছিল - কিজানি মই মনৰ ভাব সুস্পষ্টকৈ কব নোৱাৰিম, কিজানি তোমাৰ ওচৰত কেনে লাগে কথাবোৰ, তুমি বা মোৰ বুদ্ধি-বৃত্তি বা ৰুচি সম্বন্ধে কি ভাবা - আজি যেন সকলো উলটি গৈছে। আজি কবলৈ মন গৈছে - "কান পাতি শুনা।" এবাৰত বুজিব নোৱাৰিলে এশবাৰ সোধা, - মই একে কথাকে কম, একো বিৰক্তি নাই। মই যিটো বিশ্বাস কৰোঁ, যিটো সত্য বুলি জানোঁ বা অনুমান কৰোঁ তাকেই কম, দ্বিৰুক্তি কৰাত মোৰ ভয় নাই, কাৰণ মই তাৰ সত্যাসত্যতা বিশ্বাস কৰোঁ - যেনে হিমালয় ভাৰতৰ উত্তৰে। এই কথাষাৰ মই দহবাৰ কলেও একে ৰকমেই কম, সমান প্ৰত্যয় আৰু বিশ্বাসেৰে। জীৱনৰ বিষয়ে, অভিজ্ঞতাৰ বিষয়ে, সেই একে চিত্ততেই কম। সি বোৰ যে নিগূঢ় সত্য এনে কথা কোৱাৰ ধৃষ্টতা নাই। মোৰ বহুত ধাৰণা ভুল হব পাৰে, - I am only giving you my reading - কিন্তু মই বিশ্বাস কৰোঁ এটা, কওঁ এটা, তেনে নহয়। তাহানি মোৰ কথা তুমি বিশ্বাস নকৰিলে পেটে-পেটে অপমানিত বোধ কৰিছিলো, নিজৰ বুদ্ধিবৃত্তিক ধিক্কাৰ দিছিলো, সময়ে সময়ে অভিমান কৰাও মনত পৰে। আজি সেই বালকত্ব নাই। বিশ্বাস কৰা নকৰা তোমাৰ অভিৰুচি, দহজনৰ অভিৰুচি। মোৰ কথা বিশ্বাস নকৰিলেই মই সৰু হৈ ঘাঁহৰ লগত মিলি নাযাওঁ, বিশ্বাস কৰিলেও স্ফীত বক্ষ লৈ কৈলাশৰ ফালে খোজ নলওঁ, দুই হাজাৰৰ পৰা আঠ হাজাৰ ফুট ওখ যেই সেই পাহাৰ পৰ্ব্বত হলেই হব।

পাহাৰৰ কথা আৰম্ভ কৰি আকৌ নিজৰ গাতে লম্ভিলোহি, এয়ে দোষ। পাহাৰলৈ গলে নিজৰ গাৰ মানসিক বোজাবোৰ অলপ পাতল হৈ পৰে, বুকুখনৰ যেনেকৈ বেছিকৈ ধপধপনি হয়, শিৰা উপশিৰা বোৰে যেনেকৈ দ্ৰুতবেগে কলিজাৰ তেজ পৰিবহন কৰে, মূৰেও তেনেকৈ তড়িৎ প্ৰবাহ বেগত নানা ভাবৰ আদান প্ৰদান আৰু বিশ্লেষণ আৰম্ভ কৰে। দৃশ্য চাবলৈ হলে

মনৰ কেমেৰা তেনেকৈয়ে adjust কৰি লব লাগে, কিমান হেজাৰ যুগৰ পৰি থকা বিস্মৃতিৰ অন্তৰৰ পৰা সতেজ সজীৱ ছবি তুমি উজ্বলাই লব পাৰা। কম্পূলাৰ পৰা (দৰঙৰ উত্তৰে হিমালয়ৰ পাদভূমিত) ব্ৰহ্মপুত্ৰৰ দৃশ্য এবাৰ চাই নাহা কিয় - কিমানবোৰ সৰু নৈ এখন সমভূমিৰ মাজেদি বৈ গৈ ব্ৰহ্মপুত্ৰৰ কোলাত মাৰ গৈছে। ভালুক পুঙ চাবলৈ মই সকলোকে নিমন্ত্ৰণ কৰোঁ। কোনোবা দিনত ৰজা জঙ্গাল বলহৰ তাত ৰাজধানী আছিল নে নাই মই নাজানোঁ, যদিও ইটা মাটিৰে সজা ভেটি মণ্ডপ হব পাৰে বা ঘৰবো ধ্বংসাৱশেষ আছে। কিন্তু ভৰলীৰ 'যি ৰূপ' কোনো প্ৰেয়সীৰ ৰূপে মোক তাতোকৈ মুগ্ধ কৰা নাই। সেই সতেজ স্বপ্ন চকু, সেই স্পন্দিত বুকু, লজ্জানম্ৰ বদন - আলুলায়িত কেশপাশ, কম্পিত বস্ত্ৰাঞ্চল - কি নাই ভৰলীৰ! কিমান কথা মোক কব খুজিছিল, অৰণ্যৰ সেই আৱৰণত, জন-মানৱৰ পৰা বহুদূৰত, বহুত নিভৃতত, কিন্তু মোৰ সময় হ'ল ক'ত? আজিও মোৰ অন্তৰৰ সুসুপ্তিত আকুল আহ্বান কেতিয়াবা জাগি উঠে। সজাগ হলে ভৰিত জিঞ্জিৰ বাজে, কৰ্ম্মময় জগতত মানুহৰ মাজত মই আৱদ্ধ। ভৰলী কিয়, কোনেনো নকব - আপোন কথা, আপোন কাহিনী, আপোন অতীত, কল্পিত ভৱিষ্যত, যদিহে আপোনজনক নিজানত ইমান কাষতে পায়।

যাবানে পাহাৰলৈ? মোৰ লগত অৱশ্যে তোমাৰ যোৱা নহব, আৱশ্যকো নাই, তোমাৰো নাই, মোৰো নাই। জীৱনক নিজৰ ছন্দত আগবাঢ়িব দিয়াই ভাল। তোমালৈ মনত পৰে কিয় নাজানোঁ, তুমি এতিয়াও মোৰ কথা ভাবা জানো? তোমাক প্ৰশ্ন সোধাৰ মোৰ অধিকাৰ নাই। সিদিনা বিদায় ক্ষণত দুয়ো দুয়োৰে ওচৰত এই বুলিয়ে বিদায় লৈছিলো যে দুয়ো দুয়োৰো বিচ্ছেদ নাই। সত্যৰ কি অপলাপ কৰিছিলো, - গভীৰ মূঢ়তাত ভাবিছিলো যে আমিয়ে আছো, সত্য নাই। আজি সত্যই কৈছে - "মই আছো, তোমালোকৰ প্ৰতিজ্ঞা অলীক কল্পনা।" এই কথা সঁচা নেকি, তাকেই ভাবিছো, ক্ষোভ নাই।

## (চৌধ্য)

অৰুণা,

কোনোবা দিনা আনৰ সুখত সুখী আৰু আনৰ দুঃখত দুঃখী হৈ পাইছানে? ই এটা অপূৰ্ব্ব অভিজ্ঞতা। অইনে তোমাৰ আগতে দহ টকাৰ নোট এখন পালে তুমি কেনে পোৱা? আমি সচৰাচৰ ভাবোঁ মোৰ আগতে নপৰিল কিয় নোটখন, তেওঁৰ আগত পৰিল যে কপাল! লোকে চিঠিখেলত টকা পোৱা শুনিলে তোমাৰ কেনে লাগে? অলপতে সঁচাই নে মিছাই





মোৰ বন্ধু এজনে কলে যে তেওঁৰ তলত কাম কৰা নিম্নতম কৰ্ম্মচাৰী এজনে ডাৰ্ব্বি খেলত তিনি লাখ টকা পালে, - অকল কাকতত পোৱাই নহয়, বেঙ্কত আহি টকা জমাও হল। তেওঁৰ ঘৈণীয়েকে যে তেওঁক নিকিলালে ইমানেই ৰক্ষা। ভাবটো এনেধৰণৰ - আপোনাৰ তলৰ কৰ্ম্মচাৰী এজনে তিনি লাখ টকা পালে, আৰু আপুনি ইমান লিখা পঢ়া কৰি কি কৰিলে? গিৰিয়েকে নিজে ব্যাখ্যা কৰিব ধৰিলে - "নহল নাই দিয়া, আমাৰ এনেকৈয়ে চলিব।" তেওঁলোকৰ উপাৰ্জ্জন নিচেই তলখাপৰ নহয়। "সি এতিয়া কি কৰিব?" - ঘৈণীয়েকে কলে। গিৰিয়েকে কলে - "সি এতিয়াও চাকৰিতে আছে।" মই ঘটনাটো পাহৰিয়ে গলোহেঁতেন, কিন্তু ঘটনা ক্ৰমে আন এঠাইতও সেই কথাষাৰেই ওলাল, তাত লগপোৱা মানুহ কেইজন সাধাৰণ হিচাপত ধনী মানুহ, কিন্তু তেওঁলোকৰ যি চিতৰ পোৰ্ৰাণি দেখিলো কেতিয়াও পাহৰিব নোৱাৰিম। এজনে কলে - "তাৰ আৰু হৈ গ'ল জীৱনৰ বাবে।" আনজনে কলে - "এইবোৰ মানুহে জন্মক্ষণত কি লৈ জন্মে? বিনা আয়াসতে তাৰ হৈ গল - অথচ আমি - ও !" মই মনতে ভাবিলো, - "তোমালোকে নো কি মূৰেৰে মাটি ভাঙিছা? তোমালোকেও খাই বৈ আছা, সিও খাই বৈ আছিল, তাৰ হঠাৎ কপালৰ গাঁথি মুকলি হল, যদিহে সি সাৱধানে চলে। তোমালোক আগৰ নিচিনাই আছা - তাৰ অৱস্থা ভাল হোৱাত তোমালোকৰ অৱস্থাটো বেয়া হোৱা নাই, কিন্তু এই পোৰ্ৰাণি কিয়?" - অকল এই ক্ষেত্ৰতে নহয়, বহুত ক্ষেত্ৰত। ওচৰৰ এখন ঘৰৰ ল'ৰা-ছোৱালীয়ে পঢ়াত ভাল, আনঘৰৰ ল'ৰা-ছোৱালী ফেল কৰে অলপ বেছি, বা পাছ কৰিলেও লিষ্টত নাম বহুত তলত থাকে। ফেল কৰা ঘৰত সিঘৰৰ ল'ৰা-ছোৱালীৰ কথা উলিয়ালেই শুনিবাচোন কি কয় - যেন পৰীক্ষাত চুৰি কৰিহে সিঘৰৰ ল'ৰা-ছোৱালীবোৰ প্ৰথম দ্বিতীয় হয়। বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ লিষ্টি ৰিজাই চালে দেখা যায় সাধাৰণতঃ ছোৱালীৰ পাছ কৰা সংখ্যা সমানুপাতিক হিচাবে ল'ৰাতকৈ বেছি। ল'ৰাবোৰক যদি এই কথা কোৱা - তেওঁলোকৰ সৰহ ভাগেই উত্তৰ দিব - "ছোৱালী বুলি পৰীক্ষকে নম্বৰ এনেই বেছিকৈ দিয়ে নহয়।" ক'বলৈ মন যায় - "মূৰ্খ, ছোৱালীক বেছিকৈ নম্বৰ দিয়া পৰীক্ষকৰ কি গৰজ? আৰু ধৰিলোৱা যে চিনা-জনা ছোৱালীক খাতিৰতে নহয় দুই নম্বৰ বঢ়াই দিলে, - F 56 Gau, F 29 Nowৰ ওপৰত তেওঁলোকৰ কি মায়া আছে - যে বঢ়াই নম্বৰ দিব আৰু পৰীক্ষক যে মতা মানুহ থাকিব তাৰো কোনো কাৰণ নাই। কোনো কোনো ক্ষেত্ৰত বেলেগ ৰোল নম্বৰ দিও পৰীক্ষকৰ ওচৰলৈ কাকত পঠিওৱা হয়। আমাৰ চৰিত্ৰৰ এটা ঘাই কেৰোণ কেৱল লোকৰ যোগ্যতাক মূল্য দিবলৈ নিশিকোঁ। কিয় সদায় ভাবোঁ যে যোগ্যতা অকল মোৰ হে আছে, কিয় ভাবোঁ যে মোৰ যোগ্যতাৰ আদৰ হোৱা নাই, মোৰ পৰিশ্ৰমৰ যথাযথ প্ৰতিদান পোৱা নাই। লোকৰ বিষয়ে এনে কথা ভাবোঁ নে? যেতিয়ালৈকে কথা এই দৃষ্টিকোণৰ পৰা চাবলৈ নিশিকিম তেতিয়া জগতৰ ভালেখিনি কথা আমাৰ চকুত সহজ যেন নালাগিব। জগতত দুটা ৰীতিত আমি শাসিত হোৱা নাই, ইংৰাজীত কোৱা মতে - "what is good for the

gander is good for the goose as well" - অৰ্থাৎ মতা ৰাজহাঁহটোৰ পক্ষে যি ভাল মাইকী হাঁহজনীৰ পক্ষেও সি ভাল। আজি চিঠি - খেলত তিনি লাখ টকা মই পোৱা হলে জগতৰ কিম্বা বিশেষ পৰিবৰ্ত্তন হলহেঁতেন নে? - একো নহলহেঁতেন, - আজি আনজন মানুহে পোৱাতো তেনে একো পৰিবৰ্ত্তন হোৱা নাই, কিন্তু আমাৰ অজানিত দ্বেষ কিয়? মোৰ ওচৰ-চুবুৰীয়াৰ ল'ৰা-ছোৱালী ভালকৈ পাছ কৰাত ঈৰ্ষা আৰু ফেল কৰাত আনন্দ কিয়?

মই যেতিয়া এইবোৰ কথা লিখিবলৈ লৈছো মোৰ সন্মুখতে গৰু এজনী শুই আছে, চকু মুদি ঘাঁহ পাগুলিছে। তাইৰ মুখলৈ চাইছোঁ - মুখখন অতি ধুনীয়া, মুখৰ প্ৰত্যেকটো মাংসপেশী এনে সুগঠী তাকে চাইছো। গৰুজনীয়ে কি ভাবিছে মই অনুমান কৰিব নোৱাৰো; কিন্তু এইটো ঠিক যে কাৰো অনিষ্ট কৰাৰ কথা ভবা নাই, বা কাৰো মঙ্গল দেখি অন্তৰত উচ্‌পিচ্‌ কৰা নাই। ওচৰচুবুৰীয়াৰ ভাল দেখিলে হেনো কাৰো টোপনিও নাহে। মই এই সঙ্কটত পৰা নাই, কিন্তু কথাষাৰ অনুমান কৰিবলৈ টান পোৱা নাই। অলপতে দেখা কথা - এজনৰ ঘৰত নাৰিকলৰ পুলি কেবাটাও ৰাতি আহি কোনোবাই গুৰিতে কাটি থৈ গৈছে। আৰু এদিন দেখিলো এঘৰত জুই লাগিছে, এজন বয়সীয়াল লব্ধপ্ৰতিষ্ঠ শিক্ষিত মানুহে জুই নুমাব অহা মানুহ বোৰক চিঞৰি চিঞৰি কবলৈ ধৰিছে, "বোপাহঁত, সাৱধান হবা টিনৰ পাতৰ ঘৰত জুই লাগিলে পাত উফৰি আহি গাত পৰিব।" তেতিয়ালৈকে টিনৰ পাতৰ ঘৰত জুই লগা নাছিল। মনতে ভাবোঁ যে পশু-পক্ষীবোৰ এইবোৰ বিষয়ত আমাতকৈ উন্নত। আমাৰ যেন এটা সৰ্ব্বগ্ৰাসী বুভুক্ষা-যিমান হয়, তিমানেই নাটে।

এই পটভূমিত অইন এটা ছবি সমানে মনত পৰে। মই তেতিয়া সৰু। মোৰ আইতা তামোল-পানৰ বৰ ভক্ত - কথা-প্ৰসঙ্গত ওলাল যে বেপাৰী অহা নাই, তামোল পান কিনিব পৰা নাই; যাক কলে - তেওঁ সম্বন্ধত ভতিজাক। তেওঁৰ হাচতিখন মেলি এযোৰ তামোল পান উলিয়াই কলে - "খুৰী, মই অমুক গাওঁলৈ গৈছিলো, মোৰ গাঁঠিত এজোৰ তামোল পান আছে তুমি লোৱা।" আইতাই কলে, "নালাগে বোপা, তুমিও তামুলী মানুহ, তোমাক লাগিব, লৈ যোৱা।" তেওঁ কথাষাৰলৈ ভ্ৰূক্ষেপ নকৰি বটাত তামোল-পান যোৰ থৈ বিদায় হল। কথাষাৰ দেখোঁতে নিতান্ত সৰু, কিন্তু ই মোৰ মনত এটা দ ছাপ বহুৱাইছিল। নিচেই কম বয়সতে মোৰ এবাৰ টান নৰিয়া হৈছিল, মোৰ এজন বন্ধুৰ ঘৰ প্ৰায় আধা মাইলমান দূৰত তেওঁ এদিন ৰাতিপুৱা কদমৰ পাততকৈ চাৰি-পাঁচোটামান খলিহনা মাছ লৈ আনি দেউতাক ভেটিছিল। দেউতাই সুধিলে - "কিয় আনিলা বোপা" - তেওঁ অত্যন্ত লাজ লাজ সুৰত কলে যে মোৰ নৰিয়া বুলি শুনিহে আনিছে - আৰু ইয়াকো হেনো শুনিছে যে মাছৰ জোলত বাহিৰে মোক একো খাবলৈ নিদিয়ে। সেই সময়ত আমাৰ তাত মাছ-পুথিৰ অত্যন্ত অভাৱ আছিল। তেওঁ মোৰ পৰা এটি ধন্যবাদৰ শব্দ নালাগে মোক দেখাও নিদিলে - কিজানি মই তেওঁৰ উপকাৰ খিনি শলাগো। এনে মানুহো তো আমাৰ মাজতে আছে।

মানুহবোৰ যে basically বেয়া, এই কথা মই কব নোৱাৰোঁ। কিন্তু দৃষ্টিভঙ্গীৰ পৰিবৰ্ত্তন লাগে। লোকক দিলেই আহৰি হৈ নাযায়, নাই বুলি ভবাটোৱে অভাৱৰ নিদৰ্শন। বৈষ্ণৱ সকলৰ দৃষ্টিভঙ্গী এইফালৰ পৰা চালে স্বাস্থ্যপ্ৰদ। তেওঁলোকে কালিলৈ কি হ'ব ভবাটো অন্যায় বুলি ভাবে। ই যেন ভগৱানৰ ওচৰত অপৰাধ। আমাৰ যি ব্যৱস্থা হয় ভগৱানে কৰিব, তেওঁৰ বিধানৰ বিষয়ে আমি কিয় সন্দিহান হ'ব লাগে! কথাত কথা ওলায়। এজন ভদ্ৰলোকক জানো - ভাল ঘৰৰ। তেওঁ বেৰত লিখি থৈছিল - "যিনি খাবেন চিনি, তাৰে যোগায় চিন্তামণি" - অৰ্থাৎ যাৰ যে চিনি খোৱাৰ অভিৰুচি আছে, ভগৱানেই তাৰ যোগান ধৰিব আৰু এই বিশ্বাসত বলিয়ান হৈ তেওঁ সদায় ভাল খোৱাৰ চেষ্টাত আছিল আৰু ভগৱানে তেওঁৰ বিশ্বাসটো seriously নোলোৱাত বহুতৰে ওচৰত তেওঁৰ ঋণ বৈ গল; ভগৱানে সেইবোৰ ধাৰ আৰু নামাৰিলে।

বেৰত আৰি থোৱা কথা আৰু দৃঢ়ভাৱে মনত মাৰি লোৱা কথাৰ প্ৰভেদ আছে। বিশ্বাস যদি দৃঢ় হয়, বাহিৰত আড়ম্বৰ নাথাকিলেও চলে। দিয়াচলাইৰ কাঁঠিডাল জুইৰ আধাৰ হৈও ফুৰ্‌ফুৰাই নাথাকে - কিন্তু ফুলমতাবোৰে থাকে। দিয়াচলাইৰ কাঠি উচিত ঠাইত আঘাত কৰিলে জুই ওলায় আৰু ফুলমতা হেচি দিলে নুমাই যায়, এয়ে প্ৰভেদ। সহায় কৰিবলৈ সাজু হৈ থকা অৱস্থা, সহায় কৰিম বুলি জাননী দিয়া দলত ভৰ্ত্তি হোৱাতকৈ ভাল।

আজিকালি চহৰে নগৰে বহুতবোৰ ভদ্ৰলোক আৰু ভদ্ৰমহিলাৰ সংগঠন বা ক্লাব ওলাইছে য'ত দলগতভাবে নিজৰ কাৰ্য্যক্ৰমৰ প্ৰশংসা কৰি তত নাপায়। বাইবেলত এটা কথা আছে যে তোমাৰ সোঁহাতে যি সজ কৰ্ম্ম কৰে, বাওঁহাতক সেইটো জানিবলৈ নিদিবা। ধৰ্ম্মশাস্ত্ৰবোৰৰ কথাৰ মৰ্ম্ম আছে। সেইবোৰ সদায় দলিয়াই পেলাবলগীয়া নহয়। অহমিকাৰে ভেটভেটিয়া হৈ ওফন্দি লোকৰ হিত সাধিবলৈ নাযাবা - "যদ্দেয়ং শ্ৰদ্ধয়া দেয়ং, অশ্ৰদ্ধয়া অদেয়ং" - উপনিষদৰ বাণী। সকলোৰে এটা আত্মসম্মান আছে, ধনী হওক, দুখীয়া হওক, আত্মসম্মান ত্যাগ কৰাতকৈ বহুতে মৰণো শ্ৰেয় বুলি ভাবে - তেনেস্থলত অহমিকাৰে পূৰ্ণ হৈ লোকৰ কাষ চাপিলে তুমি যোগ্য সেৱা কেতিয়াও কৰিব নোৱাৰা, অৱশ্যে নিজে আত্মপ্ৰসাদ লাভ কৰিব পাৰা। "আমি অমুকখন গাওঁত এটা ৰেডিও দিছো" এটা দলক গৰ্ব্ব কৰা শুনিছিলো কিন্তু সেই সময়ত গাওঁৰ পাঠশালা এখন পাতি দিয়া বেছি কাৰ্য্যকৰী আছিল, তেতিয়াহে ৰেডিও শুনিবলৈ শ্ৰোতা ওলালহেঁতেন অথবা সেইখন গাঁওত কেবাখনো ভগা দলং আছিল, তাৰে এখন মেৰামত কৰিবলৈ সহায় কৰা বেছি কাৰ্য্যকৰী হ'লহেঁতেন। তোমালোকৰ চহৰৰ ঘৰৰ ড্ৰইংৰুমত ৰেডিঅ' শোভা পায় - তেওঁলোকৰ ড্ৰইংৰুম নাই, আনকি শুবলৈ ঠাই নাই, খাবলৈ ভাত নাই, তাকতো নুবুজা। অকলশৰীয়া মনত এইবোৰ ভাবৰেই উদ্ৰেক হয়।

(পোন্ধৰ)

**মৰমৰ অৰুণা,**

মাজে সময়ে কি ভাব হয় জানা? ইচ্ছা কৰো সকলো পাহৰি যাওঁ, কিন্তু ক'ত আজিলৈকে পৰা নাই দেখোন। ভাবিছিলো, যৌৱনৰ প্ৰাৰম্ভৰ পৰা বহুত দূৰ আঁতৰি আহিছো, এতিয়া আৰু যৌৱনৰ প্ৰভাৱ নাই, কিন্তু মিছা। জীৱনৰ কোনো এটা কথাকে পাহৰিব পৰা নাই। চেগচাই প্ৰত্যেকটো কথাই মূৰ তুলি উঠে। সৰু সৰু কথাবোৰো দেখোন পাহৰিব পৰা নাই। সেই যে সৰু চৰাই এটাৰ কথা তোমাক কৈছিলো - গছৰ গাত পৰি নতুনকৈ ওলাব খোজা পাত নে ফুলত খুটিবাই আছিল মোক দেখি এবেলি ইপিনে ঘূৰে, আৰু এবেলি সিপিনে ঘূৰে, - মোক দেখি জানিবা লাজহে কৰিছিল। কলৈ গ'ল সেই চৰাই উৰি, কেতিয়াবাই গ'ল - বোধহয় ইমানদিনে সি জীয়াইও থকা নাই। কিন্তু তাৰ সিদিনাৰ ধৰণটো, আকাৰটো, মোলৈ চোৱাৰ ধৰণটো - একোকে মই আজিলৈকে পাহৰিব পৰা নাই।

বহুতদিন আগতে, কেতিয়া মনত নাই, বাঁহৰ আগত লতা এডালিৰ ফুল এটা দেখিছিলো। ফুলটো আছিল বগা, ৰূপহ ফুল, নিতান্ত অকলশৰীয়া, কিন্তু তাৰ ৰূপ বিকীৰণত অকণো বাধা নাছিল, তাৰ ৰূপে মোৰ হৃদয় স্পৰ্শ কৰিছিল, তাৰ গোন্ধ মোলৈ অহা নাছিল, গোন্ধ সমূলি আছিল নে নাই তাকো মই নাজানো। কিন্তু কিয় জানো তাৰ হাঁহিটি মোৰ ইমান ভাল লাগিছিল - কি ভাষা কৈছিল একো নুবুজো। নাহৰ গছ উপচি পৰা হেজাৰ হেজাৰ ফুল পাহৰি গৈছো, অথচ সেই লতাৰ ফুলটো পাহৰিব পৰা নাই। এয়ে যদি মোৰ মানসিক অৱস্থা হয়, তোমাৰ বিষয়ে বাৰু কি কম?

তোমাক জানো মই পাহৰিছো? ৰূপলাৱণ্য বাৰু এৰি থোৱা - আৰু হয়তো বহুতৰে আছে। কিন্তু তোমাৰ সেই কথাৰ উত্তৰত কথা, হাঁহিৰ উত্তৰত হাঁহি, ধেমালিৰ উত্তৰত অচঞ্চল দৃষ্টি, সাময়িক ব্যথাভৰা হুমুনিয়াহ, আবেগত সাবটি লোৱাৰ মৃদু উত্তাপ - সেইবোৰ কলৈ যাব? সেইবোৰ চিৰন্তন। কালত সৃষ্টি লয় পাব পাৰে কিন্তু দুখনি অন্তৰৰ মৃদু আলাপ সঙ্গীতৰ উচ্চন্তৰৰ বিকাশ, তাৰ লয় নাই, পৰিণতিও নাই। কেৱল সুৰৰ ওপৰত সুৰৰ আঘাত, স্নিগ্ধ জ্যোতিৰ ওপৰত জ্যোতিৰ ৰেখাপাত।

আজি তোমাৰ লগত এইবোৰ কথা কিয় ক'ব খুজিছো - মই নিজেই নাজানোঁ - এটা যেন গভীৰ মৰ্ম্ম-বেদনাত আত্মচৈতন্যৰ উদয় হৈছে। তুমি আৰু মই শৰীৰৰ ফালৰ পৰা কেতিয়াবাই আঁতৰি আহিলো - আদান-প্ৰদান, ঘাত প্ৰতিঘাত একোৱে আৰু নাই। কিন্তু যিদিনাই বিশ্বৰ সৃষ্টিৰ সৌন্দৰ্য্যৰ ফালে চাওঁ, তুমি কেনেকৈ কোন ফালৰ পৰা আহি মোৰ কাষত থিয় হোৱাহি মই কব নোৱাৰো। আৰু জানো কোনোৱে মোৰ ভাষা নুবুজিলে, কাৰো অন্তৰত জানো মোৰ

ভাবৰ খলকনি নুঠে - মোৰ হাঁহিয়ে আন কাৰো অন্তৰত সৰু এটি আনন্দৰ সোঁত বোৱাব নোৱাৰে জানো? হাঁহি উঠে মানৱৰ ব্যৰ্থতাত। আঘাতত উদ্বাউল হোৱা নাই, মৃগতৃষ্ণিকা দেখি তালৈ লৰি যাব খোজা নাই, অলীক অতীত কল্পনাত নিজক মোহ নিয়াব খোজা নাই। কেৱল এটা মৃদু গান, এটা মৃদু স্পন্দন, এটা মধুৰ আহ্বান, সেইটো যেন অকল তোমাৰ পৰাই আহে।

এদিন মই সদৰ্পে ভাবিছিলো যে বিশ্বৰ নতুন কৰ্ম্মপথত মনপ্ৰাণ ঢালি দি তোমালোকৰ পৰা বহুত দূৰলৈ আঁতৰি যাম, কোনোৱে মোক দেখিলেও চিনি নাপাবা আৰু তোমালোকৰ মাত্ৰ মোৰ মনত ক্ষীণ স্মৃতি এটা হৈ মৰা নৈৰ নিস্তেজ তলিৰ দৰে পৰি থাকিবা। সেইবোৰ সকলো ভ্ৰান্তি, মই আজি বুজিছো যে মই উপগ্ৰহ হৈ পৃথিৱীৰ চৌপাশে ঘূৰাহেঁতেন, তোমাৰ দুৱাৰ মুখত এটি ক্ষণ বেছিকৈ কটোৱাৰ চেষ্টা কৰিলোহেঁতেন, তোমাৰ ব্যথাকাতৰ দৃষ্টি দেখিলে মোৰ গতি স্থবিৰ হলহেঁতেন। মই আঁতৰি অহাৰ পিছতহে জানিলাহেঁতেন যে সেই বাটেৰে মই গৈছিলো। তুমি মোক পাহৰি যোৱা তাত মোৰ অকণো ব্যথা নাই, কিন্তু মই তোমাক নাপাহৰো, তাত মোৰ আনন্দ আছে।

এদিনৰ এটা কথা, স্মৃতিৰ পৰা লোপ এতিয়াও পোৱা নাই। তেতিয়া তোমাক লগ পোৱা নাই। ৰ'দ কাচলিত পুখুৰীৰ পাৰত বহি পুৱাৰ মৃদু সমীৰণত লাহে লাহে হালিজালি থকা শ-শ পদুমলৈ ৰ লাগি চাই আছো। কিন্তু কি আচৰিত, চকু ঘূৰি আহি বাৰে বাৰে এটা পদুমত ৰয়হি - আধাফুলা ফুল, ভিতৰৰ চকাটো দেখা নেদেখা। তাত ভোমোৰা আহি বহাহি নাই। গোন্ধৰ সঁফুৰা মেলো নে নেমোলোকৈ আধা ফুটা হাঁহিটো লৈ যেন জীৱনৰ দুৱাৰদলিত ৰৈ আছে। চকু যিমানে দূৰলৈ নিনিওঁ, আকৌ তালৈ যেন ঘূৰি আহে। তেনে ফুল যে পুখুৰীত আৰু নাছিল তেনে নহয়, কিন্তু এই এটা ফুলে মোৰ হৃদয় কিয় জয় কৰি নিছিল - আজিও তাক নাজানো। সেই ফুলেই যেন সদায় দীপ্ত হয় তোমাৰ সেই চকুযুৰিত।

ফুল মৰহি যায়, মালা শুকাই যায়, গোন্ধ মলঙি যায়, কিন্তু স্মৃতিয়ে যেন তাত নতুন পৰশ বুলায়, উৰি যোৱা, শেষ হৈ যোৱা জীৱনটো যেন আকৌ ধৰি আনিবলৈ চেষ্টা কৰে। জগতত সকলো নশ্বৰ, সকলো অবিনশ্বৰ, দেহান্তৰ বা ৰূপান্তৰ আছে সঁচা, কিন্তু মাৰ খাব ক'ত - এই জগততেই তো? ধূলি উৰি গৈ পশ্চিম দিগন্তত সূৰ্য্যৰ আলোক লৈ উজ্জ্বল হৈ নুঠে জানো।

## (ষোল)

**মৰমৰ অলকা,**

যেতিয়া অকলে বহি থাকোঁ, মূৰৰ মাজেৰে নানা ভাবে ঢৌ খেলি যায়। কোনোটো ভাবেই যেন স্থায়ী হৈ বহিব নোখোজে। সিদিনা এঠাইত পঢ়িলো ভাববোৰ হেনো কাৰো নিজস্ব সম্পত্তি নহয়। বতাহত আলেঙে আলেঙে উৰি ফুৰে আৰু মানুহে নিজৰ যোগ্যতা হিচাপে সেইবোৰ ধৰি লয়। বেয়া নহয় কথাটো। মই আকাশলৈ চাই থাকিলে মেঘবোৰলৈ চকু পৰে, আৰু মেঘৰ লগে লগে কোন ৰাজ্যলৈ উৰি যাওঁ ক'বই নোৱাৰোঁ। কোন আছে মেঘৰ সিপাৰে মই নাজানো, কাকো লগ পোৱা নাই, কিন্তু কিবা আছে যেন পাওঁ - নহলে মোৰ মন সঘনে কিয় উৰে মেঘৰ লগত? ই বোধহয় মোৰ অলস কল্পনা। কিন্তু কল্পনা জানো বেয়া? তাতো সুখ আছে। পৃথিবীত আমি কামনো কিমান কৰিম? কৰিবলগীয়া তেনেকুৱা বিশেষ আমাৰ কাৰণে কিবা আছে জানো - অকল খোৱা, লোৱা, ধন ঘটা। কোনোটোতেই প্ৰাণ নাই সকলোবোৰ নিৰ্জীৱ। কিমান খাবা, কিমান শুবা, ধনেই বা ঘটিবা কিমান? কি কৰিবা ইমান ধনেৰে? কাৰ বাবে ধন? মই নিতান্ত ওচৰলৈ গৈ পৰীক্ষা কৰি চাইছো · ধনৰ একো প্ৰাণ নাই, আনকি আত্মীয়তাও নাই। ই তোমাক এৰি গলে এবাৰ তোমালৈ ভুলতেও আৰু চকু ফিৰাই নাচায় - তোমাৰ অৱস্থা কি হ'ল। আহিবৰ সময়তো যে কিবা এটা আনন্দ লৈ আহে তেনেও নহয় - আগৰ দিনত বলপূৰ্ব্বক বিয়া কৰোৱাৰ প্ৰথা আছিল ঠিক তেনে ধৰণৰ। তুমি আনিছা, আহিছো। যিমান দিন ভালকৈ ৰাখা থাকিলো, থাকিম। তুমি মৰিলে বা যত্নৰ অলপ ত্ৰুটি হলেই মই গুছি যাম - এনে ৰকমৰ এটা ভাব।

মই অলপো সৌন্দৰ্য্য নেদেখিলো ধনত। কোনোৱে কয় পুৰুষ কাঠচিতীয়া, কোনোৱে কয় তিৰোতা কাঠচিতীয়া, কিন্তু মোৰ ধাৰণাত ধনৰ দৰে কাঠচিতীয়া একো নাই - ই কোনো দিনেই তোমাৰ লগত মৰমৰ সম্পৰ্ক পাতিব নোখোজে, কোনো ভাবৰে যেন অভিব্যক্তি নাই। ইয়াতকৈ সৰু বনৰীয়া ফুল এটা সিও ভাল। তাৰ গোন্ধ আছে, তাৰ ৰূপ আছে, তাৰ লাৱণ্য আছে, তাৰ বিনয় নম্ৰ দৃষ্টিটোৱে ভাল লাগে। তাক এৰি অহাৰ সময় সি যেন কয় - "যোৱা বাৰু, আৰু বোধ হয় ঘূৰি আহি মোক নাপাবা। বাৰু নাপালেও একো কথা নাই দেই। তোমাৰ মোৰ দেখাদেখি সম্পূৰ্ণ আকস্মিক। তুমিও নাজানা মই ইয়াত আছো বুলি, মইও নাজানিছিলো তুমি আহিবা বুলি। বাৰু যাওঁ দেই।" তোমাৰ হাবিয়াস হয় সেই ফুলটোৰ ওচৰত গৈ যেন থিয় দি থাকিবা; তাৰ লগত দুটা সুখৰ দুখৰ কথা পাতিবা। কাৰ লগতে বা খিলঞ্জীয়া সম্বন্ধ? সকলো যেন বনৰীয়া ফুল। এখন্তেকৰ দেখাদেখি, অন্তৰে অন্তৰে মৃদু আলোড়ন। মেঘৰ লগত কথা পাতি ভাল লাগে - ক'ৰ পৰা কলৈ যোৱা যায়, ই চপৰাৰ পৰা

সি-চপৰা - কোন চপৰা নোহোৱা হ'ল - কোন চপৰা নতুনকৈ গঠিত হ'ল - মনটো পিছলি ইচপৰাৰ পৰা সিচপৰাত পৰিল গৈ - সদায় যেন প্ৰিয়াৰ কান্ধত হাত ৰাখিয়ে তুমি ফুৰিছা। বিৰহ নাই, বিচ্ছেদ নাই - অবিৰাম যোগ, অবিৰাম সঙ্গ। কেতিয়াবা মেঘো পিছলি যায়। শূন্যত মনটো অৱস্থিত। কেতিয়াবা বেয়া লাগে, কেতিয়াবা বেয়া নালাগে, শূন্যৰ ভিতৰতো কিবা এটাই তোমাক আবৰি ধৰি থাকে।

যৌৱনৰ ৰাগ তেতিয়া আছিল। এদিন কৈছিলো আকাশখন মোৰ ভাল লাগে, কাৰণ তাৰ বৰণটো মোৰ প্ৰিয়াৰ চকুৰ বৰণৰ লগত মিলে। আজি ক'বলৈ মন গৈছে - প্ৰিয়াৰ চকু যুৰি ভাল লাগিছিল; কাৰণ তাৰ বৰণটো আছিল আকাশৰ দৰে নীলা আৰু প্ৰশান্ত। আজি আপোন পাহৰা হৈ আকাশলৈ যেতিয়া চাই থাকো একো কথাই মনত নপৰে - এটা নিস্তব্ধতা, এটা শান্তি, এটা অপৰিসীম মোহমুক্ত মায়াৰ আকৰ্ষণ। প্ৰশ্ন নাই, তৃষ্ণা নাই, ব্যঙ্গ নাই, আছে কেৱল সঙ্গীতৰ শিহৰণ।

ঘৰ অট্টালিকা এইবোৰ কিহৰ বাবে? সকলোৱে যেন সীমাৰ ভিতৰত তোমাক আগুৰি ৰাখিবলৈ বিচাৰে। মোৰ ঘৰ, মোৰ গৃহস্থালি, এইবোৰ ভাবে তোমাক কিমান দিনলৈ বান্ধি ৰাখিব? এইবোৰ বস্তু ক্ষতি-ক্ষুণ্ণ নোহোৱা সামগ্ৰী নহয়। অথচ জীৱনৰ সকলো উদ্যম, সকলো আকাঙ্ক্ষা এইবোৰতেই যেন সীমাবদ্ধ হৈ থাকে। কেতিয়াবা ভাবি চাওঁনে যে এনেবোৰ কিছুমান বদ্ধমূল ধাৰণাৰ দ্বাৰা সমাজৰ আমি কিমান ক্ষতি কৰোঁ। মই এটা ধুনীয়া ঘৰ সাজিলোঁ - জীৱনৰ ভালেখিনি সঞ্চিত ধন ব্যয় কৰি তাক আমি দহজনৰ আগত কৈ গৌৰৱবোধ কৰোঁ। সেই ঘৰ জানো কেতিয়াবা ভাগি নাযাব? সেই ঘৰৰ লগত মই চিৰদিনলৈ থাকি যাব নোৱাৰো। পিৰামিড সাজি মিছৰৰ যি সকল ৰজা মহাৰজাই নিজক তাৰ ভিতৰত পৱৰ দিবলৈ নিৰ্দ্দেশ দি গৈছিল - তেওঁলোকক আমি চিনিব নোৱাৰো - কোননো ৰামেছিছ, কোননো ডেৰোৱা? আমি বাৰু কোন বস্তু - আমাৰ পৰিচয় কি এৰি যাম?

মোৰ ঘৰৰ ওচৰত থকা ধোবা বা মুচিৰ পৰিয়ালটোলৈ লক্ষ্য কৰিবলৈ মোৰ আহৰি নাই - সিহঁতৰ ঘৰৰ বুঢ়ীজনীৰ কি হৈছে - ল'ৰাটোৰেই বা কি নৰিয়া, এইবোৰৰ এবাৰ বাতৰি লবলৈকেই মোৰ সময় নাই যেন, অৱসৰ নাই। সিহঁতৰ ঘৰৰ চালিখন ধুমুহাই উৰুৱাই নিলে, মোৰ ঘৰৰ খিৰিকীৰ পাল্লা এটা নিলে - মোৰ অনুতাপ তেওঁলোকতকৈ বহুত বেছি। আজি উন্নত দেশৰ নমুনা চাই উন্নত ধৰণে ঘৰ সাজিবলৈ আমি যত্নপৰ, কিন্তু ওচৰ-চুবুৰীয়াৰ অন্নসংস্থান হৈছে নে নাই এইটো আমাৰ লেখত লবলগীয়া নহয় - কি গাইগুটীয়াকৈ, কি সামাজিক হিচাবে, কি দেশনেতা হিচাবে। আমাৰ পৰিকল্পনাত বিদেশীৰ আত্মাৰ বজ্ৰলেপ, কিন্তু ভাৰতীয় প্ৰাণত তাৰ কি প্ৰভাৱ বুজিবলৈ চেষ্টা ক'ত?

আমি সকলোৱে ঘৰ-দুৱাৰ ভাঙি দি গছৰ তলত বহিলে কি জানি নতুন সাম্যবাদী সমাজৰ

এটি প্ৰকৃত গঢ় দিব পাৰিলোহেঁতেন। সমপ্ৰাণতা নহলে সাম্যবাদ এটা প্ৰহসন।

(সোতৰ)

**মৰমৰ অৰুণা,**

জীৱনৰ সকলো নিস্তব্ধতা ভেদ কৰি অন্তৰৰ গভীৰতাৰ পৰা কেতিয়াবা এটি আকুল আৰ্তনাদ উঠে। কাৰ উদ্দেশ্যে, কিহলৈ, সেইবোৰ একোৱে নাজানো, একোৱে ক'ব নোৱাৰো। পেটৰ কামোৰ উঠা মানুহে যেনেকৈ গাৰুটোক আঁকোৱালি ধৰে, - অকল আঁকোৱালি ধৰাই নহয় - আগ্ৰহেৰে হেচি লয়, মোৰো তেনে এটা ব্যাকুলতা জাগে মনত। কি লম মই? জগতত এনে কি বিষয়বস্তু আছে যাক সাৱটি ললে মোৰ সকলো দুঃখ বেদনা ক্ষোভৰ অৱসান হ'ব পাৰে?

বহুতদিন অকলে অকলে বহি ভাবিছোঁ এই কথাষাৰ, বহুত পৰিচিত জনৰ লগত আলোচনা কৰাৰ চেষ্টা কৰিছো - কিন্তু কাৰোপৰাই আজিলৈকে ইয়াৰ উচিত সমাধান নাপালো। এদিনৰ কথা মনত পৰে - গধূলিৰ আগপৰত পথাৰত বহি আছো - বতাহ মেলিছে, মেঘে গাজিছে, পশ্চিম আকাশে ধুঁৱলী-কুঁৱলী কৰি আহিছে। বৰষুণ হ'লে কিজানি শান্তি হ'ব। কাউৰীবোৰে ৰমলিয়াই জাকবান্ধি ঘৰমুৱা হৈছে - সৰু সৰু চৰাইবোৰ চকুৰ আগতে অদৃশ্য হৈ গ'ল। এই কাল সন্ধ্যা পথাৰৰ মাজত মোৰ অকণো বেয়া লগা নাছিল। ভাবিছিলো এয়ে মোৰ জীৱনৰ প্ৰতীক। বন্ধু-বান্ধৱ, আশ্ৰয়ৰ স্থান, আটোপ আদৰৰ আলম, সকলো যেন এনেকৈয়ে আঁতৰি যায়। এনে শূন্যতাভৰা ভাব এটাই যেন পৃথিৱীখন আবৰি ৰাখে। মোৰ অন্তৰৰ প্ৰতিলিপি বাহিৰত পাই ভালেই লাগিল। ইমানতে সকলোৰে শেষপৰা হলে এটা বেলেগ কথা আছিল - সিটো নহ'ল। নিস্তব্ধতা ভাষাহীন নহয়, কিমান কথা কয়, কিমান স্মৃতিৰ খলকনি তোলে, কিমান মাৰ যোৱা মধুৰ হাঁহি মুখৰ কৰি তোলে, কিমান ব্যথাভৰা আত্মগ্লানিৰ আভাস দিয়ে। কাৰ কপট চাতুৰিৰ কিমান দুৱাৰ তোমাৰ ওচৰত মেল খাই যায়। এয়ে পৃথিৱীৰ ভালপোৱা, এয়ে এদিনৰ হুলিগলি, এয়ে আপোনপাহৰা প্ৰেম-প্ৰীতিৰ নিদৰ্শন। মানুহ-সমাজৰ কথা ভাবি মাজে মাজে শৰীৰ শিয়ৰি উঠে। যাক ক্ষন্তেক নেদেখিলে তোমাৰ চকুৰ মণি নিস্তেজ হৈ যোৱা যেন লাগে - যাৰ অহৰহ স্পৰ্শ নাপালে বুকু টান মাৰি কাঠ হৈ যোৱা যেন লাগে, যাৰ মধুস্ৰাৱী কণ্ঠ তোমাৰ কৰ্ণকুহৰত অমৃত বৰষে, সকলো মিছা, সকলো প্ৰৱঞ্চনা, সকলো আতচবাজি হৈ যায়, চকু পচাৰতে পুৰি সকলোবোৰ নাইকিয়া হৈ যায়।





মৰিশালীত পৰি থকা মানুহৰ মূৰৰ চকুৰ কোটৰলৈ চালে অনুমান কৰিব পাৰিনে তাতে কেনে ৰকমৰ চকু আছিল? সেই চকুৰ পচাৰতে কিমান মানুহ মাটিত বাগৰি পৰিছিল? কিমানে বস্ত্ৰাঞ্চলত ধৰি কাকুতি কৰিছিল - "এবাৰ চোৱা এইফালে, এবাৰ মুখখন ঘূৰোৱা"। অতীতলৈ চালে অট্টহাঁহিৰ প্ৰতিধ্বনি শুনো "হায়ৰে মূৰ্খ, কি বিচাৰিছিলি, কি ভাবিছিলি?" যায় যাওক, আজি তাৰ প্ৰতিধ্বনি কিয়? আজি এই নিৰ্দ্দয় গঞ্জনা কিয়? মূৰ্খামি কোনে কৰা নাই? ভুল কোনে কৰা নাই - কিন্তু সেই ভুলবোৰে যেতিয়া ইতিকিং কৰে, অসহ্য যন্ত্ৰণা শাস্তি দিয়ে, সি যেন ক্ষান্ত নাথাকে - বলি কটা দাখনে যেন মূৰটো দ্বিখণ্ডিত কৰিয়ে সন্তুষ্ট নাথাকে, কটা মূৰটোৰ লগত সি লাগি থাকিব খোজে, কি নিৰ্দ্দয় তাৰ স্পৰ্শ, কি হৃদয়হীন তাৰ ক্ষোভ।

মাজে মাজে ভাব হয় জীৱনত অকল ভুলকে কৰিলো নেকি - তাৰ পাছত স্থিৰ হৈ ভাবো - ভুল কৰা নাই - জোনাকী পৰুৱা খেদা নাই। পথভ্ৰান্ত পথিক্ বুলিব পাৰা। এই ভুলতো ইচ্ছাকৃত ভুল নহয় - আকস্মিক ভাবে হৈ যোৱা ভুল। আৰু ভুলেই বা বুলিবা কেনেকৈ? পথ নিচিনো, পথৰ সন্ধান নাপাওঁ, খোজ ঠিক বাটত পৰা নাই। দোষ কি? গন্তব্যস্থান সোনকালে পোৱা নাই - ইমানকে কব পাৰা। আৰু মোৰ গন্তব্য স্থানেই বা কি? এদিন যদি সকলো স্থানকে মোৰ আপোন কৰি লব পাৰোঁ - সকলো সুবিধা অসুবিধাই মোৰ পক্ষে সমান হয়। তেতিয়া বাট ভুল হোৱা বুলি মোৰ মনত অনুশোচনা নহয়।

গালি, গঞ্জনা আৰু আশীৰ্ব্বাদৰ মাজত প্ৰভেদ কিমান? তুমি কাৰোবাক বেয়া পাইছা গালি পাৰিছা, ভাল পাইছা আশীৰ্ব্বাদ কৰিছা, ইমানেই। জোনটো মেঘে ঢাকি থোৱাত জোনক ধিক্কাৰ দিছা, মেঘমুক্ত হোৱাত হাঁহিৰে আহ্বান জনাইছা, জোনৰ তাত কি? তোমাৰ হাঁহি আৰু কটাক্ষ তোমাৰ বস্তু - তোমাৰ স্নেহ আৰু নিগ্ৰহ তোমাৰ বস্তু - তুমি বাৰু তাৰে মোৰ কি পৰিবৰ্ত্তন সাধন কৰিবা? তোমাৰ প্ৰেম-কটাক্ষলৈ চোৱা মোৰ মাথো এট দুৰ্ব্বলতা, ইমানকে তুমি কব পাৰা। বেয়া নাপাবা, মই তোমাক একো নকওঁ, কাকোৰেই একো নকওঁ। অকলশৰীয়া পথিকৰ ভয় যিমান, সাহো তিমান। ভয়ত বিহ্বল হওঁ যেতিয়া সঙ্গ বিচাৰো - সাহ কৰি আগবাঢ়িলে সকলোৰে সঙ্গী হয়। তেতিয়া সকলোৰে কয় "পথিক, ক্ষন্তেক বৈ যোৱা। তোমাৰ যেতিয়া ক'তো ঘৰেই নাই - ইয়াত এবাৰ বৈ গলে তোমাৰ বাৰু ক্ষতি কি?" - মই জানো অন্তহীন মোৰ পথ, অশ্ৰান্ত মোৰ গতি, মায়াৰ দোলেৰে মোক নাবান্ধিবা, বান্ধিবলৈ মোক যত্নও নকৰিবা। অকল সাগৰৰ মই শামুক, ক্ষীণ মন্থৰ মোৰ গতি, মোৰ যাত্ৰাৰ আদিও নাই, অন্তও নাই - মোৰ যেনেকৈ তীব্ৰ গতি নাই - তেনেকৈ পথশ্ৰমও মোৰ নাই। এনে ধৰণৰ কিমান কিমান ভাব আহে আৰু যায় - এয়ে মোৰ অকলশৰীয়া জীৱন।

আকাশ আন্দোলি আহিছে - বিজুলীৰ ছাতিয়ে হাবিৰ ইমূৰৰ পৰা সিমূৰলৈ পোহৰ কৰি তুলিছে। মোৰ তথাপি পথাৰ এৰি যাবৰ প্ৰবৃত্তি হোৱা নাই। ইয়াৰ মাজতে যেন কিবা এটা

নিষ্ঠুৰ সত্যৰ উপলব্ধি হৈছে - এনে যেন লাগিছে। কিন্তু সেই সত্যৰ মই একো গমকে পোৱা নাই। জ্বৰ উঠি অহা মানুহৰ জ্বৰ উঠাৰ ঠিক আগতে গাটো যেনে লাগে - ঠিক যেন তেনে এটা উদ্বেগ - তেনে এটা ক্ষীণ মাদক চৈতন্যৰ উন্মেষ।

নাই তো ক'তো একো নাই। কাষৰ সৰু জঙ্গল ফালি কিবা এটা ওলাই আহিছে - বাঘ নহয়, শিয়ালো নহয়। সবৎসা গাভী। কি গহীন তাইৰ ভঙ্গী, কি লয়লাস তাইৰ চলনত - কি মনোমোহা দৃষ্টি! প্ৰকৃতিৰ এই দুৰ্য্যোগে গাইজনীৰ মনত অলপো ভীতিৰ উদ্ৰেক কৰা নাই। মুকলি পথাৰত আহি থিয় দিলে, পোৱালিজনীয়ে আহি গাখীৰ খাইছে। অকণো ব্যস্ততা নাই। দামুৰিটোক বুজাবলৈ চেষ্টা কৰা নাই - বল পলম হ'ল, গিৰিহঁতে চাগৈ ব্যস্ত হৈছে। গাইজনীৰ সৰ্ব্বদেহ ভৰি যেন এটি প্ৰশান্তি - এটা আনন্দৰ প্লাবন। কোনে কয় জীৱন শূন্য - কোনে কয় জীৱন ব্যস্ততা ভৰা, ব্যৰ্থতা ভৰা, হুমুনিয়াহৰ চাকনৈয়াৰে ভৰা? অলক্ষিতে মোৰ মনলৈ কোমলতা আহিল, শান্তিৰ জুৰি এটিৰ উঁহ এটি যেন মুকলি হ'ল। উঠি গৰুজনীৰ কাষ পালো - মোলৈ এবাৰ চাই পোৱালিটোক এবাৰ চেলেকিলে। গৰুজনী আগবাঢ়িল, মই পিছে পিছে আহিলো। মোৰ চিত্তবেদনা কেনিবাদি উৰি গ'ল কব নোৱাৰিলো। মেঘেও শাম কাটিলে -। অলপ পিছত ফৰিংফুটা জোনাক। গাওঁৰ মাজলৈ আহি দুয়ো দুটা বেলেগ বাট ল'লো।



## (ওঠৰ)

**মৰমৰ অৰুণা,**

তুমি বাৰু কেতিয়াবা মন কৰিছা নে যে জীৱনত আমি বহুত বস্তুকে এৰি আগবাঢ়িবলৈ বিচাৰোঁ, কিন্তু কিবাকৈ নহয় কিবাকৈ ঠিক সেই বস্তুটোৰে আহি আগ ভেটি ধৰে। সেই কাৰণেই বোধহয় মানুহে কয় য'তে বাঘৰ ভয় তাতেই ৰাতি হয়। আদৰ্শৰ ভেটিত জীৱন গঢ়িব নোৱাৰিলেও ভাবিছিলো যে জীৱনত অন্ততঃ কিছুমান আদৰ্শ মানি চলিব পাৰিলে ভাল। আজিকালি ছাত্ৰজীৱনত আদৰ্শৰ প্ৰভাৱ বৰ কম দেখিছো, বৰং একো আদৰ্শ আগত নৰখাকৈ চলাটোৱে যেন বহুতৰ জীৱনৰ আদৰ্শ - যিটোক সহজ সৰল ভাষাত কব পাৰি নিতান্ত সুবিধাবাদী জীৱন। য'তে যিটো সুবিধা যেন দেখা যায় তাকেই কৰা যায়, এয়ে আদৰ্শ। আজি এইটো ৰাজনৈতিক দলৰ লগত মিলিলে সুবিধা আছে, লাভৰ আশা আছে, সেই দলতেই ভৰ্ত্তি হলো। কালিলৈ সেইটো ৰাজনৈতিক দলৰ লগত মিলিলে অধিক লাভ দেখিলো

-, সেই দলত নাম লিখালো। এদিন এজন বন্ধুক সুধিছিলো-, "তুমি এই দলৰ মানুহৰ লগত মিল থকা বুলি কোৱা -, অথচ অইন এটা দলৰ লগত দেখো উঠা বহা কৰা, তাৰ কাৰণ কি?" তেওঁ উত্তৰ দিলে - "তুমি বুজা নাই। এই দলৰ লগত বিৰোধিতা দেখুৱালে সেইটো দলৰ পৰা বেছি আদৰ পোৱা যায়, কিঞ্চিৎ লাভও আছে।" ইয়াৰ পৰা বুজা যায় যে "ঘৰশত্ৰু বিভীষণ" হোৱাই তেওঁৰ আদৰ্শ।

আগৰ দিনত গুৰুৰ অনুগামী হোৱা ছাত্ৰৰ এটা আদৰ্শ আছিল কিন্তু আজিকালি শিক্ষকৰ ছাত্ৰৰ জীৱনৰ ওপৰত যেন একো প্ৰভাবেই নাই। শিক্ষকৰ যেন পাঠ্য কিতাপ পঢ়োৱাৰহে একমাত্ৰ অধিকাৰ আছে। তাতকৈ আৰু একো অধিকাৰ নাই। অইন এটি অধিকাৰ আছে পৰীক্ষাত নম্বৰ দিয়াৰ বা স্কুলৰ উপৰিও গৃহশিক্ষকৰ কাম কৰাৰ। গুৰু শিষ্যৰ সম্বন্ধ বুলি যে অতীতত যিটো সম্বন্ধ আছিল সেইটো একেবাৰে লোপ পাইছে। ব্যক্তিত্বৰ দ্বাৰা ব্যক্তিত্বৰ উদ্বুদ্ধ কৰাই যে শিক্ষকৰ ঘাই কাম সেইটো এনেভাবে পাহৰণিত্ পোত খাইছে, তাৰ যে কেতিয়াবা উদ্ধাৰ হব, এনে আশাও নিচেই কম। শিক্ষকসকলে তেওঁলোকৰ ছাত্ৰ বা ছাত্ৰীসকলৰ বিষয়ে মাজে মাজে এনেবোৰ কথা কোৱা শুনা যায় যে সন্দেহ হয় এওঁলোকৰ মাজত সাধাৰণ বন্ধুত্বও নাই, সৌজন্য বোধও নাই, প্ৰেৰণা যোগোৱা দূৰৰ কথা। এই অৱস্থাই ব্যক্তিগতভাবে ক্ষতি কৰাই নহয়, সমষ্টি হিচাপে বা সমাজ হিচাপেও ক্ষতি কৰিছে। শিক্ষক বা শিক্ষয়িত্ৰীসকলক মই দোষ দিব নোখোঁজো। কাৰণ তেওঁলোকৰ অধিকাংশই ভাল ছাত্ৰ বা ছাত্ৰী হৈ পোৱা নাই। ভাল এটা ব্যক্তিত্ব লাভ কৰা নাই, এতিয়া ব্যক্তিত্ব transmute তেওঁলোকে কেনেকৈ কৰিব পাৰিব? অবান্তৰ হলেও উনুকিয়াব খোঁজো, এখন ছাত্ৰী কলেজত হেনো অধ্যাপিকা এগৰাকীয়ে সদ্যবিবাহিতা ছাত্ৰী এজনীক লৈ শ্ৰেণীৰ ভিতৰতে স্বামীসঙ্গসুখ লৈ নানা কথাৰ অৱতাৰণা কৰিলে। ই কি বিধৰ কথা? স্বামীসঙ্গসুখ বা দুঃখ আলোচনা কৰাৰ যথেষ্ট ঠাই আছে, শ্ৰেণীৰ ভিতৰত গাভৰু ছোৱালী সকলৰ সমুখত এইবিধৰ আলোচনাৰ কি উদ্দেশ্য থাকিব পাৰে? কেৱল এটা অশিক্ষিত মন আৰু অমাৰ্জ্জিত ৰুচিৰ ইয়াত পৰিচয় পোৱা যায়। চৰকাৰী চাকৰিত এটা কথা আছে - "চব্বিশ ঘণ্টাৰ চাকৰিয়াল" - তাৰ প্ৰকৃত অৰ্থ হৈছে অইন কোনো দায়িত্ব তেওঁলোকে লব নোৱাৰে। আগতে শিক্ষকসকলৰ ধৰণা আছিল যে তেখেতসকল চবিবশ ঘণ্টাৰ কাৰণেই শিক্ষক, - আন তপ, জপ, কৰ্ম্ম নাই। অকল বৈতনিক শিক্ষকসকলেই নহয়, অবৈতনিক শিক্ষকসকলও তেনে ধৰণে ভাবিছিল। আগৰ দিনৰ সংস্কৃত টোলৰ শিক্ষকসকলৰ কাহিনী এতিয়াৰ সমাজে হয়তো লাহে লাহে পাহৰি যাব বা কলেও পতিয়াবলৈ টান পাব। তেওঁলোকে কি স্বাৰ্থত্যাগৰ ভেটিত টোল বা চতুষ্পাঠীবোৰ গঢ়ি তুলিছিল! বেতনতো নায়েই, পালেও মাহে পাঁচ ছয় টকা চৰকাৰী জলপানি পাইছিল - নিজৰ ঘৰতে ৰাখি ছাত্ৰ বা শিষ্যসকলক মুগ্ধবোধ ব্যাকৰণকে আৰম্ভ কৰি, পাণিনি, অমৰকোষ মুখস্ত কৰাইছিল; স্মৃতি, শ্ৰুতি, কাব্য, ন্যায় সকলোৰে শিক্ষা দিছিল। তেতিয়াৰ কথা আছিল, "অকল

ব্যাকৰণ পঢ়োঁতেই বাৰ বছৰ লাগে।" এইটো সত্য যে সময়ৰ সোঁতত অৰ্থনৈতিক সমস্যাই অতি জটিল ৰূপ ধাৰণ কৰিছে, এতিয়া মানুহে বাৰ বছৰ ব্যাকৰণ পঢ়িব নোৱাৰে, আনকি বেদ অধ্যয়নো কৰিব নোৱাৰে। আজিকালি দুই বছৰত বেদশাস্ত্ৰী হবলৈ লাগে, এবছৰতে ন্যায় বা স্মৃতি শাস্ত্ৰী হবলৈ লাগে। উপাধি হয়তো পোৱা যায়, আৰু সেই উপাধিৰ দামো আছে কিন্তু শিক্ষা ক'ত হয়? অকল সংস্কৃত শিক্ষা কিয় - অধুনা উচ্চ-প্ৰশংসিত বিশ্ববিদ্যালয়ৰ বি.এ., এম্.এ. - এই উপাধিবোৰলৈ বাৰু নোচোৱা কিয়? কি ধৰণৰ শিক্ষা দি আমি দেশৰ ডেকাবোৰক আগবঢ়াই আনিছো! আগৰ দিনৰ ছাত্ৰবৃত্তি স্কুলৰ পাঠ্যক ঠাই দিছো বি. এ. পৰীক্ষাত, এম্. এ. পৰীক্ষাত। পাঠশালা স্কুলত কৰোৱা অঙ্ক হাইস্কুলৰ সপ্তম মান শ্ৰেণীলৈকে প্ৰায় চলাওঁ। তাতোকৈ ডাঙৰ হলে হয়তো অঙ্কই নালাগে। ভাত ৰন্ধা, বা ঘৰৰ কোঠালী সজোৱা বা কামি কাঠি কৰা বিদ্যাৰ দ্বাৰা প্ৰবেশিকা পৰীক্ষাত ছাত্ৰছাত্ৰীবোৰক উত্তীৰ্ণ হোৱাৰ সুবিধা দিয়া হৈছে। আমাৰ বুদ্ধিবৃত্তিৰ তীব্ৰ পৰিচালনা হয় টান কামত, কঠিন অৱস্থাত, কিন্তু কঠিন অৱস্থাৰ সন্মুখীন নোহোৱাকৈয়ে শিক্ষাৰ ব্যৱস্থা কৰা যায়, তাত শিক্ষকসকলৰ লগত ছাত্ৰসকলৰ হৃদ্যতাও নহয়, ব্যক্তিত্বৰ আদান-প্ৰদানো নহয়। গুৰুগৃহত বাস কৰাৰ অইন এটা সুযোগ আছিল দিনে-ৰাতিয়ে গুৰুৰ কৰ্ম্ম নিৰীক্ষণ কৰা আৰু তেওঁৰ ব্যক্তিত্বৰ দ্বাৰা উদ্বুদ্ধ আৰু অনুপ্ৰাণিত হোৱা।

এতিয়া আগৰ সেই দিনবোৰ ঘূৰি আহিব বুলি আশা কৰা হয়তো নিষ্ফল। পছিমৰ দেশবোৰত যিবিলাক শিক্ষা অনুষ্ঠানত ছাত্ৰ বা ছাত্ৰীসকলে শিক্ষা কেন্দ্ৰত বাস কৰে তেওঁলোক শিক্ষাৰ বেচি সুচল পায়, গ্ৰন্থাগাৰলৈ অহাযোৱা কৰে, তাত থকা শিক্ষকসকলৰ লগত সদায় কথা-বতৰা কৈ শিক্ষণীয় বিষয়টোৰ লগত পৰিচয় ঘণিষ্ঠ কৰে; শিক্ষকৰ ব্যক্তিত্বৰো কিছু অংশ আয়ত্ব কৰে। আমাৰ ইয়াত ছাত্ৰসকলে শিক্ষা-কেন্দ্ৰত বাস কৰিলেও সেইবোৰ সুচল নিবিচাৰে আৰু শিক্ষকসকলেও ছাত্ৰৰ আগ্ৰহ নেদেখি বা আন কাৰণত ফালৰি কাটি থাকে - পৰস্পৰ সংযোগ এটি ঘটি নুঠে। যি সকল অধ্যাপকে বিদেশত শিক্ষা লাভ কৰি আহিছে, তেওঁলোকেও এই বিষয়ত অৱস্থাৰ উন্নতি কৰিবলৈ নিবিচাৰে - বৰং ওলোটাহে। মই জনাত এজন দুজন অধ্যাপকে অইন শিক্ষকক কোৱাহে শুনিছো - "তোমাৰ ছাত্ৰসকলৰ লগত ইমান হলি-গলি কিয়?" ব্যক্তিত্বৰ উৎকৰ্ষ সাধন কৰিব নোৱাৰিলে শিক্ষাৰ মুখ্য উদ্দেশ্যই ব্যৰ্থ হৈ যায়। বৃটিছৰ অধীনত থকা অৱস্থাত আমি উপহাস কৰিছিলো যে আমাৰ শিক্ষা অকল কেৰাণী-কৰা শিক্ষা। কিন্তু স্বাধীনতা লাভৰ পোন্ধৰ বছৰ পাছত আমি তাকো কব নোৱাৰাত পৰিছো। কাৰণ এতিয়াৰ শিক্ষাই যি কেৰাণী কৰে, আগতকৈ বেয়া কেৰাণী হে কৰে। শিক্ষাৰ আমূল পৰিবৰ্ত্তনৰ কথা মাজে মাজে দুই এজন শিক্ষাবিদক কোৱা শুনো - কিন্তু এই পৰিবৰ্ত্তনৰ দিশ কেনি, এতিয়ালৈকে তাৰ একো প্ৰমাণকে পোৱা নাই।

আদৰ্শ গঢ় দিব পাৰে শিক্ষাই। শিক্ষা যদি আদৰ্শহীন হয়, মানুহ আগবাঢ়িব কোন বাটেৰে?





পেটৰ ভাত উপাৰ্জ্জন কৰাই শিক্ষাৰ একমাত্ৰ উদ্দেশ্য হব নোৱাৰে। জীৱন পূৰ্ণাঙ্গ কৰা আৰু আদৰ্শ নাগৰিক কৰি তোলাই শিক্ষাৰ মূল উদ্দেশ্য। বিপদ-বিঘিনি নোহোৱা জীৱন হব নোৱাৰে। অভাৱ, অনাটন নোহোৱাকৈ কোনোৱে পৃথিৱীত চলিব নোৱাৰে। এইবোৰত ম্ৰিয়মান হোৱাই আমাৰ শিক্ষাৰ দীনতা বুজায়। বহুতে কয় যে ছাত্ৰসকলে জীৱনৰ আগন্তুক বিপদ দেখি ভয় খায় - কেউপিনে ব্যৰ্থতা দেখি তেওঁলোকৰ মন সঙ্কুচিত হয়। এই সকলোবোৰ কথাই ইয়াকে বুজায় যে যি ধৰণৰ শিক্ষাই মানুহৰ মনলৈ বিশ্বাস আনে, আত্ম-শক্তিৰ ওপৰত আস্থা বঢ়ায়, সেই শিক্ষা আমি দিব পৰা নাই বা দিয়াৰ ব্যৱস্থা কৰা নাই।

আদৰ্শ গঢ়ি উঠে ক'ত? জীৱনৰ যিটো পথ সুন্দৰ আৰু সুস্থ বুলি ভবা যায় - সেই পথৰ অনুসৰণতহে আদৰ্শ গঢ়ি উঠে। যেই সেই বাট লবলৈ আদৰ্শ নালাগে। আমাৰ স্থপতিসকলে এটি আদৰ্শৰ বাট এৰি গৈছে, কিন্তু কেইজনে সেই পথ অনুকৰণ কৰোঁ? আমি বহুতে ভাবোঁ যে অহৰহ খোৱাৰ ওপৰতে আমাৰ স্বাস্থ্য নিৰ্ভৰ কৰে। লঘোন দিয়াও যে আমাৰ স্বাস্থ্যৰ পক্ষে ভাল কেইজনে ভাবোঁ? যি সকল স্থপতিয়ে কাৰুকাৰ্য্যৰ দ্বাৰা এটি যুগ গৌৰবান্বিত কৰি তুলিছিল তেওঁলোকে ঐশ্বৰ্য্যৰ কোলাত লালিত হৈছিল বুলি ধৰিলে ভুল হব। তেওঁলোকৰ এটি আদৰ্শ আছিল যে শিলৰ মন্দিৰৰ ওপৰতে এনে সৌন্দৰ্য্য খোদিত কৰিব যে সি চিৰন্তন হৈ ৰ'ব। ভাৰতৰ দাক্ষিণাত্য স্থপতিৰ লীলাক্ষেত্ৰ। মহীশূৰ প্ৰদেশৰ অন্তৰ্গত হালেবিদ, এতিয়াৰ বেলুৰ বুলি ঠাই এখনত অৱস্থিত বিখ্যাত কেশৱ মন্দিৰ। ইয়াক এটি আদৰ্শ স্থানীয় শিল্পাগাৰ বুলিব পাৰি। দ্বাদশ শতাব্দীৰ আৰম্ভতে সজোৱা মন্দিৰ। হয়ছলা বংশৰ অবতংশ বিষ্ণুবৰ্দ্ধনে সজোৱা বুলি জনা যায়। শিলক এনে সুন্দৰ ভাবে কাটি তাৰ ওপৰত এনে এটি চাকচিক্য (glaze) আনিছে যে সোণ-ৰূপৰ কাম তাতকৈ দেদীপ্যমান হ'লহেঁতেন নে নাই সন্দেহ। কি কুন্দত কাটিছিল, কি অস্ত্ৰেৰে শিল এনেকৈ পালিচ কৰিছিল, ভাবিলে আচৰিত হব লাগে। ফাৰ্গুছন বুলি এজন বিখ্যাত লিখকে এই মন্দিৰৰ ভাস্কৰ্য্য চাই মত প্ৰকাশ কৰিছিল।

"It combines constructive prosperity with exuberant decorations to an extent not often surpassed in any part of the world."

এটি খুটিৰ ভাস্কৰ্য্য চাইয়ে এটি দিন সহজে কটাই দিব পাৰি। এটি সুস্থ মন, এটি দৃঢ় সঙ্কল্প, এটি সৌন্দৰ্য্যময় প্ৰাণ নাথাকিলে পৃথিৱীত এনে ভাস্কৰ্য্যৰ সৃষ্টি নহলহেঁতেন। আজি মাটিৰ পুতলা নিদৰ্শণ হৈছে, আদৰ্শও তেনেকৈ নিম্নগামী হৈছে।

ভাৰতৰ উন্নতি ভাৰতীয় শিক্ষা আৰু আদৰ্শৰ ওপৰতে হব লাগিব। আমি আন ঠাইৰ পৰা শিকাত আপত্তি নাই, কিন্তু এই শিক্ষা ঘৰুৱা কৰিব লাগিব আৰু আমাৰ নিজৰ প্ৰাণৰ ভাষাৰে তাক আয়ত্ব কৰিব লাগিব। মই ইয়াত প্ৰাদেশিক ভাষাৰ কথা কোৱা নাই। প্ৰাদেশিক ভাষা নিম্নস্তৰৰহে লাগে - ওপৰৰ স্তৰত একেটাই ভাষা হয়, সেইটো প্ৰাণৰ ভাষা যিটো ইজনৰ

পৰা সিজনলৈ হস্তান্তৰ কৰা বৰ কঠিন নহয়। শিল্প-কলা, বিজ্ঞান সকলোতে সেইটো ভাষা খাটে, চকু, মুখ সকলোৰে সেই ভাষা প্ৰকাশ কৰা যায় আৰু গ্ৰহণ কৰা যায়।

ভাৰতত আৰু এটি ভাষা আছে - common culture of the people। আজিকালি প্ৰত্যেক প্ৰদেশে নিজৰ তথাকথিত কৃষ্টিৰ গৌৰৱ কৰে আৰু সামান্য একে বিধ বস্তুকে তাৰ নিদৰ্শণ বুলি দাঙি ধৰে। অলপতে কোনো এটি ছাত্ৰ সম্ভৱত বিহু নাচৰ ব্যাখ্যা কৰা শুনিলো 'hip dance' বা নিতম্ব নৃত্য বুলি। এনে কি নৃত্য আছে - যত নিতম্ব নলৰে, সেই বুলি সি নিতম্ব নৃত্য হ'লনে? এবাৰ বিশ্ববিদ্যালয়ৰ কৃষ্টিসভাত দেখিলো আমেৰিকাৰ আদৰ্শৰ 'ৰক এণ্ড ৰোল' নৃত্য, 'হুলাহুপ' যে কেতিয়াবা দেখুৱাব তাতো সন্দেহ নাই। এইবোৰ নৃত্য ভাৰতীয় নৃত্যতকৈ কোনো গুণে উচ্চ খাপৰ নহয়। ভাৰতৰ পূব-উত্তৰ কোণৰ পৰা দক্ষিণ-পশ্চিম চুকলৈকে বৈষ্ণৱ ধৰ্ম্ম আৰু শিল্পৰ এনে এটি আত্মীয়তা আছে যে বুদ্ধি থকা মানুহে দেখিলেই গম পাব। হিন্দু-মুছলমান এই এটি সমস্যা মিছাতে যেনেকৈ তোলা হয়। তল শ্ৰেণীৰ হিন্দু বা মুছলমানৰ কথা এৰি দিলে ওপৰত হিন্দু বা মুছলমানৰ কৃষ্টিৰ একো প্ৰভেদ নাই। হিন্দুসকলে মুছলমানৰ পৰা, আৰু মুছলমানে হিন্দুসকলৰ পৰা ইমান ধাৰ কৰাকৰি কৰিছে অতীতত যে বৰ্ত্তমান আমাৰ জীৱন নিৰ্ব্বাহ প্ৰণালীতে একো প্ৰভেদ নাই। মঠ মন্দিৰত ঠায়ে ঠায়ে মুছলমান প্ৰভাৱ পৰিছে। ঘৰ সজোৱাত মুছলমান কৃষ্টি আৰু স্থাপতাৰ প্ৰভাৱ পৰিছে আৰু মুছলমানৰ মছজিদতো তেনেকৈ হিন্দু স্থাপত্যৰ প্ৰভাৱ পৰিছে। অসমৰ মুছলমান আৰু হিন্দুৰ সম্বন্ধ ভাৰতত আদৰ্শস্থানীয়। চমুৱা মুছলমান 'ইমিগ্ৰেণ্টস্' আদি নানা নাম দি এশ্ৰেণী মুছলমানক আমি অলপ আঁতৰত ৰাখিছো। তেওঁলোকক আপোন কৰি লোৱা কঠিন নহয়, অৱশ্যে তাৰ বাবে আগ ভাগ লব লাগিব আমাৰ পুৰণি বাসিন্দা মুছলমান বন্ধুসকলে, কাৰণ মুছলমানৰ মুছলমানৰ প্ৰতি আকৰ্ষণ সুকীয়া। নতুন দেশত বাসিন্দা হোৱা একো অপৰাধৰ বিষয় নহয়, কিন্তু সেইখন দেশত মাৰ যাব লাগিব। নিজৰ অস্তিত্বক আঁকোৱালি ধৰি থাকিলে নহয় - মোগল, পাঠান সকলে যিটো কৰিছিল। কোনো নৈৰ সোঁত উভতি নবয় - কালৰ সোঁতো তেনেকুৱা। আমাৰ মূৰ্খামি হব যদি কালস্ৰোতৰ বিৰুদ্ধে থিয় দিওঁ। ভাৰতৰ কৃষ্টি আৰু চিন্তাধাৰা অটুট ৰাখি আদৰ্শৰ উন্নত পথত আকৌ খোজ লব লাগিব। টকা ধাৰ কৰা বেয়া, কিন্তু আদৰ্শ ধাৰ কৰা তাতকৈও বিপদজনক।

৩ ৫





## (উনৈশ)

**মৰমৰ অৰুণা,**

সুখৰ সপোন কোনে নেদেখে? জীৱনত দুই ৰকমেৰে আমি সপোন দেখোঁ, দুঃখৰ সপোন আৰু সুখৰ সপোন। সুখৰ সপোন সকলোৱে অনুমান কৰিব পাৰে কিন্তু দুঃখৰ সপোন বুজাত অলপ খোকোজা লাগিব পাৰে। সুখৰ সপোনত আমি জ্ঞাতসাৰে প্ৰাণ ঢালি দিওঁ, দুঃখৰ সপোন অজ্ঞাতে আহে। এজনী দুখীয়া মাকৰ একেটি ল'ৰা, খোৱা-বোৱাৰ সংস্থান নাই অথচ মাকে সদায় ভাবে এই ল'ৰা ডাঙৰ দীঘল হব, লিখাপঢ়া শিকিব, দহজনৰ আগত খোজ লব পৰা ডাঙৰ মানুহ হব। তেতিয়া তেওঁৰ মনটো কেনে হৰিষ লাগিব ইত্যাদি কল্পনাত হয়তো সুখৰ চকুলো বাগৰে। ইচ্ছা কৰি কেতিয়াও অমঙ্গল নাভাবে। কিন্তু কেতিয়াবা সপোনত দেখে যে সেই ল'ৰাজনক সাপে কামুৰিলে। তত নোহোৱাকৈ বাগৰি গৈছে, সাৰ পাই উঠি হৰি বিষ্ণু নাম লয় আৰু মনতে ভাবে যে "কি আপদীয়া সপোন দেখিলো।" এইটো মনত সুকাই থকা ভয়ৰে এটি অনিশ্চিত অভিব্যক্তি। ল'ৰাটোৰ হয়তো সামান্য পানীলগা গা অসুখ। মাকে ভাবিব দেশখনত চাৰিওপিনে সান্নিপাত জ্বৰ। ইয়াৰো দেখোন তিনি দিন জ্বৰ এৰাই নাই, কিবা হয়। লোকৰ টকা-পইছা আছে চিকিৎসা কৰাৰ; বাপেক নোহোৱা ল'ৰা, হাতত পাইটো পইছাটো নাই - কিহেৰে নো চিকিৎসা কৰাম আৰু পইছা নাপালে ডাক্তৰে বা আহিব কিয়? এইবোৰ হ'ল - দুঃখৰ সপোন। দুঃখ নাহিব পাৰে তথাপি সপোন দেখোঁ - সুখ আয়ত্বৰ ভিতৰত নহব পাৰে তথাপি সপোন দেখোঁ। আমি অস্বীকাৰ কৰিব নোৱাৰো যে এইবোৰ আমাৰ নিজৰ ইচ্ছাৰ projection মাথোন, জ্ঞাতসাৰে বা অজ্ঞাতসাৰে।

সুখৰ সপোন দেখাৰ জানো প্ৰয়োজন আছে? দুঃখৰ সপোন দেখিবলৈ কোনো মানুহেই ভাল নাপায় আৰু তাৰ কোনো প্ৰয়োজন নাই বুলিও বহুতে হয়তো কব। সপোন দুয়োবিধেই বিলাস - কিন্তু উপকাৰ যে তাৰ একেবাৰেই নাই, এই কথাও কোৱা টান। ল'ৰাৰ অসুখৰ উদাহৰণটোকেই আকৌ আনো। মাকে তেতিয়া সাৱধান হোৱাৰ এটি সুযোগ পায় - অসুখ বেছি নৌবাঢ়োতেই প্ৰতিকাৰৰ চেষ্টা কৰে। আমাৰ স্কুল বা কলেজ হোষ্টেলবোৰত ইয়াৰ ঠিক ওলোটাটো হয়। কোনোবা ছাত্ৰ বা ছাত্ৰীৰ অসুখ হৈছে - নিয়ম মতে ডাক্তৰক খবৰ দিয়া হয়, ডাক্তৰ আহে, ঘূৰি যায়, সদায় কৈ যায় "সামান্য অসুখ, ভাল হৈ যাব।" হঠাৎ দেখা গ'ল যে অসুখ বাঢ়িছে - ডাঙৰ হাস্পতালৈ তেতিয়া নিয়া হয়, হয় ৰোগী ভাল হ'ল অথবা ৰোগী ঢুকাল। ৰোগী ঢুকোৱাৰ পাছত এটি সাধাৰণ মন্তব্য কৰিয়েই কৰ্তৃপক্ষ সন্তুষ্ট থাকে - "আগৰ ছোৱাত neglected হ'ল।" কিন্তু neglect কোনে কৰিলে ইয়াৰ একো তদন্ত নহয়। দুঃখৰ সপোনে কেতিয়াবা অযথা মনটোক দুৰ্ব্বল কৰে - শৰীৰৰ ওপৰতো গ্লানি বিস্তাৰ কৰে।

সুখৰ সপোন ভাল হওক, বেয়া হওক - আমাৰ বেছি ভাগকে ইয়ে বলিয়া কৰে। জীৱনে নিজৰ বিস্তাৰৰ পথ বিচাৰে আৰু তাৰ জিলিঙনি দেখুৱায় সপোনবোৰৰ ভিতৰেদি। যি সকল ব্যক্তি মৃগয়াপ্ৰিয় তেওঁলোকে এই কথা সহজে বুজিব পাৰিব। বহুত মানুহৰ ধাৰণা যে মৃগয়ালৈ যোৱা মানে পহু বা হাঁহ বা চৰাই কিবা সৰুসুৰা জন্তু পাবই। আমাৰ নিচিনা লোভী শ্ৰেণীটোৰ কথা কৈছো দেই। বাঘ, সিংহ বা ভালুক মৰাৰ কথা আমাৰ দেশৰ সাধাৰণ শ্ৰেণীৰ চিকাৰী বা মাংসলোভী সকলে নাভাবে। কিন্তু অভ্যস্ত চিকাৰীসকলে জানে যে চিকাৰলৈ যোৱাৰ অৰ্থ চিকাৰ পোৱা নহয়। চিকাৰ পোৱাৰ যিমানখিনি আশা বা chance, নোপোৱাৰো তিমানখিনি আশা বা chance। যাবলৈ তথাপি আগ্ৰহৰ অভাৱ নহয় কিয়? এটি চেষ্টা, এটি ব্যস্ততা, এটি উদ্যমৰ প্ৰশস্ত বাট থাকে, সেয়ে সকলো কষ্ট উপভোগ্য কৰি তোলে। কষ্টই মানুহক সাধাৰণতে বিমূঢ় কৰি নোতোলে - যদি সেই কষ্ট অনিশ্চিত কষ্ট নহয়। গবেষণাগাৰত যি সকল পণ্ডিতে বা বিশেষজ্ঞই দিন ৰাতি মনোনিবেশ কৰি অধ্যয়ন বা অনুশীলন কৰে তেওঁলোকে কষ্টৰ বাবে বেজাৰ নকৰে - কিন্তু পৰীয়া বা চৌকিদাৰজনে সদায় আপত্তি কৰিব - "ওঃ টুলখনত বহি বহি আমনি লাগিল, টোপনিয়াৰও নোৱাৰি, ইমান কষ্ট।" ব্যস্ততাৰ মাজত সপোন ভাগি যায়। কেতিয়াবা বাস্তৱে কৰ্ম্মৰ পথত মানুহক আগুৱাই নিয়ে, তেতিয়াহে জীৱনৰ সৌন্দৰ্য্যৰ আস্বাদ পোৱা যায়।

তোমাৰ মোৰ এই বন্ধুত্ব সুখৰ সপোনত আৰম্ভ হ'ল নে দুঃখৰ সপোনত আৰম্ভ হ'ল, আজি সেই কথা মনত পেলোৱা টান। কিন্তু সি যেতিয়ালৈকে সপোন হৈ আছিল, তেতিয়ালৈকে মনত সন্দেহৰ ছাঁ আছিল। ভাল হলেও সন্দেহৰ ছাঁ মিহলি আৰু বেয়া হলেতো সন্দেহ থাকেই। কিন্তু বন্ধুতা যিদিনা দৃঢ় হ'ল - প্ৰাণে যেতিয়া প্ৰাণৰ পৰিচয় পালে - তেতিয়া সন্দেহ দূৰীভূত হ'ল। প্ৰাণৰ লগত প্ৰাণৰ পৰিচয়ে যি হেন্দোলনি তুলিলে তাৰ বিনাশ জানো আছে? নাই, বিনাশ নাই - সেয়ে জীৱনৰ পটভূমি ভালেখিনি বিস্তীৰ্ণ কৰি তুলিলে। আজি তুমি মোৰ ওচৰত সশৰীৰে আছা বা নাই সি একো ডাঙৰ সমস্যা নহয়। তুমি আছা, ইয়াত নহলেও কৰবাত আছা, সেয়ে থকাটোৱেই চিৰন্তন সঁচা - চিৰন্তন সত্য হৈ উঠে।

❧❧

## (বিশ)

**মৰমৰ অৰুণা,**

মই দেখিলো যে এটি সমস্যাই প্ৰায় সকলোৰে জীৱনত এসময়ত খলকনি তোলে - প্ৰত্যক্ষ বা অপ্ৰত্যক্ষ। সেইটো হৈছে স্ত্ৰী-পুৰুষৰ মিলন আকাঙ্ক্ষা। এইটো সম্পূৰ্ণ স্বাভাৱিক আৰু পৰম্পৰাগত - মোৰ বোধেৰে। বস্তুটো পুৰণি যদিও কালে তাক মলিয়ন কৰিব পৰা নাই আৰু চিৰন্তন সত্য আৰু সৌন্দৰ্য্যৰ প্ৰতীক হিচাপেই ৰৈ গৈছে। বাহ্যদৃষ্টিতে প্ৰজননৰ উদ্দেশেই যেন এই দুবিধ জীৱৰ সৃষ্টি হৈছে আৰু কিছুমান পণ্ডিতৰ মতে এয়ে জীৱনৰ একমাত্ৰ উদ্দেশ্য আৰু সঞ্চালন শক্তিয়ো। পাণ্ডিত্যৰ চাৰি ধাপৰ ভিতৰলৈ সোমোৱাৰ প্ৰবৃত্তিও নাই, আশক্তিও নাই, উদ্দেশ্যও নহয়।

তোমাৰ তাহানি কালত প্ৰায়ে তোলা প্ৰশ্ন এটি মাজে মাজে মনলৈ আহে - "আপুনি বাৰু কাক ভাল পায়?" অৱশ্যে প্ৰশ্নটো পুৰণি। তেতিয়া আৰু এতিয়াৰ মাজত অৱশ্যে ভালেখিনি প্ৰভেদ। তেতিয়া তিৰোতা জাতিটোৰ লগত পৰিচয় আছিল কম, অভিজ্ঞতা সীমাবদ্ধ। তাতে সেই প্ৰশ্নৰ উত্তৰে তোমাক ক্ষুন্ন কৰিব বুলিও আশংকা কৰিছিলো। আজি বয়স হোৱা কাৰণেই বোলা, বা অভিজ্ঞতা হোৱাৰ কাৰণেই বোলা, নিৰ্ভয়ে নিজৰ মনৰ কথা প্ৰকাশ কৰিব পৰা হৈছো। জীৱনত ব্যক্তি বিশেষক, তিৰোতা হওক, পুৰুষ হওক, ভাল পোৱা ভাল। সেয়ে মনৰ সীমাৰেখা বহল কৰে, ব্যক্তিত্বৰ প্ৰসাৰতা আনে। নহলে আমি বৰ আত্মকেন্দ্ৰিক আৰু সঙ্কীৰ্ণমনা হৈ পৰোঁ। প্ৰকৃতিক ভাল পোৱাতো এটি প্ৰসাৰতা আছে। চেষ্টা কৰি ভাল পোৱাটো বৰ কষ্টসাধ্য। যি ভালপোৱা এনেয়ে নাহে, তেল টেঙা ব্যয় কৰি সেই ভালপোৱা জনোৱাৰ মই পক্ষপাতী নহওঁ। মানুহৰ কথা বাৰু মই এৰিয়ে দিলো। কবিতাত প্ৰকৃতিৰ প্ৰতি আমাৰ যি ভালপোৱা বা আকৰ্ষণ ব্যক্ত হয় তাতো ধৰিব পৰা যায় - এই প্ৰীতিটো স্বাভাৱিক নে অস্বাভাৱিক। নৈৰ সোঁত স্বাভাৱিক ভাবেও বয় আৰু কৃত্ৰিম ভাবেও তাক বোৱাব পাৰি। যি সকলে মহীশূৰৰ কৃষ্ণ সাগৰ অৰ্থাৎ কাবেৰী নৈৰ ওপৰত দিয়া বৈদ্যুতিক প্ৰৱাহক বান্ধ (হাইডেল প্ৰজেক্ট") দেখিছে, তাত বিশ্বেশ্বৰায়াৰ নামত এটা পানী ওলোৱা সুৰঙ্গ সোঁত নিশ্চয় দেখিছে। তাৰে নৈৰ নিচিনাকৈ পানী আহে, ফেনে-ফোটোকাৰে খলকনি তোলে - কিন্তু ইমান হিচাপ মতে জোখৰ পানী আহে, ঢউবোৰ ইমান হিচাপমতে উত্তাল হয়, যে পিছলৈ দৰ্শকৰ মনত ক্ৰমে সন্দেহ হব পাৰে ঢৌবোৰ ইমান একে ৰকমৰ! তাৰ পাৰতে বা সেই ঠাইত এখন উদ্যানো আছে। তাত ফুলৰ আড়ম্বৰ আৰু সজোৱাৰ ধৰণ ধাৰণ আৰু বৈদ্যুতিক ৰশ্মিৰ ৰঙীন বাল্ববোৰৰ জৰিয়তে পৰা পোহৰ দেখিলে মানুহ বিমুগ্ধ হয়। এহাল নবদম্পতীৰ আলাপ শুনিলো - ভাৰ্য্যাই কৈছে - "পৃথিৱীত যদি নন্দনকানন থাকে, এয়ে হব।" কোনো প্ৰেমিক যুবকে হয়তো

কব - "এয়ে ইন্দ্ৰৰ অমৰাৱতী", কোনোবা স্বভাব-কবিয়ে এনেধৰণৰ কথা কব নে সন্দেহ। স্বভাৱ-কবিয়ে স্বাভাৱিক সৌন্দর্য্যৰ দ্বাৰাহে বেচি প্ৰভাৱিত হব। কৃত্ৰিম বাগিছাৰ ফুলৰ সমাৰোহ আছে - কিন্তু প্ৰকৃতিৰ দানৰ অপৰিসীমতা তাত নাই।

ৰমণী সম্বন্ধেও মই স্বভাৱ-কবিৰ মতৰ (approach) পোষকতা কৰোঁ। বস্তুটো স্বভাৱতে কি? "অৰ্দ্ধেক মানবী তুমি অৰ্দ্ধেক কল্পনা" - কবি ৰবি ঠাকুৰে উৰ্ব্বশীৰ বৰ্ণনাত কৈছিল। মই কবি নহওঁ। বাস্তবতাৰ ফালৰ পৰা চাই কওঁ - তিৰোতাই সমাজৰ ধৰণী, মানৱ প্ৰাণৰ হা-হুতাশৰো কাৰণ আৰু সময়ত শান্তিৰ শীতল ছাঁও। কোনোবাই যদি হাৰিত হৰিণী দেখিছে - তেওঁলোকে তিৰোতাৰ ৰূপ আৰু লক্ষণ তাৰে পৰাই ভালেখিনি ধৰিব পাৰিব। তেওঁলোকে দূৰৰ পৰাই সন্দেহৰ চকুৰে চায়, ভয় পালে পলায়; মৰম পালে কাষ চাপে। ভয় নাই, আদৰ আছে, এই ইঙ্গিত এবাৰ তিৰোতাৰ মনলৈ প্ৰৱেশ কৰালে তেওঁলোকে সদায় তোমাক বন্ধুভাবে চাব আৰু সেই বন্ধুতাৰ ওপৰত তুমি বিশ্বাস কৰিব পাৰিবা। এইটো হ'ল সৰল বা unsophisticated তিৰোতাৰ লক্ষণ। তেওঁলোকে স্বভাৱতে পুৰুষলৈ বিদ্বেষ বা ঘৃণাৰ দৃষ্টি লৈ আগ নাবাঢ়ে। নিৰপেক্ষতা প্ৰথম, অনুৰাগ-বিৰাগ পাছৰ কথা। ইয়াত এটি কথা উনুকিওৱা উচিত হব, - তিৰোতাৰ উচ্চাকাঙ্ক্ষা প্ৰবল, সীমা কেতিয়া ডেই যায় ঠিক কব নোৱাৰি, কিন্তু উচ্চাকাঙ্ক্ষা আছে। নিজৰ সেৱা বা সুখ-স্বচ্ছন্দতাৰ কাৰণেই হওক বা দেশৰ সুখ-সুবিধাৰ কাৰণেই হওক। সেই কাৰণেই ৰাজনৈতিক মহলত, য'ত প্ৰয়োজন হয়, তিৰোতা গুপ্তচৰৰ প্ৰাধান্য আছে। সেই ৰমণীসকলে নিজৰ অভীষ্ট সিদ্ধিৰ বাবে পুৰুষক কেনেকৈ বশ কৰিব লাগে তাক ভালদৰেই জানে আৰু সেই জ্ঞান তেওঁলোকৰ কামত খটোৱাত অলপো আপত্তি নাই। তাত প্ৰকৃত প্ৰেমৰ বীৰ্জ নাথাকে, অকল প্ৰেমৰ অভিনয় থাকে, আৰু তাৰ দ্বাৰাই গুপুত কাৰ্য্য উদ্ধাৰ কৰে। শত্ৰুক পৰাজিত কৰিবলৈ বা ঠেকত পেলাবলৈ বিশ্বস্ত ৰমণী বৰ ডাঙৰ অস্ত্ৰ। প্ৰেমৰ অভিনয় কৰোতে যদি কেতিয়াবা অভিনয়ে বাস্তৱতা লাভ কৰে তেতিয়া উদ্দেশ্য সিদ্ধিত ব্যাঘাত ঘটে। তেওঁলোকৰ সংখ্যা অৱশ্যে সৰহ নহয়। পুৰুষৰ ভুল বা বিবেচনাহীনতাই এই শ্ৰেণীৰ ৰমণীক সহায় কৰে।

প্ৰীতি আৰু ধৈৰ্য্য ৰমণীৰ অন্তৰাত্মা, প্ৰেম তাৰে এটি বিকাশ মাত্ৰ। প্ৰেমত নৈৰাশ্যয়ো হেনো তিৰোতাক বৰ গভীৰ ভাবে আঘাত কৰে। প্ৰেমক উপেক্ষা কৰা বা উপহাস কৰা সৰহভাগ ৰমণীৰ লক্ষণ নহয়। প্ৰেম সম্বন্ধে কথা-বতৰা পতাত তেওঁলোক সাধাৰণতে বৰ সংযত। গৃহস্থালিয়ে বা পৰিয়ালৰ সুখ-শান্তিয়ে তেওঁলোকৰ মনৰ ভালেখিনি ঠাই অধিকাৰ কৰি থাকে, সেইকাৰণেই বোধকৰো সস্তীয়া প্ৰেমৰ প্ৰতি তিৰোতাৰ আসক্তি কম।

আজিকালিৰ সাহিত্যত, বিশেষকৈ নৱাগত অসমীয়া সাহিত্যিক সকলৰ কলমত তিৰোতাই এটা বিসদৃশ ৰূপ ধাৰণ কৰিছে। এইটো মোৰ নিজৰ ধাৰণা। তেওঁলোকে অৱশ্যে কথাই

কথাই বিশ্বসাহিত্যৰ উল্লেখ কৰিব। তেওঁলোকে কব যে এই চিত্ৰ তেওঁলোকে নিজৰ খামখেয়ালী কৰি সৃষ্টি কৰা নাই - এয়ে নাৰীৰ প্ৰকৃত ৰূপ। এইটো এটি কদৰ্য্য ৰূপ আৰু নাৰীমূৰ্ত্তিৰ লগত খাপ নাখায়। নাৰীৰ সৃষ্টি আজি হোৱা নাই। বিশ্বসৃষ্টিৰ আদি পাতনিৰ পৰাই পুৰুষ আৰু নাৰীৰ সম্বন্ধ চলি আহিছে, আৰু ই অকল কদাকাৰ বা নিৰ্লজ্জভাৱে যৌনকেন্দ্ৰিক হোৱা হলে সমাজৰ চৰম উন্নতি কেতিয়াবাই দূৰ পৰাহত হ'লহেঁতেন। বিলাস ব্যসন সকলো সমাজতেই কমবেচি পৰিমাণে আছে। নাৰী-চৰিত্ৰ দূষিত হলে সমাজৰ পতন অনিবাৰ্য্য। ভগৱদগীতাৰ এঠাইত বৰ্ণনা কৰা হৈছে - নাৰী চৰিত্ৰ কলঙ্কিত হলে সমাজৰ কেনেধৰণৰ অধঃপতন হয়। চকুৰে দেখা কথাও এইটো। ব্যভিচাৰে পুৰুষ বা স্ত্ৰী কাৰো উন্নতি সাধনত সহায় নকৰে, বৰং সংযমৰ বান্ধ নোহোৱা হৈ যোৱাৰ পাছত ব্যক্তি দুৰ্ব্বল হৈ যায়। বুৰঞ্জী-প্ৰখ্যাত দুই এটি চৰিত্ৰক এই বিষয়ত অত্যন্ত লোলুপ যেন দেখা যায় - কিন্তু সাধাৰণৰ পক্ষে সেইবোৰ আদৰ্শ চৰিত্ৰ নহয় - আনকি দূৰ বা অদূৰ ভবিষ্যতত তেওঁলোকৰ যে তাৰপৰা অনিষ্ট হোৱা নাছিলে তেনে কথাও কব নোৱাৰি। অত্যন্ত ইন্দ্ৰিয়পৰায়ণতা, মানসিক আৰু শাৰীৰিক দুই ৰকমৰে, নৰিয়াৰে সূচনা কৰে - কি পুৰুষৰ, কি তিৰোতাৰ।

তিৰোতাসকলক অকল যৌন-মিলনৰ সামগ্ৰী, এই ধাৰণা কিমান দূৰ সত্য কোৱা টান। কোনোবাই যদি কয়, "পানী এবিধ পানীয়" - পানীৰ বিষয়ে সৰল সত্য এটি কোৱা হ'লনে? পানীৰ সকল ৰূপ জানো তাত প্ৰকাশ পালে? এইটো এটি আংশিক সত্য পানী পি খোৱা যায়, পিয়াহত পানী আৱশ্যক অনুভৱ কৰা যায়, সেইটো সঁচা - কিন্তু তাৰ বাহিৰেও পানীৰ হেজাৰ বিজাৰ গুণ আৰু আৱশ্যকতা আছে। তিৰোতাৰ বিষয়েও সেই একে কথা আৰু সেই কাৰণেই নানা ভূমিকাত তিৰোতাই নিজৰ যোগ্যতা প্ৰমাণ কৰি আহিছে।

তিৰোতাৰ এটা মহৎ গুণ আছে, পুৰুষক প্ৰেৰণা যোগায়। পুৰুষৰ পৰা তিৰোতাই যে প্ৰেৰণা নাপায়, তেনে কথা মই কব খোজা নাই। কিন্তু বহুত পুৰুষৰ ভাগ্যচক্ৰত তিৰোতাৰ উদগণিৰ ছাপ দেখা যায়। ইংৰাজ কবিৰ দুশাৰী কবিতা ইয়াতে উদ্ধৃত নকৰি নোৱাৰিলো।

"Whatever other this mental frame
All are but ministers of love
And feel its sacred flame"

প্ৰেমে অকল প্ৰেৰণা যোগায় - সেয়ে নহয় - প্ৰেমত নৈৰাশ্যয়ো কামত উদগণি দিয়ে - বা কৰ্ম্মতৎপৰ কৰি তোলে। জাৰ্ম্মান কবি গ্যেটে আৰু ইংৰাজ কবি ছেলী - এওঁলোকৰ জীৱন বৃত্তান্তই মোৰ এই কথাৰ সমৰ্থন যোগাব।

আমাৰ সমাজত তিৰোতাৰ মৰ্য্যাদা নোহোৱা নহয়। কিন্তু তেওঁলোকৰ প্ৰকৃত মূল্য নিৰূপণৰ বাবে চেষ্টা কম। আমি বা আমাৰ সমাজ ব্যৱস্থাই সকলো ঠাইতে তেওঁলোকক দ্বিতীয় স্থান

দিবলৈ বিচাৰো। তিৰোতাৰ অস্তিত্ব যেন পুৰুষৰ বাবেহে - এনে এটি আমাৰ মাজৰ সৰহ ভাগৰ ধাৰণা। ছোৱালী এজনীৰ বিয়া নহলে আমি ভাবোঁ যে ছোৱালীজনীৰ জীৱনটো অথলে গ'ল। অথচ আবিয়ৈ পুৰুষ এটিৰ ক্ষেত্ৰত আমি তেনেকৈ নাভাবোঁ। অন্যতম কথা হ'ল, বেছি ভাগ পুৰুষেই তিৰোতালৈ কামনাৰ সম্ভাৰ হিচাপে চায়। তিৰোতাৰ আন অস্তিত্বৰ কথা পাহৰিয়ে যায়। শিক্ষিত ডেকাৰ বা বুঢ়াৰ ভিতৰতো বহুতে ছোৱালী বা মহিলাৰ লগত ভালকৈ কথা কবলৈ টান পায়, তেওঁলোক যেন এখন বেলেগ জগতৰ পৰা অহা প্ৰাণীহে। সৰল সহজভাবে ললে তিৰোতাও সাধাৰণ প্ৰাণীয়ে, কিন্তু মাৰ্জিত ৰুচি আৰু দৃষ্টিয়ে তেওঁলোকক যিমান আকৃষ্ট কৰে, আন একোৱে নকৰে। তিৰোতাৰ সেইটো ধৰিব পৰা শক্তিও অসম্ভৱ। কোনো তিৰোতাৰ গালৈ বা বিশেষ অঙ্গলৈ চোৱা সুৰুচিৰ পৰিচায়ক নহয়। বৰ খৰখেদাকৈ মন আকৰ্ষণ কৰিবলৈ যোৱাও তেওঁলোক ধৃষ্টতা বা ৰুচিহীন বুলি ভাবে। মানুহে মানুহে আকৰ্ষণৰ প্ৰথম বাট সজ আৰু মিঠা আচৰণ; পুৰুষ আৰু স্ত্ৰীও মানুহহে। বিভিন্ন প্ৰকাৰৰ পুৰুষ বা তিৰোতাৰ আলোচনা কৰা মোৰ উদ্দেশ্য নহয়। প্ৰকাৰ ভেদে বেলেগ ব্যৱহাৰৰ আৱশ্যক হয় আৰু মানুহে কৰেও। সেই সম্বন্ধে নানা গ্ৰন্থ আৰু সাহিত্য বৰ্ত্তমান।

তিৰোতা যে সৌন্দৰ্য্যৰ আধাৰ নানা শিল্পীয়ে শিলত বা চিত্ৰত খোদিত বা অঙ্কিত কৰি যুগে যুগে তাৰ চিন থৈ গৈছে। তিৰোতাৰ ভিতৰত সেই সৌন্দৰ্য্য নিহিত নাথাকিলে শিল্পীমন সেইফালে প্ৰবাহিত নহ'লহেঁতেন। ৰাজা ৰবিবৰ্ম্মাৰ কেইটিমান চিত্ৰ - মহীশূৰৰ যাদুঘৰত দেখিলে স্তব্ধ মানিব লাগে - ছবিবোৰৰ ভাব প্ৰকাশৰ ফালৰ পৰা অঙ্গাৱয়বৰ কথা কবই নালাগে। হায়দৰাবাদৰ ছফদৰজং যাদুঘৰত কেইটিমান বিদেশী চিত্ৰকৰৰ চিত্ৰ আছে, চালে চকু ৰয় - কি সৌন্দৰ্য্য, কি অপৰূপ লালিমা সনা। ভুৱনেশ্বৰৰ মন্দিৰৰ গাত নানা সৰু সৰু চিত্ৰ আছে, তাতো স্ফুৰণ ইমান স্পষ্ট আৰু প্ৰকট যে সেই শিল্পীবোৰৰ দক্ষতা আৰু অৰ্ন্তদৃষ্টি দেখিলে পুলকিত হব লাগে।

পুৰুষৰ চকুৰ আগত ঘনিষ্ঠ মিলনত তিৰোতাই এটী স্বৰ্গীয় ৰূপ দাঙি ধৰে। এজন সাহিত্যিকে এটি নাৰী চৰিত্ৰৰ হতুৱাই এখন নাটকত কোৱাইছিল, “তিৰোতাৰ শ্ৰেষ্ঠতম দান দেহ”! মই কবলৈ হলে দেহতকৈ উচ্চতম দান আছে অন্তৰ, তিৰোতাৰ আত্মীয়তাত এটি আহ্লাদী শক্তি আছে, এটি তন্ময়তা, এটি সৌন্দৰ্য্যৰ অপৰূপ সত্বা আছে, যিটো গালে, মুখে, চকুৱে, আনকি কপালৰ স্বেদবিন্দুতো পৰিলক্ষিত হয়। প্ৰেম তিৰোতাই প্ৰত্যাহাৰ নকৰে - উৱলি যোৱা দেখা যায়।

তিৰোতা সম্বন্ধে মোৰ এই বৰ্ণনাত তুমি চাগৈ ভাবিবা যে মই তোমাক আনৰ লগত একাকাৰ কৰি পেলাইছো। দূৰৰ পৰা চালে তোমালোক সকলোৱে প্ৰায় একে আকাশৰ তৰাবোৰ যেনে। তোমালোক ডিঙি সংলগ্ন হৈ থাকিলে তোমালোকৰ প্ৰকৃত ৰূপ ধৰা বাস্তৱতে





টান, কাৰণ তোমালোকৰ নিশ্বাসেও মদিৰা ঢালে, স্পৰ্শৰ কথাই নাই। মোৰ পৰা অন্ততঃ এই বিশেষণ লোৱা যে সৌন্দৰ্য্যৰ পটভূমি আৰু জীৱনৰ সুষমা ঢলা তোমালোকৰ অধিকাৰৰ ভিতৰত। নাভাবিবা যে তোমালোকে কোনো কোনো দুৰ্ভগীয়াৰ জীৱন বিষাক্ত বাষ্পেৰে ভৰপূৰ কৰি তোলা নাই - দোষ যাৰেই নহওক।

(এঁকেশ)

**মৰমৰ অৰুণা,**

জন্মিছে যেতিয়া, এদিন নহয় এদিন সকলোৱে মৰিব, এইটো বৰ সাধাৰণ কথা, আৰু আপাত-দৃষ্টিত চাবলৈ গলে বৰ সহজ সৰল সত্য। কিন্তু এই মৰণলৈ আমাৰ ভৰি নচলে কিয়? মৰণৰ ভয়তে আমি কোঁচমোচ খাই থাকো। কিন্তু এনে উদাহৰণো বহুত দেখা যায় যে মানুহে নিঃসঙ্কোচে মৰণৰ ফালে আগবাঢ়ি যায়। অগস্ত্য মুনিৰ ত্যাগ, গ্ৰীক বুৰঞ্জীৰ নিয়ানিদাচ, ৰাজপুত বুৰঞ্জীৰ গোড়া আৰু বাদল, এনে ধৰণৰ বুৰঞ্জীত আৰু কিমান বীৰৰ দৃষ্টান্ত আছে, যিবিলাকে হাঁহি হাঁহি মৰণৰ পথত আগবাঢ়ি গৈ মৃত্যু বৰণ কৰিছিল। যোৱা দ্বিতীয় মহাসমৰত জাপানী বোমাৰু কিছুমানে হেলাৰঙে ৰকেট চলাই আহি বৃটিছ জাহাজৰ মাস্তুলৰ ভিতৰত সোমাই গৈ নিজৰ আৰু শত্ৰুৰ ধ্বংস সাধন কৰা কথা নো কোনে নাজানে? কিন্তু আমি পিৰালিৰ চুকত বহি মৰণ নালাগে, সাধাৰণ বিপদৰ ভয়ত কঁপি থাকোঁ। ইয়াৰ কাৰণ বাৰু কি? আমাৰ জীৱনত জীৱনৰ অগ্নি বা দাহিকা শক্তি নাই, আছে ধূলি, মাটি অথবা ছাই। অসমীয়াই বিক্ষোভ কৰিব পাৰে, নেফা বা উত্তৰ-পূব সীমান্ত প্ৰদেশ আমাৰ অসমৰ অন্তৰ্গত, তাত থকা ভাইসকল আমাৰ অসমীয়া - এই বিষয়ে আমি প্ৰবন্ধ লিখিব পাৰোঁ, কবিতা লিখিব পাৰোঁ, আৰু প্ৰয়োজন হলে দলপাতি বাটে বাটে চিঞৰিব পাৰো বা হৰতাল, নহলে ষ্ট্ৰাইক কৰিব পাৰো। কিন্তু সকলোতকৈ প্ৰয়োজনীয় কামটো কৰিবলৈ আগ নাবাঢ়ো। নেফাত কাম কৰিবলৈ দিলে আমি তালৈ যাব নোখোজো। পৰ্ব্বতীয়া ভাইসকল আমাৰ আপোন, বাহু দাঙি কথা কওঁ - কিন্তু পৰ্ব্বতীয়া অঞ্চলত কাম, বেতন থকা কাম পালেও ছমাহ পিছত ছুটি লৈ ঘৰলৈ আহি তাৰপৰা কাৰ্য্যস্থান সলোৱাৰ চেষ্টা কৰোঁ। বিদেশী, অনা-ভাৰতীয় কিমানজনে সেইবোৰ ঠাইত জনহিতকৰ কামত প্ৰাণপাত কৰিছে তালৈ আমাৰ ভ্ৰূক্ষেপ নাই, সুবিধা পালে আমি তেওঁলোকৰ বিপক্ষে দুই-এষাৰ কথা কবলৈ নেৰোঁ। তাত কোন পতিয়ন যাব? সেয়ে কেৱল আমাৰ নিজৰ মানুহৰ অন্তঃসাৰশূন্যতাৰ প্ৰমাণহে কৰে।

ডাঙৰ ভাবে জীৱন নিৰ্ব্বাহ কৰিবলৈ হলে তৎপৰ ভাবে মৰিবলৈও সাজু হব লাগে। মৰণ জীৱনৰ পৰা বহুত দূৰত নহয় - এই কথাটো আমি সদায় পাহৰি থাকো। 'ছিন্টুকছিয়াৰ' (the lake of folding lotus) বুলি জোৱাইত এডোখৰ দ ঠাই আছে, তাৰ ওচৰলৈ বোধহয় এতিয়ামানে চিভিল হস্পিটেলটো গ'ল। সেই ঠাইখিনিৰ লগত এটা প্ৰেমৰ কাহিনী প্ৰবাদ হিচাপে জড়িত আছে। এজনী ধুনীয়া গাভৰুৱে প্ৰেমিকৰ বিশ্বাসঘাতকতাত ক্ষুন্ন হৈ তাৰে নিজান সৰোবৰত প্ৰাণ বিসৰ্জ্জন দিয়ে আৰু তেওঁৰ মৰা শৰ ঠাইত এটা সোণৰ পদুম ফুলি উঠে। সেই ঠাইখিনিলৈ স্থানীয় মানুহে শ্ৰদ্ধাৰ চকুৰে চায় - এতিয়াও, সেই প্ৰেমৰ কাহিনী সুঁৱৰি।

মুকলি ঠাইত প্ৰেমও অনাবিল। সামাজিক কৃত্ৰিমতাৰ ছাপ তাত বেচিকৈ মিহলি হৈ নাথাকে। জীৱনৰ বিয়লি-বেলিকা তোমাক ইয়াকেই কব খোজো অৰুণা, যে জীৱনৰ প্ৰাৰম্ভতে যদি তুমি আৰু মই জীৱন পণ কৰি নিজৰ পৈত্ৰিক ভেটি এৰি সমাজৰ গঞ্জনা শিৰত লৈ হলেও জনসেৱাৰ বাবে ওলালোহেঁতেন, তোমাৰ মোৰ জীৱনী আজি অন্যৰূপে লিখিত হ'লহেঁতেন। ক'তো লিখা নাথাকিলেও আকাশে বতাহে তাৰ বীজ বিয়পি পৰিলহেঁতেন। অসমীয়া ছোৱালীসকলক, গাভৰু বা তৰুণীসকলক তোমাৰ জৰিয়তেই কব খোজোঁ, আমাৰ এটা বৃহৎ সপোন দেখাৰ সময় হৈছে। গৃহকোণত যঁতৰ নাই, তাঁত-সুঁত নাই - মধ্যবিত্ত শ্ৰেণীৰ ঢেঁকি আৰু ভৰালতো নায়েই। নাইলনৰ ফিটা বান্ধি, বজাৰত কিনা ফুলাম মেখেলা পিন্ধি, কৃত্ৰিম পাটসূতাৰ বাণাৰসী চেলেঙৰ আঁচল উৰুৱাই আৰু কিমান দিন চলিবা? ল'ৰাৰ হাঁহাকাৰ, ছোৱালীৰ হাঁহাকাৰত আশ্বাস দিবা কিহেৰে? নিজৰ যে একোটোৱে নোহোৱা হৈছে। খেতি কৰা অপমান, কাম কৰা অপমান - কেৰাণীৰ কাম কৰাতহে অকল সন্মান - এই বোধেৰে আমি আগ বাঢ়িম নে? স্ত্ৰী শিক্ষা আমাক লাগে - শিক্ষাই চৰিত্ৰ উন্নত কৰে সন্দেহ নাই - কিন্তু উদ্দেশ্য থকা ফলদায়ক শিক্ষাহে আমাক লাগে - যিহে আমাৰ ভৰিৰ খোজ দৃঢ় কৰে, জীৱনত খোপনি পুতিবলৈ সাহ আৰু বল দিয়ে। তিৰোতাৰ ধৈৰ্য্য আৰু সান্ত্বনাই পুৰুষৰ অন্তৰলৈ বল আনে, - আপদ-বিপদত দুয়ো হাত ধৰাধৰিকৈয়ে আগবাঢ়ি যায়। পুৰুষ তিৰোতাৰ এয়ে প্ৰকৃত সম্বন্ধ।

জীৱনে মোক যি পথত চালিত কৰিছে তোমাৰ মোৰ দেখা নোহোৱাই সম্পূৰ্ণ স্বাভাৱিক। আগতে যি সৌহাৰ্দ্দ্য আছিল সেয়ে মোক প্ৰেৰণা জোগাইছে, এয়ে মোৰ কৰ্ম্মৰ, এয়ে মোৰ মৃত্যুৰো পথ। জীৱনত সুখ দুঃখ কিমান পাইছা মই জানো, কিন্তু মই তোমাৰ সান্নিধ্য নিবিচাৰো, তুমি মোৰ সান্নিধ্য নিবিচাৰিবা - আমাৰ দুয়োৰে এই প্ৰতিশ্ৰুতি সেইটোৱে বলৱৎ থাকক। মোৰ একান্ত কামনা, দুঃখ-দুৰ্গতিৰ মাজতো শান্তিৰ ছায়াই তোমাৰ মুখ উজলাওক। মোৰ কৰ্ম্মক্লান্ত জীৱনৰ শেষ অধ্যায়ত, জীৱনৰ অন্তত জীৱন বন্তি যিদিনা নিস্তেজ হৈ নুমাই যাব তুমি চকুলো নুটুকিবা, ক্ষুন্নও নহবা। যদি মৃতদেহ ঢাক খাই থাকে দূৰৰ পৰাই এবাৰ চাবা,

যদি উদং হৈ থাকে মোৰ মৃতদেহ, এখন শুবলা কাপোৰেৰে ঢাকি দিবা। মোৰ জীৱন মৃত্যু একেটা জ্যোতিৰ কণিকাৰে নৃত্য।

তুমি আকৌ ভাবি নথবা যে মই স্থিতপ্ৰজ্ঞ হৈছো বা জীৱনৰ মায়া সম্বৰণ কৰিব পাৰিছো। যেতিয়াই জগতৰ পৰা যোৱাৰ কথা ভাবো তেতিয়াই নানা আকৰ্ষণৰ শিকলিয়ে মোক যেন টানকৈ মেৰাই ধৰে। সকলো অতীত সৌন্দৰ্য্য একীভূত হৈ তোমাৰ আকাৰত থিয় দিয়ে। পাহৰি যোৱা সপোনবোৰ আহি নতুনকৈ মানসচকুত উদ্ভাসিত হৈ উঠে। তোমাক দিয়া প্ৰথম চুমাটি, তোমাক আঁকোৱালি ধৰি অপলক চকুৰে চোৱা প্ৰথম মোহময় দৃষ্টি, এইবোৰ কালৰ সোঁতত এতিয়াও লয় পোৱা নাই। কালে সেইবোৰ অকণো মলিন কৰিব পৰা নাই কিয়? তোমাৰ সেই লাজুক খোজ কেইটা, সেই পিচলৈ চোৱা ডিঙিৰ ভঙ্গীটি, সেই যাব খুজিও যাব নোৱাৰা "ন যযৌ ন তস্থৌ" ভাৱটো, অৱশ আবেশটি - সকলো কালৰ পটত যেন চিৰকালৰ বাবে অঙ্কিত হৈ আছে। তুমি কোৱা সেই মধুৰ কাব্যিক উক্তিটি-যে তুমি যোৱা বা থকাত পৃথিবীৰ একো প্ৰভেদ নহব, সেই কথাষাৰ মোৰ মনত সদায় উজ্জ্বল হৈ থাকিব। মোৰ অন্তৰখন যেতিয়া এবাৰ উজলাই গৈছা চিৰকাল সেই পোহৰেই জুৰিব।

জীৱনত পৃথিবীৰ পৰা বহুতো পালো। পৃথিবীয়ে মোক যিবোৰ সামগ্ৰী দিলে সেইবোৰ সকলো সময়তে যেন বৈষয়িক বুলি ধৰি নোলোৱা। মানুহৰ মৰম-চেনেহ, প্ৰীতি, স্নেহ, শ্ৰদ্ধা আদিও বহুত পালো। তোমাৰ পৰা জীৱনৰ আৰম্ভণিতে যি মৰম আৰু শুভেচ্ছা পাইছিলো সেই বোৰেৰে মোৰ জীৱনৰ বাকীছোৱা কালো উপচি পৰিছে। পৃথিবীখনৰ মোৰ চাৰিওফালে ইমান ৰূপ, ইমান ৰং, সকলো উপভোগ কৰিলো। মোৰ জীৱন দেবতাই মোক সকলো উজাৰ কৰি দিছে - সেইবাবে আজি বিয়লি বেলিকা ক্ষোভ নাই, ক্ষোভ নাৰাখো। তোমাৰ, মোৰ বা পৃথিবীখনৰ জীৱজন্তু প্ৰকৃতিৰ সকলোৰে ওচৰতে মোৰ কৃতজ্ঞতা থাকিল - । ৰবী ঠাকুৰে যে লিখি গৈছিল -

"অপৰূপকে দেখে গেলাম দুইটি নয়নভৰে

বিশ্বৰূপেৰ খেলা ঘৰে কতই গেলেম খেলে" -

এনেকৈ নিজৰ জীৱনৰ মাজেদি অপৰূপ বস্তু বহুত পালো - বহুত দেখিলো। সেইকাৰণেই ক্ষোভ নৰখাকৈ গাব পাৰো - "যা দেখেছি, যা পেয়েছি তুলনা তাৰ নাই।"

# ৰহণ সনা

অভ্যাস নাই, কুঁহিয়াৰৰ আটীয়াত মাটি দি ভাগৰিছে। ডেকা এজন কোদালৰ নালত ধৰি অলপ পৰ থিয় দি আছে - পাতল নোমে ঢকা বহল, বগা বুকুখনেৰে সৰসৰকৈ ঘাম পৰিব ধৰিছে, হাতৰ দৃঢ় মাংসপেশীবোৰ পুৰাৰ ৰ'দত জকমকাই উঠিছে আৰু মুখত এটা নম্র প্রসন্নতাৰ হাঁহি বিৰিঙিছে। এনেতে তেওঁৰ ভায়েকে ভুঁইলৈ লৰি আহি চিঠি এখন আগবঢ়াই দি ক'লে, - "চাচোন দাদা, কি চিঠি।" "লেফাফাৰপৰা মেলি ধৰ, মই হাতত ল'লে লেতেৰা হব।" চিঠিখনত অলপ কেইটামান শাৰী আছে, মিনিটতে পঢ়া হ'ল। অলপ হাঁহি ভায়েকক সুধিলে - "তোক চিঠিখন দি ইয়ালৈ কোনো পঠিয়ালে?" "পিতাই।" "বাৰু যা, যাম যা" বুলি পুনৰ উদ্যমেৰে কোদালখন দুয়ো হাতেৰে ধৰিলে। "নহয়, তোক এতিয়াই মাতিছে।" "যা, যা, এনে জৰুৰী একো নাই।" কোদালৰ নাল কাষলৈ চপাই আনি কোদাল ওপৰলৈ তুলিলে, তথাপি ভায়েক নাই যোৱা। "তই নাযাৱ কিয়?" "দাদা, ময়ো যাম তোৰ লগত।" কোদাল মৰা ডেকাজনে আৰু অলপ প্রফুল্লভাৱে হাঁহিলে। অলপ আঁতৰতে চাকৰ দুজনে কোৰ মাৰি আছিল। এওঁলোক ককায়েক-ভায়েকৰ কথা নিছিগা দেখি, সিহঁতো আহি কাষ চাপিল। অলপ বয়সীয়াজনে সুধিলে, - "কিনো বাপা, কি হৈছে?" "মই ক'ৰবাক যাব লাগে নেকি, তাৰে চিঠি এখন পাইছোঁ।" "যাবা লাগেতো বাপা, যাবা লাগে। এনে কুঁৱালা দেহা! তুমি কোদাল পাৰি বাপে-মায়েক খুৱাবা পাৰ্‌বা না? ক'ত হাকিম মজুপ হৈ থাক্‌বা লাগে আৰু ক'ত আহি গাৱঁত কোদাল পাৰা, মাছ মাৰা!" "যা, যা, তোৰো সেইখিনি হওক যা, একেলগে।" কমবয়সীয়া চাকৰটোক লক্ষ্য কৰি ক'লে, - "যা ভদো, হওক যা এইখিনি একেলগে। গোবৰ আনি পেলাবি, সিবেলা আৰু কোদাল পাৰিব নালাগে।" তিনিও আকৌ কোৰ মৰাত মন দিলে। যাব ধৰা সৰু ভায়েকক গেৰি মাৰি সুধিলে - "পিতা ক'ত গৈছে ঐ চন্দন?" "শোলমাৰাক মাছ আনিব" - বুলি সৰু কণ্ঠৰ উচ্চসুৰে কোৱা কথাষাৰ শুনিবলৈ পালে। ভায়েকে দেখুৱা এই চিঠিখন আছিল কোদাল পৰা ডেকাজনৰ ৰেইলৱেত চাকৰি হোৱা নিয়োগ-পত্র। চাকৰি বুলি তাৰ ওপৰত তেওঁৰ ৰাপ নাছিল; কিন্তু পেটৰ ভাতৰ ব্যৱস্থা হিছাপে নকৰিলেও নচলে বুলি তাৰ অন্বেষণ কৰিছিল। চাকৰি পালে ডিব্রু-শদিয়া ৰেইলৱে ৱৰ্কশ্বপ ইঞ্জিনীয়াৰৰ সহকাৰী। অগত্যা যেতিয়া নিয়োগ-পত্র পালে, যাবই লাগিব, মনতে ভাবিলে। বৰ যেন ভাল নালাগিল; কিন্তু সৰু ভায়েকৰ লাহে লাহে মূৰ দুপিয়াই আঁতৰি যোৱা সৰু ছবিটিলৈ লক্ষ্য কৰি তেওঁৰ মনত যেন এটা নতুন পুলক জাগিল; সিও যাব-চহৰত নতুন প্রফুল্ল জীৱনৰ

কামনা তাৰ সৰু বুকুখনত গজিবলৈ কেতিয়া আহৰি পালে? বোধহয় আমাৰ ছাত্ৰজীৱন দেখি। এইবোৰ ভাবে, মৃদু ফিৰ্‌ফিৰীয়া বতাহ ঘামি থকা গাত লাগিলে যেনে লাগে; তেওঁৰ ক্লান্ত মনতো তেনে এটা তৃপ্তি, তেনে এটা মৰমৰ মিঠা উপভোগৰ সৃষ্টি কৰিলে। বেলা কেৰা দুপৰত আঢেলিয়াত কোদাল থৈ, ধঁপাতৰ চুঙা বিচাৰি চ'ৰাঘৰত হোকা চিলিম হাতত লৈ চাকৰক ভিতৰৰপৰা জুই আনিবলৈ কৈ, ধঁপাতৰ চিলিমটো চাকৰক দিবলৈ বুলি পিৰালিতে বহি বৈ আছে। এনেতে পাচফালৰপৰা দুখন সৰু, কুমলীয়া হাত তেওঁৰ ঘামে ভিজোৱা পিঠিখনত দিয়াৰ গম পালে। লগে লগে অলপ তাপ অনুভৱ কৰিলে। ঘূৰি চালে, তেওঁৰ তিনি-চাৰি বছৰীয়া ছোৱালী সৰস্বতী। "কি অ'আই, তোৰ জ্বৰ নেকি?" "উঁ" বুলি সৰু কুমলীয়া মাতেৰে উত্তৰ দিলে। পিঠিৰপৰা ঘূৰাই আনি ছোৱালীজনীক কোলাত ল'লে। গালে-মুখে নিজৰ গালৰ আগ ভাগ লগাই দিলে; পাচভাগটো লগাই দিয়ে, যেতিয়া ছোৱালীজনীক হাঁহি তোলাবৰ মন কৰে। কাৰণ এই অংশত ডাঢ়ি কিছু ঘন, তাতে ঠৰ্‌ঠৰীয়া।

গা-পা ধুই ভাত খাই মুখত তামোল ভৰাই যেতিয়া তেওঁৰ শোৱা কোঠালীত সোমাল, তেতিয়া ঘৈণীয়েকে অলপ হাঁহি দীঘল ওৰণি ঢকা মুখখন চকুৰে দেখা কৰি ক'লে, - "আপুনি কেতিয়াবা যাব?" "ৰ'বাহে, কেতিয়া যাব, কেতিয়া যাব? মই চকুৰ আঁৰ হ'লে তুমি যেন ৰক্ষা পৰা।" কথাষাৰ অতি সহজভাৱেই তেওঁ ক'লে; কিন্তু ঘৈণীয়েকে যেন আৰু কবলৈ কথা নাপালে। কিতাপ খকুৱা ল'ৰাৰ চকুৰ আগত বহুত পাঠযোগ্য কিতাপেৰে সৈতে যেতিয়া পাঠাগাৰ এটা দিয়া হয়, অথবা আইন-ব্যৱসায়ী এজনৰ যেতিয়া তেওঁৰ মনত পোষকতা কৰা বহুত কিতাপৰ লগত পৰিচয় হয়, তেতিয়া যেনে এটা সৎসাহস, উদ্যম বৰকৈ পোৱাৰ অতৃপ্ত অধীৰতা জাগি উঠে, ডেকাজনৰো তেওঁৰ লেৰেলা ঘৈণীয়েকজনীৰ সৰু এই ৰাজ্যখনিলৈ সোমালেও তেনে এটা মাদকতাভৰা, প্ৰীতিসনা স্বাধীনতা আৰু স্নেহৰ কোমল অধীৰতা জাগি উঠে। তেতিয়া তেওঁৰ স্বাভাৱিক বচন-ভংগী অলপ ক্ষুব্ধ আৰু তৰংগীত হৈ ৰূপকৰ আৱেশ লয়। আৰু তেওঁৰ মৰমিয়াল ঘৈণীয়েকজনীয়ে চকুৰে-মুখে যি ভাবৰ চিন পায়, তাকেহে সহজে বুজে - ভাষা বুজিবলৈ বহুত সময়তে অসমৰ্থ হয়। কল্পনাপ্ৰৱণ ডেকা ল'ৰাসকলে এই কাৰণে এনেবোৰ ঘৈণীৰ বিৰুদ্ধে বহুত সময়তে গৰিহণাৰ প্ৰস্তাৱ 'পাছ' কৰে, - বিয়া কৰোৱাৰ আগতে অৱশ্যে বেছি আন্তৰিকতাৰে। "তুমি মনে মনে থাকিলা দেখোঁ, কোৱা কি কোৱা?" ডেকাজনে সুধিলে। "মই ইয়াতে মুখ খিজিলাই থাকিলে হ'ল, ঘৰত বনে বন, আপীটিৰ দহ্ দহ্ কৰে জ্বৰ!" শেষৰ শব্দকেইটাই তেওঁৰ মোহৰ আৱেশটো ভাঙি দিলে। পৰীক্ষাৰ্থীৰ যেন প্ৰশ্নৰ উত্তৰ-কাকত সোধাই দিবৰ সময় হ'ল। ছোৱালীজনীৰ অসুখ! ইয়াতকৈ যেন তেওঁৰ মানত অশুভ বাতৰি একো নাই। তেওঁ বিচনাত দীঘল দিলে। ঘৈণীয়েক ওলাই গ'ল।

'সৰস্বতী' ক'ত বুলি এবাৰ সুধিবৰ মন কৰিলে; ছোৱালীজনীৰ জ্বৰ জানোচা আৰু বেছি হোৱা বুলি কয়, কাজেই সাহস নকৰিলে। চকু মুদিবৰ চেষ্টা কৰিলে, টোপনি নাহে। "পিতা তোৰ লগত ময়ো ঘুমাওঁ" - বুলি সৰস্বতী যেতিয়া নিজে আহি পিতাকৰ পেটত ভৰ দি পাৰ হৈ ভিতৰৰ পিনে শুলে, তেওঁৰ যেন তুষ্ট আত্মা স্বৰগৰপৰা এপাক মাৰি ঘূৰি আহিল। বাপেক-জীয়েক দুয়ো নির্বিকাৰভাৱে টোপনি গ'ল।

চাকৰিত ভর্তি হোৱাৰ সাত দিনৰ ভিতৰত ডেকাজন কর্মস্থান ডিব্রুগড়লৈ গ'ল। নতুন ঠাই, পৰিচিত মানুহ নাই বুলিলেই হয়। কামৰ সময়ত একেৰাহে আঠঘণ্টাকৈ কাম কৰে বা 'ডিউটি' খাটে, আৰু আহৰি সময়ত আলিয়ে-বাটে অনাই-বনাই ফুৰে; কোনো গন্তব্য স্থান নাই, কোনো ধৰা-বন্ধা নীতি নাই - এই নৈৰ পাৰ, এই গছৰ তল, এই বাঁহৰ তলৰ গেৰেকণি, এই ধাননিৰ বোকা-পানী, সকলোলৈ তেওঁৰ অভ্যাস বিৰুদ্ধ। আধা বঙলুৱা, কাহানিতে বাগিছাৰ কাম এৰা খালাচামা বোলা ৰান্ধনি তেওঁৰ ভাল নালাগিল। বুধি নামৰ শকত ধুনিয়া মটকৰ ল'ৰা এটাই তেওঁৰ কাম-কাজ কৰে। ইচ্ছা হ'লে ভাত কেতিয়াবা নিজেও ৰান্ধে। ৰাতি দুবজাত 'ডিউটি' কৰি আহিলে চেঁচা ভাত খাব লগা হয়। চেঁচা ভাততকৈ অৱশ্যে চেঁচা ৰুটি তেওঁ ভাল পালেহেঁতেন; কিন্তু বুধিৰ দক্ষতা তিমানলৈ নুধায়। ৰাতিপুৱা 'ডিউটি' নথকাত, এদিন নিজৰ বহা ঘৰটোৰ আগত ফুলনি এখন কৰোঁ বুলি তেওঁ কোৰ এখন যতনাই লৈ ঠাই চাফা কৰাত লাগি গ'ল। এনে এটি সময়তে সৰু ছোৱালী এজনী তেওঁৰ টৌলত সোমাল। ধুনীয়া ছোৱালী, পৰিপাটী সাজ-পাৰ। বাগিছাত সৰু ল'ৰা-ছোৱালীয়ে পখিলা ধৰাৰ নিচিনাকৈ, এওঁ লাহেকৈ গৈ ছোৱালীজনীক কোলাত তুলি ল'লে। ছোৱালীজনীয়ে তেওঁৰ মুখলৈ চাই থাকিল, বৰ আচহুৱা তেনেকৈ চোৱা নাই। অথচ তেওঁতো ছোৱালীজনীক নিচিনে। এনেতে সন্মুখৰ কম্পাউণ্ড এটাৰপৰা "বুড়ী, বুড়ী"কৈ মতা তিৰোতাৰ ব্যস্ত স্বৰ শুনিবলৈ পালে। আৰু এই সৰু ছোৱালীজনীয়ে পোহনীয়া পাৰই চোৱা দি মাতৰ পিনে মুখ ঘূৰাই চাবলৈ উদ্বিগ্নতা প্রকাশ কৰিলে, ভৰিদুখন অলপ উচপিচকৈ লৰাই দিলে। তাৰ পিছতে শুনা গ'ল - "তোৰ পায় কাদা আছে, ওঁৰ জামা-টামা ময়লা কৰো না।" এওঁ চাই দেখিলে আৰু বুজিলে যে নিশ্চয় সেইজনা ছোৱালীজনীৰ মাক হ্ব আৰু ওচৰৰ ভদ্রলোকৰ ঘৈণীয়েক। দেখিবলৈ ধুনীয়া, ৰহণ সনা নিপোটল গাল, চকু দুটি বহল, মাতটো কোমল, গাৰ বান্ধ চকুত লগা আৰু বয়স ডেকাজনৰ মনত লগা। ছোৱালীজনী গ'ল, কিন্তু মাকৰ ছবি আৰু মাতৰ ছাব মনৰপৰা নগ'ল।

ডেকাজনৰ ঘৰ বৰনদীত: নাম পুলকানন্দ শর্মা। সৰুৰেপৰা তেওঁ ছাত্র হিচাপে ভাল আছিল। ইঞ্জিনীয়াৰিং পৰীক্ষাও সন্মানেৰে সৈতে পাছ কৰিছিল আৰু তেওঁৰ পঢ়া-শুনাৰ পৰিসৰো বহুত বহল আছিল। কাজেই ৰাজনীতি, অর্থনীতি, মনস্তত্ত্ব, যৌনতত্ত্ব,

পুৰাতত্ত্ব, সকলো আলোচনাতে ভয় সঙ্কোচ নোহোৱাকৈ যোগ দিব পাৰিছিল আৰু কথাৰ ভঙ্গী যদিও তাৰ্কিকৰ উদ্যমেৰে বঞ্চিত নহৈছিল, তথাপি সহজ আৰু মনোজ্ঞ আছিল। এটা বিষয়ত মাত্ৰ তেওঁ স্থিৰ সিদ্ধান্তলৈ আহিছিল, প্ৰায় গণিতৰ সংজ্ঞাৰদৰে যে, তিৰোতা জাতিটো জননী ঠিক নহয়, জনয়িত্ৰী, অৰ্থাৎ তেওঁলোকৰ কাৰ্য্যকলাপ ভালকৈ চালে দেখা যায় যে, মানুহ জাতিটো যাতে লোপ নাপায়, বিধাতাই তাৰবাবেই তেওঁলোকক সৃষ্টি কৰিছে। তেওঁলোকৰ প্ৰত্যেক ভাব-ভংগী, চিন্তা-ধাৰা, কল্পনা, অসূয়া, সকলো এই একেটা সুঁতিৰপৰা ওলায় আৰু সৃষ্টিৰ বিপুল কামনাৰ সাগৰত মাৰ যায়। তাকেই তেওঁ চমুকৈ ইঞ্জিনীয়াৰৰ ভাষাত প্ৰকাশ কৰিছিল যে, তেওঁলোক 'Man making machine' আৰু 'ছেফ্‌টি ভালভ্'। 'এগজষ্ট পাইপ'কৈ আদি কৰি সকলো সাজসৰঞ্জাম তেওঁ তিৰোতাৰ অৱয়বত নামকৰণ কৰিছিল আৰু 'ক্লিনিং', 'অইলিং' পৰ্য্যন্ত অৱস্থা বিশেষৰ তেওঁ নাম দিছিল। সেইবুলি সকলোৰে আগত এইবোৰ গাই নুফুৰিছিল। কাৰণ নিজৰ বিদ্যা আৰু বিচাৰ-বুদ্ধি বাহিৰত 'ফেৰি' কৰি ফুৰা তেওঁ শিষ্টাচাৰৰ বিৰুদ্ধ বুলি ভাবিছিল।

এই ঘটনাৰ পিছত 'বুড়ী' ঘনাই অহা হ'ল। বুড়ীৰ পিতাকে পুলক শৰ্মাৰ চোতাললৈ বুড়ী আৰু বুড়ীৰ সৰু ভায়েক 'জুলু'ক লৈ আহি ইবিধ-সিবিধ নকৰিবলৈ নিষেধ কৰিবলৈ অলপো অসুবিধা নোপোৱা হ'ল, আৰু বুড়ীৰ মাকে শৰ্মাক চাহ-জলপান আৰু বঙালী পাণ দুখন দি নম্ৰ হাঁহি মাৰি আগত থিয় দি থাকিবলৈ সংকোচ নকৰা হ'ল। পুলকৰ মনত গোটেই 'পৰিস্থিতি'টো ভাল লাগি উঠিল। সৰস্বতীৰ আউলী-বাউলী চুলিৰে সৈতে ফুল বছা কপাহী মেখেলা পিন্ধি লৰি ঢাপৰি ফুৰা ছবিটো আৰু জ্বৰত ৰঙা হোৱা গাল দুখনি যেতিয়া মনত পৰে, বুকুখন যেন চেৰেংকৈ উঠে, আৰু কিলাকুটীৰপৰা মণিবন্ধলৈকে পিচলিপৰা খাৰুৰেসৈতে শুকান মুখখনি যেতিয়া মনত পৰে, সৰু ভায়েক চন্দনৰ কুঁহিয়াৰ তলিত চিঠি দিয়া সময়ত দেখা ব্যস্ত আশাভৰা মুখখনি যেতিয়া মনলৈ আহে, কিয় জানো বুড়ীৰ মাকৰ পানৰ বঁটা আফলিয়াই ভাঙি আহিবৰ মন হয়, তেওঁ নিজেই নাজানে। এটা বুকু ভঙা হুমুনিয়াহ আহে, মুখ ক'লা পৰি যায় আৰু বুড়ীৰ মাকে যেন বাহিৰৰপৰাই সকলো বুজিব পাৰি কয়, - "ওদেৰ্ব নিয়ে আসুন, বুড়ীদেৰও খেলতে-টৈলতে সুবিধা হবে, আমাদেৰও বেশ একটু যাওয়া আসাৰ সুবিধা হবে।" শেষৰ কথাবাৰে যেন কি এটা শৰীৰ উতলা কৰা উন্মাদনা আনে। পুলকে ভাবিলে, তিৰোতাৰ বন্ধুত্ব 'মেকী', 'জান-সাজাসি' (বঙালীতে তেওঁৰ মনলৈ আহিল)। বুজীৰ মাকৰ সান্নিধ্য অবৈধ জানিও, তেওঁৰ তৃষ্ণা জাগ্ৰত হৈ উঠিছিল। নিশা টোপনি যেতিয়া ভাগে, নানা কথা ভাবে, ওচৰৰ চিন্তাকৰ্ষিণীয়ে অৱশ্যে তাৰে বেছি ভাগ সময় অধিকাৰ কৰে। শিক্ষিতা, সুৰুচিসম্পন্না, এনেকৈয়ে তেওঁৰ ভাব আৰম্ভ হৈ 'কুচভাৰ-নমিতাংগী সন্নি-সন্না সিতাঙ্গে' - এনেকৈ কেতিয়াবা সৰস্বতীৰ ৰূপ কল্পনাত পৰেগৈ। কেতিয়াবা আকৌ 'লুইতৰে পাৰে পাৰে কঁহুৱাৰ ফুল' বুলি তিৰোতাৰ

স্বাপৰ ওপৰত বিক্ষোভৰ কটাক্ষ পেলায়।

এনেকৈয়ে অসংগী দিন কেইটাৰ ওৰ পৰি আহে। এবাৰ পূজাৰ বন্ধৰ পিছত মাক-পিতাকৰ অনুৰোধ মতে পুলক শৰ্মাই তেওঁৰ গাৱঁলীয়া, অ-স্কুলীয়া, অতি শুকান ঘৈণীয়েক, তেওঁৰ ছোৱালী সৰস্বতী আৰু ইংৰাজীৰ প্ৰথম পাঠ পঢ়িব আৰম্ভ কৰা ভায়েক চন্দনক নি ডিব্ৰুগড়ৰ বহাত উপস্থিত কৰিলে। মটকৰ ল'ৰাটোৱে বৰ ভাল পালে; কিন্তু পুলকৰ ঘৈণীয়েকে ক'লে, - "ইয়াৰ হতুৱাই অনা পানী খাব নে, আই শুনিলে কি কব?" "মটকৰ হতুৱাই অনা পানী নোখোৱা, তোমাৰ কলহ তুমি নিজে আনি ভাতৰ হাড়ীত ঢালিবা।" "বৰ ডাঙৰকৈ নকবা, সি বেয়া পাব।" "সেইখিনি যদি বুজা, তাক তেনে ব্যৱহাৰ কৰিলে কেনে পাব?" পুলকে মনতে দোহাৰিলে - জানো তিৰোতাৰ প্ৰকৃতি সদায় এই!

বুঢ়ী আহে, সৰস্বতীৰ লগত সদায় উমলে-জামলে, বুঢ়ীৰ মাক আহে, কথা পাতে, তামোল খায়, ইবিধ-সিবিধ চহৰীয়া বনৰ ভাগ লগাই দিয়ে আৰু পুলকক দেখা পালে ঘৈণীয়েকক শুনাকৈ কয়, - "আজকাল যেন একটু হাসি বেৰুচ্ছে। বাবাৰে বাবা! কি ৰকম মুখ কালো কৰেই থাকতেন।" কথা শুনিলেই যেন পুলকৰ মনলৈ এটা মাদকতা আহে। মনতে মুখস্থ মাতি যায় - One thing, one appeal' এওঁক উত্তৰ দিবলৈ কয় - "আপনাকে দেখাই যায় না যে বড় একটা।" তেওঁ গুণগ্ৰাহী শ্ৰোতাৰ নিচিনাকৈ কয়, - "আমাৰ কি ফুৰচং আছে; এটা ওটা - বুড়ীৰ বাবাকেতো আপনি জানেন না? এক মিনিট আমাৰ লেইজাৰ নেই।" এইবুলি যেন আৰ্ত চকুজুৰিয়ে পুলকৰ চকুত তৃপ্তিৰ সন্ধান বিচাৰে। অথচ তেওঁ পুলকক সদায় দেখে। পুলক কোন সময়ত কিমান পৰত 'ডিউটি' কৰিবলৈ ওলায় তেওঁৰ চকুৰ চুৰমাজনীয়ে সকলো জানে আৰু প্ৰায় সেই মতেই তেওঁক দেখা দিয়ে। পুলকৰ ঘৈণীয়েকেও জানিছিল যে, পুলকে এই মহিলাজনীক ভাল পায়, শ্ৰদ্ধা আৰু মোহ দেখুৱায়; কিন্তু ভক্তি কৰে নে নকৰে নাজানে। ঘৈণীয়েক তাত বিচলিত মনহয় আৰু তিৰোতাজনীৰ ভাল-বেয়া এষাৰ কথাও পুলকৰ আগত নুলিয়ায়। সৰস্বতী লহ্ পহ্‌কৈ ঠন্ ধৰি উঠিল - কানি-কাপোৰৰ চাকচিক্য বৃদ্ধিবপৰা হ'ল, মাকৰ মন প্ৰফুল্ল হ'ল; ইবিধ লাগে, সিবিধ লাগে, ধূলাৰে আৰু এজিয়া সৰস্বতী নেখেলে। বুঢ়ীৰ ভায়েক আছে, তাইকো এটা ভায়েক লাগে। মাকক কয়, সময়ে সময়ে পিতাককো কয়; কোনো পক্ষই একো উত্তৰ নিদিয়ে।

নেপোলিয়নৰ এটা চিন্তা হৈছিল, পুতেক লাগে। পুলকেও ভাবিলে - পুতেক লাগে; কিন্তু ৰুগ্না ঘৈণীয়েকৰ ল'ৰা-ছোৱালী জগতৰ জীৱন-যুদ্ধত থিয় দি বিজয় পতাকা উৰুৱাব পাৰিব নে? স্বাস্থ্যৱতী মাকৰ স্বাস্থ্যবান সন্তানহে জগতৰ পক্ষে আৱশ্যক।

ক্ষেত্ৰজ সন্তানৰ কথা তেওঁ ভাবিলে। হিন্দুৰ প্ৰাচীন ৰীতি এইটো আছিল। লোপ পালে কিয়? ইয়াৰ পুনঃ-প্ৰৱৰ্তন কেনে হব? তাৰ পিছত আৰু বেছি ভাবিবলৈ লাহে লাহে সাহ কমি যায়, কিবা এটা দোধোৰ-মোৰ, কিবা এটা অস্পষ্টটাত সকলো লোপ পাই যায়। নিজৰ গালতে চৰ মাৰি দিবৰ সমান খং উঠে। কেতিয়াবা তেওঁৰ বুকুত ৰায়চৌধুৰীৰ ভাষাৰ স্পন্দন উঠে - 'যৌন ক্ষুধাতকৈ জগতত মহত্তী ক্ষুধা বহুত আছে।' লৰালৰিকৈ ঘৈণীয়েক থকা ঠাইলৈ লৰি যায়। তেওঁৰ প্ৰতি কিবা যেন এটা অবিচাৰ কৰা হৈছে, তেওঁৰ প্ৰাপ্য কিবা এটা বস্তু যেন ক'ৰবাত লুকাই থৈছিল, তাকে দিবলৈ লৰি গৈছে। "তুমি বৰ কিবাজনী হৈছাহে। মাতিলে মাত পাবলৈ নাই।" এওঁ গৈ কয়। "মই শুনা নাই।" তেওঁ লাহেকৈ কয়। "বাকচত আৰু চাফা চোলা আছে নে নাইহে? আজি কোনোবা এজন ৰৰ্কশ্বপলৈ অহাৰ কথা।" "বাকচত চোলা দেখোন বহুত আছে, আপুনি দেখোন এটা এবাৰ পালে তাক নেৰেই!" "তোমাক এৰিব নোৱাৰিলে, চোলা কি হব?" মৰমেৰে কয়। "পলম হব, গা ধুৱক গৈ।" ঘৈণীয়েকে সমিধান দিয়ে।

খাই-বৈ পুলক দহবজাত কামলৈ ওলাই গ'ল। অইন দিনৰ দস্তুৰ মতে বুঢ়ীহঁতৰ ঘৰৰ ফালে চালে। যাক চকুৱে বিচাৰিছিল, নাপালে। সন্মুখতে বিজুলী-চাকিৰ খুটাত ছাগলী এজনী বান্ধি থোৱা দেখিবলৈ পালে। পুলক কামলৈ গ'ল। আঠ ঘণ্টাৰ 'ডিউটি' খাটি ছয়-সাত বজাৰ ভিতৰত উভতিল। তেতিয়াও দেখিলে ছাগলীজনী বন্ধা আছে। পুলকক দেখি ছাগলীজনী উচপিচ কৰিলে। তেওঁ খন্তেক ৰৈ ঘৰলৈ আহিল। পিছদিনা পুৱাতে আকৌ ছ বজাত 'ডিউটি'। বুঢ়ীৰ মাকক তেতিয়া নেদেখিব বুলিয়ে জানিছিল, তথাপি এবাৰ চালে; কিন্তু দেখিলে সেই ছাগলীজনী একে ঠাইতে বন্ধা - চুটি পঘাৰে বন্ধা আছে, ঘূৰোঁতে ঘূৰোঁতে কাষৰ বনবোৰ মৰি গৈছে, ডিঙিৰে ঢুকি পোৱা ঘাঁহৰ আলু পৰ্য্যন্ত নোহোৱা হৈছে। এওঁক দেখি এবাৰ ব্যস্ততাৰে 'বে' কৰি উঠিল আৰু জটপটকৈ অলপ আগুৱাব চেষ্টা কৰিলে; কিন্তু থেকেচা খাই পৰিল। পুলক কামলৈ গ'ল। প্ৰায় তিনি বজাত শুকান মুখ আৰু 'মেচিন'ৰ মলি লগা লেতেৰা হাত লৈ ঘৰলৈ উভতিল। ছাগলীজনীয়ে তেতিয়াও বিজুলী-চাকিৰ খুটাৰ কাষত মূৰ থৈ শুই কাল লাৰি আছে। পুলকৰ যেন বিদ্ৰোহৰ সূচনা হ'ল। বুঢ়ীৰ মাকক ছুঁৱা-মৰাঁকৈ দেখিবলৈ পালে, কিন্তু ওলাই নাহিল।

ঘৰলৈ গৈয়ে তেওঁ চাহ এগিলাচ খাই (এপিয়লা নুবুলি এগিলাচ বোলাৰ উদ্দেশ্য যে, তেওঁ সদায় কাঁহৰ গিলাচতে এগিলাচ চাহ খায় আৰু ঘৈণীয়েকে টেবুলৰ সন্মুখৰফালে থৈ দি অৰ্দ্ধাবৃত্ত দেহ লৈ পুলকৰ পিয়লাত বাৰে বাৰে চাহ ঢালি দি থাকিবলৈ ভাল নাপায়।) হাতত খন্তিখন লৈ বন নিৰোবাত লাগি গ'ল। ভাবিলে যে, অন্ততঃ দুৱৰি কেইডালমান নি ছাগলীজনীক খাব দিয়ে। সৰস্বতীয়ে আহি মাতিলে, - "পিতা, ভাত ৰুকৰা

হৈ যায়, বল।" "আই, ৰহ, মোৰ সুমথিৰা টেঙাৰ পুলি কেইটাৰ বন অলপ নিৰাই দিওঁ আৰু তোৰ গোলাপৰ কলমটো কেনেকৈ বনে হেঁচা মাৰি ধৰিছে চাচোন, এতিয়া ভাল কৰি নিদিলে মৰি যাব।" সৰস্বতী আহি ঘৰ সোমাল, মাকে ভাত ৰখি বহি থাকিল। অলপ পিছত আকৌ তাগিদ আহিল। পুলকে খন্তিখন থেকেচা মাৰি থৈ গা ধুবলৈ সোমাল। গা-পা ধুই ভাত খাবলৈ বহিছে, আকৌ ছাগলীজনীৰ বেবনি কাণত পৰিল। চন্দন স্কুলৰপৰা আহিছে আৰু কিতাপ-পত্ৰ থৈ ককায়েক বৌৱেকৰ আগত থিয় দিছেহি। পুলকৰ মনত পৰিল যে, ছাগলীজনীক ঘাঁহখিনি দি অহা নহ'ল। ছাগলীজনীৰ বেবনি আকৌ আহিল। পুলকৰ ঘৈণীয়েৰে মুখখন কলা কৰি ক'লে, - "গাভিনী ছাগলীজনীক ইহঁতে এনেকৈ খাব নেকি?" "কালিৰপৰা এৰিয়ে দিয়া নাই, নহয় বৌ।" "মাজতে দুপৰীয়া এৰি দি বুড়ী আৰু জুলুৰ সেই ঠেলা গাড়ীখন পিছত জুঁটি দি টনাইছিল, তাৰ পিছত আৰু বান্ধি থৈছে।" বৌৱেকে ক'লে। পুলকৰো সন্দেহ হৈছিল যে ছাগলীজনী বোধহয় বন্ধাই আছে। তেওঁৰ অন্তৰত হঠাৎ এটা অত্যাচাৰৰ বিৰুদ্ধে বিদ্ৰোহ জাগি উঠিল আৰু গৰ্জি উঠি ক'লে, - "কোনে বান্ধি থৈছে?" চন্দনে ককায়েকৰ খং দেখি নামাতিলে। সৰস্বতীৰ মাকে গহীনাই ক'লে, - "তেওঁলোকৰ ছাগলী আনে বান্ধিছেনে?" সৰস্বতীয়ে স্পষ্টকৈ ক'লে - "বুড়ীৰ মাকে বান্ধি থৈছে, তেতিয়া মই আৰু বুড়ী মেলি দিব গৈছিলোঁ, আমাক ডাবয়াই খেদি দিলে।" "কিয় আই, কিয় বান্ধিছে?" "বুড়ীৰ মাকে বোলে কিবা ৰ'দত দিছিল, খচিছে।" পুলকে ইমান দিন বুড়ীৰ মাকৰ লগত এনে এটা সৌহাৰ্দ্য পাতিছিল যে, তেওঁ ভাবিছিল, যেন সেই মহিলাজনীৰ কাৰ্য্য কিয়, চিন্তা জগততো এওঁৰ কিবা অধিকাৰ আছে আৰু তেওঁৰ দ্বাৰা এই অপকৰ্ম হোৱা শুনি অধৈৰ্য্য হৈ ভাতৰ কাঁহী তাতে এৰি ছাগলীজনী মোকোলাই দিবলৈ ওলাল। ঘৈণীয়েকে যেন বুজিলে আৰু লাহেকৈ ক'লে, - "ভাতখিনি নেৰিব, মই গাখীৰ আনোঁ।" ঘৈণীয়েক ভিতৰ সোমোৱাত তেওঁ হাত-মুখ ধুই পদুলি মুখ পালেগৈ আৰু পোনছাটে ছাগলীজনীৰ বান্ধ সোলোকাই দিলে। বুড়ীৰ মাকে ভিতৰৰপৰা চাই আছিল। পিছত ওলাই আহি ওঁঠত মিঠা হাঁহিৰ ৰং পেলাই, ডিঙিটোত ভাঁজ লগাই, উচ্চ বুকুৰ গৌৰৱ জনাই মিহি সুৰতে নিজকে কোৱাকৈ ক'লে, - "ছেলে-মেয়েৰা যা হয়েছে, বাবা, বল্লে কেউ শুনবেনা। তখন থেকে ওটাকে বেঁধে ৰেখেছে। আহা না জানি কত লেগেছে!" ভাগ্যে চকুৰ লো নোলাল। পুলকে প্ৰায় চিঞঁৰি উঠিব খুজিলে - "ওৰে ৰাক্ষসী!" শিষ্টাচাৰে বাধা দিলে। ছাগলীজনীয়ে পুলকৰ পাছ ললে আৰু পুলকে কাটি থোৱা ঘাঁহৰ দমটোত নি ছাগলীজনীক লগাই দিলে।

তেতিয়াৰপৰা ছাগলীজনী পুলকৰ অতি আপোন হ'ল - বুড়ীৰ মাকৰ চাহ পুলকৰ মনত হলাহলতকৈও তিতা হ'ল আৰু তাৰ পিছৰপৰা তেওঁ 'ডিউটি'লৈ যোৱা সময়ত বুড়ীৰ মাকৰ সলনি ছাগলীজনীহে তেওঁলৈ সতৃষ্ণ নয়নে চাই থকা দেখিবলৈ পালে।





# শেষ দেখা

চিকিৎসকজন নহাত মই অধৈৰ্য্য হৈ উঠিছিলোঁ। মই স্বভাৱতে যে বৰ ধৈৰ্য্যশীল এনে কথা কব নোৱাৰোঁ; কিন্তু বাত বিহে যে মানুহক কেনে অধৈৰ্য্য কৰে ভুক্তভোগী নহলে আনে কব নোৱাৰে। কাজেই ডাক্তৰ অহাত যিমানে পলম হৈছে তিমানে মোৰ ধৈৰ্যাৰ সীমা প্ৰায় পাৰ হোৱা যেন হৈছিল। দুখন ভৰিৰ এখনত ইমান বিষ, হ'লে দুয়োখনতে হব লাগিছিল - এই বিষমতা কিয়, ইয়াকে ভাবি অন্ততঃ খন্তেকলৈ হ'লেও বিষ আৰু উদ্বিগ্নতা দুয়োকে কমাবলৈ চেষ্টা কৰিছিলোঁ। ডাক্তৰৰ বিৰুদ্ধেও নানা অসংলগ্ন কথা ভাবিবলৈ যত্ন কৰিছিলোঁ। ডেকা ল'ৰা ডাক্তৰ, চেহেৰাটো সুন্দৰ, হাঁহি ওলাবহি হাতত ষ্টেথিছ্কোপ্‌টো লৈ। "ভাল হৈ যাব", সদায় কয় - ভাল ক'ত হৈছে? ডাক্তৰৰ বাত-বিষ হলেহে ডাক্তৰে যন্ত্ৰণা বুজিব, কিতাপ পঢ়ি যন্ত্ৰণা বুজেনে? চেনি মিঠা। মিঠা কি বস্তু নুবুজিলে চেনি কি বস্তু কেনেকৈ বুজিব? গুৰি গুৰি মিঠা মিঠা - এই এটা চেনিৰ পৰিচায়ক সূত্ৰ হয় নে? বাৰু, ডাক্তৰৰ অহাত পলম হ'লে খবৰতো পঠিয়াব পাৰে, - আৰু এবেলি ভাবোঁ, ডাক্তৰে আহিলেনো বিষটো মচি নিবনে? আনদিনৰ নিচিনাকৈ কব - "কালিলৈ বহুত বাৰু পাব"। ল'ৰাকালতে পঢ়া কাউপাৰৰ লিখা মনত পৰিল, "A dupe of tomorrow even from a child"।

বুৰ্জনি আৰু ধৈৰ্যাহীনতাৰ মাজত এনেকৈ যুঁজ বাগৰ কৰি থকা অৱস্থাত মোৰ নাতিনী এজনীয়ে আহি ক'লে, "ককাদেউতা, শুনিছেনে আজি প্ৰেমদাৰ আইতাক ঢুকাল।" "কোন প্ৰেমদা অ'?" "আপুনি নিচিনে? "স্নেহদা বাইদেউৰ ভনীয়েক।" "স্নেহদা অৰ্থাৎ বলবন্ত বৰুৱাৰ জীয়েক, আমোলাপট্টিৰ?" "এৰা, চিনিছে দেখিছোঁ এতিয়া। স্নেহদা বাইদেউৰ নাম ক'লেই চিনি পায় আপুনি দেখিছোঁ।" এইবুলি কৈ তাই অলপ হাঁহিলে। মই সুধিলোঁ, "বলবন্ত বৰুৱাৰ মাক কাহানিয়ে ঢুকাল, স্নেহদাৰ আইতাক হ'ল ক'ৰপৰা?" - "তেওঁলোকৰ দেউতাকৰ মাক নহয়, মাকৰ মাহীয়েক নেকি, এনে কিবা হয়। বগাকৈ বুঢ়ীজনী, আজি তিনি-চাৰি বছৰ ইয়াতে আছিল, আপুনি দেখা নাছিল জানো কাচিতো?" - "জগতৰ বুঢ়ীমাককে মই চাই ফুৰিমনে, মোৰ আৰু কাম নাইনে?" মই ক'লোঁ। "যেই সেই বুঢ়ী নহয়, চালে চকু ৰোৱা বিধৰ, স্নেহদা বাইদেউ বা তেওঁৰ মাকতো ধুনীয়া, কিন্তু বুঢ়ী আৰু একাচি চৰা আছিল।" - "তোক কোনে ক'লে এই খবৰটো?" মই সুধিলোঁ। "তেওঁলোকৰ ঘৰৰপৰা এজন মানুহ আহি কৈ গ'ল যে বিমল বৰুৱা ডাক্তৰ তালৈ গৈছে আৰু তেখেতৰ অহাত পলম হব পাৰে, আপুনি যেন ডাক্তৰ আহিব নোৱাৰাত বেয়া নাপায়। মানুহজনক ডাক্তৰে





পঠিয়াইছি, বোধহয়।" - এইবুলি কৈ তাই আঁতৰি গ'ল।

মোৰ মনত পৰিল বলৱন্ত বৰুৱাৰ স্ত্ৰী হ'ল মহেশ দত্তৰ ছোৱালী। মহেশ দত্তই বিয়া কৰাইছিল শীলা মজুমদাৰক। শীলাৰ আন দুজনী ভনীয়েক আছিল চিত্ৰা আৰু ভদ্ৰা। তিনিওজনী ছোৱালীকে দেখিছিলোঁ, লগ পাইছিলোঁ, অকল লগ পোৱাই নহয়, অলপ ওচৰতো পাইছিলোঁ। তেনেহলে চিত্ৰা ঢুকাল, মনতে ভাবিলোঁ। অইন একো কৰিব নোৱাৰিলেও অন্তিম শয্যাত এবাৰ চাই আহোঁ।

নানা ভাবে জুমুৰি দি ধৰিলে, এয়েতো জীৱন, মনতে দোহাৰিলোঁ। চিত্ৰা ঢুকাব সাধাৰণ মানবীৰদৰে আৰু সেই খবৰ মোলৈ কাণ বাগৰি আহিব এই কথাৰ মই কল্পনাও কৰা নাছিলোঁ। মোৰ কোঠালিৰ একাষত নিৰ্জীৱ হৈ থকা লাখুটিডালৰ ফালে চালোঁ। পাৰিমনে লাখুটিক আশ্ৰয় কৰি যাবলৈ বলৱন্ত বৰুৱাৰ ঘৰলৈ? মাটিত ভৰিদুখন থৈ নিজৰ গাত শক্তি আছে নে নাই পৰীক্ষা কৰি চালোঁ, - ভালে আছোঁ, অনুভৱ কৰিলোঁ। সোঁ ভৰিৰ বিষ প্ৰায় নাইকিয়া হৈছে দেখোঁ। এনেয়ে ডাক্তৰৰ বাবে অপেক্ষা কৰিছিলোঁ। ডাক্তৰে ঠিকেই কৈছিল, দৰবটো উপকাৰী। দাৰৰপৰা কানি-কাপোৰ আনি নিজেই পিন্ধিলোঁ, জোতাযোৰ পিন্ধাতো একো কষ্ট নাপালোঁ। আগেয়ে হ'লে কেঞাঁ আঙুলিটোত লাগিলেই চিৰিংকৈ উঠে, আজি নাই দেখো বিষ-দুখ একো।

লাখুটিডাল হাতত লৈ ওলাই যাব খুজিছোঁ, মোৰ বোৱাৰীজনীয়ে মাত লগালে, - "দেউতা ক'লৈ যায়? অকলে যাব পাৰিব জানোঁ? নহলে কোনোবা ল'ৰা-ত'ৰা এজন লগত লৈ যাওক।" "নেলাগে আই, মই পাৰিম, অকলেই অলপ খোজকাঢ়ি চাওঁচোন।" "ইয়াৰ ভিতৰত যদি ডাক্তৰ আহে কি কম?" - তেওঁ সুধিলে। "বিমল হেনো বলৱন্ত বৰুৱাৰ ঘৰলৈ গৈছে, তাতেই লগ পাম কিজানি" - মই কলোঁ। মই মোৰ বোৱাৰীক কবলৈ টান পালোঁ, মোক কিহে টানিছিল।

মই যি দেখিলোঁ বিশ্বাস কৰা টান। বলৱন্ত বৰুৱাৰ ঘৰৰ আগত মটৰ আহিলে য'ত ৰখা হয় সেই আগবঢ়া অংশটোত ফটা ঢাৰি এজুখৰিত লেতেৰা কাপোৰেৰে মেৰিয়াই থোৱা এটা নিৰ্জীৱ দেহ লুতুৰি-সুতুৰি হৈ পৰি আছে। প্ৰায় সমস্ত শৰীৰ ঢাক যোৱা, কেৱল হাঁহৰ ভৰিৰ নিচিনা সৰু ভৰিদুখন ওলাই আছে। ওচৰতে এডাল দুহাতমান দীঘল চাহ গছৰ লাখুটি, বুঢ়ীৰ শেষ আশ্ৰয় আৰু পানী খোৱা পিতলৰ বাতি; পাৰ্থিব সম্বল। তাৰ ওচৰেদি দুই-চাৰিটা মাখিয়ে পৰিক্ৰমা কৰিছে, আন একো নাই। ওপৰৰ পৰ্টিকত বহি কথা পতা ডা-ডাঙৰীয়াসকলৰ চেলেঙৰ গোন্ধে কিছু পৰিমাণৰ ধূপদানিৰ কাম কৰিছে। বলৱন্ত বৰুৱা ঘৰত নাই, চাহ-বাগিছালৈ গৈছে। তেখেতৰ পত্নীয়ে আশা কৰা নাছিল যে মাহীয়েক ইমান সোনকালকৈ যাব। আগদিনা হেনো





বুঢ়ীগৰাকীয়ে গা বেয়া বুলি কৈ একো খোৱা নাছিল, ৰাতিপুৱা চাহ খাবলৈ মতাত নুঠা দেখি গাত ধৰি মাতিবলৈ যোৱাত বলবন্ত বৰুৱাৰ পত্নীয়ে দেখে যে বুঢ়ী তেনেই ঠেৰেঙা দিছে, আৰু মিছেছ বৰুৱাৰ হাৰ্ট প্ৰায় ফেইল কৰা অৱস্থা। তেতিয়াই ডাক্তৰক ফোন কৰি মতাই অনা হ'ল। মিছেছ বৰুৱাৰ অৱস্থা চাই এটা 'মৰ্ফিন' ইনজেক্ছনৰ ব্যৱস্থা কৰি ডাক্তৰ বিমল বৰুৱাই বুঢ়ী গৰাকীৰ কাষ পালে। তেওঁ বহুত ঘণ্টাৰ আগতে পাৰ্থিৱ চিকিৎসাৰ হাত সাৰি গৈছে। তথাপি ডাঙৰ মানুহৰ ঘৰত ডাক্তৰে ঘোষণা নকৰাকৈ কোনোৱে মৰিব নোৱাৰে কাৰণে - ডাক্তৰে ষ্টেথিছ্‌কোপ বুঢ়ীৰ নিৰ্জীৱ শৰীৰত দুবেলি দি আৰু এবেলি নাড়ী চাই ঘোষণা কৰিলে বুঢ়ী ঢুকাইছে। তেতিয়া পৰি থকা কঠখনেৰে সৈতে মেৰিয়াই বুঢ়ীৰ মৃতদেহ ঘৰৰ বাহিৰত থোৱা হ'ল চাকৰৰ সহায়ত, আৰু তেওঁৰ লাম-লাকুটিৰ ভিতৰত থকা দুটা বস্তু - পানী খোৱা বাটিটো আৰু হাতত লোৱা লাখুটিডাল বুঢ়ীৰ মূৰ শিতানৰ থোৱা হ'ল। নহ'লে বুঢ়ীৰ আত্মাই হয়তো সিপুৰীৰপৰা এৰি যোৱা সম্পত্তিলৈ লোভ দেখুৱাব পাৰে। তাৰ লগতে যদি ভুলতে বা ভালতে বলবন্ত বৰুৱাৰ কিবা সম্পত্তিলৈ লোভ দেখুৱায়, তেনেহলে আৰু কিবা অঘটন ঘটিব পাৰে। এই ভাবটো মিৰিসকলৰ মাজতো প্ৰবল। তেওঁলোকে মৃতকৰ বয়-বস্তু, অৱশ্যে টকা-কড়ি নহয় দেই, সোপাকে মৃতদেহৰ সংকাৰ কৰা বা পোতা ঠাইত আনি থৈ দিয়ে, কাঁহৰ বাটি আদি ফুটাই খুটি মাৰি থয়, নহলে বোধহয় চোৰে নিয়াৰ আশংকা থাকে।

চিত্ৰাৰ মৃতদেহ সেই অৱস্থাত দেখি মোৰ মনত নানা ভাৱৰ উদ্ৰেক হ'ল। চিত্ৰাহঁত তিনিজনী বাই-ভনীয়েক অসমতে ডাঙৰ হোৱা ছোৱালী। দেউতাক আছিল টেলিগ্ৰাফ বিভাগৰ উচ্চতম কৰ্মচাৰী, সৰহদিন শ্বিলঙত কটাইছিল। শীলা ডাঙৰ, চিত্ৰা মাজু আৰু ভদ্ৰা সৰু। আমি যেতিয়া কলিকতাত কলেজত পঢ়োঁ - শীলা বোধহয় বেথুন কলেজত পঢ়ে - চিত্ৰা আৰু ভদ্ৰা গাৰ্লছ্ স্কুলত পঢ়ে। শীলাহঁত অসমৰ বুলি পৰিচয় দিছিল - আৰু অসমীয়া বঙলা দুয়োটা ভাষাতে সমানে ব্যুৎপত্তি দেখুৱাইছিল। আমি পঢ়া দিনত আজি-কালিৰ নিচিনা সহ-অধ্যয়ন নাছিল; কাজেই ল'ৰাই ছোৱালীক লগ পোৱা এটা সৌভাগ্যৰ ভিতৰত আছিল। আজিকালি হয়তো শুনিলে হাঁহিব যে তেতিয়া কিছুমান কলেজৰ ল'ৰাই কৰ্ণৱালিছ ষ্ট্ৰীটত থকা সাধাৰণ ব্ৰাহ্ম সমাজৰ মন্দিৰলৈ ছোৱালী চাব গৈছিল, আৰু গৈছিলোঁ কেনেকুৱাকৈ, চকুত গগলছ্ পিন্ধি। গগলছ্ পিন্ধাৰ কাৰণ হ'ল ছোৱালীলৈ নিৰ্বিঘ্নে চোৱা যায় - অথচ ছোৱালীয়ে পিন্ধোতাক সুস্পষ্টকৈ নেদেখে। অপৰিচিতা ছোৱালীৰ চকুলৈ চোৱা সেইদিনত বিষম দুঃসাহসিকতাৰ কাম আছিল।

যাওক, কাল আৰু অৱস্থাৰ কথা কোৱা মোৰ উদ্দেশ্য নহয়। মহেশ দত্ত সেই সময়ত ছেণ্ট পল কলেজৰ ইংৰাজীৰ লেক্‌চাৰাৰ। অসমীয়াৰ পক্ষে সেইসময়ত

কলেজৰ লেক্‌চাৰাৰ হোৱা কম সৌভাগ্যৰ কথা নাছিল। মহেশ দত্তৰ বিদ্যা-বুদ্ধিও বৰ প্ৰখৰ আছিল বুলি জনাজাত। বেথুনৰ কোনোবা অধ্যাপিকাৰ জৰিয়তে শীলাৰ লগত মহেশ দত্তৰ পৰিচয় ঘটে আৰু ক্ৰমে ঘনিষ্ঠতা বাঢ়ে। দত্ত আছিল নিতান্ত পোণ - পটীয়া মানুহ, তেওঁ ছোৱালীজনীক ভাল পাইছিল যদিও বিয়া কৰাবলৈ সাহ কৰা নাছিল। আমি কথাষাৰ ঘুনুক-ঘাণাককৈ শুনিছিলোঁ যদিও ছাত্ৰ হিছাপে তেখেতক সুধিবলৈ টান পাইছিলোঁ। এনেতে শীলাৰ দেউতাকে অৱসৰ লৈ বৈঠকখানাত এটা ঘৰ লৈ তাতে বসতি কৰে। তেখেতে শীলা আৰু মহেশ দত্তৰ পৰস্পৰৰ আকৰ্ষণ থকা জানি বিয়া পাতিবলৈ মন কৰে; কিন্তু সেইদিনৰ সমাজৰ বান্ধ আছিল অলপ কটকটীয়া। আনকি পূৰ্ববঙ্গ আৰু পশ্চিমবঙ্গৰ মাজতে বিয়া-বাৰু নহৈছিল, ৰাঢ়ী আৰু বৰেন্দ্ৰৰ বিৰোধ। ৰাঢ়ী হ'ল পশ্চিমবঙ্গ আৰু বৰেন্দ্ৰভূমি হ'ল উত্তৰ-পূব বঙ্গ - যিটো কথিত 'ঘটি' আৰু 'বাঙাল'। শীলা মজুমদাৰৰ দেউতাকে ভাবিলে যে মহেশ দত্তক ঘনাই নিমন্ত্ৰণ কৰিলে হয়তো তেওঁৰ লাজটো কাটি যাব আৰু সেইকাৰণে প্ৰায় তেওঁক যাবলৈ নিমন্ত্ৰণ কৰে, কিন্তু দত্তই অকলে যাবলৈ লাজ কৰে, তেওঁৰ লগত এজন নহয় এজন অসমীয়া কলেজৰ লৰা নিয়ে, আৰু মোৰে সৌভাগ্য বা দুৰ্ভাগ্য যে মোৰো পাল পৰিছিল দত্তৰ লগত যোৱাৰ। বঙালী ভদ্ৰলোকৰ খোৱাৰ নিমন্ত্ৰণ এনে নহয় যে খালোঁ - বালোঁ আৰু গুচি আহিলোঁ। - প্ৰায় সৰহভাগ বন্ধৰ দিনত দুপৰীয়া দহমান বজাত যাওঁ, - বাৰ একমান বজাত মধ্যাহ্ন আহাৰ কৰোঁ আৰু আবেলি চাহ-জলপান খাই পাঁচমান বজাত ঘৰ পাওঁহি।

দত্তৰ বিয়া প্ৰায় ঠিকেই হ'ল। চিত্ৰাৰ লগত মোৰ তাতেই পৰিচয় হ'ল। ভদ্ৰাই মোক নিতান্তই ভেবাৰাম বুলি বিবেচনা কৰিছিল আৰু মোৰ কানি-কাপোৰ সম্বন্ধে আঁসোৱাহ প্ৰকাশ কৰিছিল। মোৰ সেইসময়ত ছোৱালীৰ লগত কথা কোৱাত বিশেষ দক্ষতা নাছিল, তাতে ভদ্ৰাই কলিকতীয়া ভাষাত কথা কবলৈ আৰম্ভ কৰিলে বাপেক-মাক তালৈ যোৱাৰপৰা। মই বঙলা ক'লে কয় যে সেইটো হেনো লিখা ভাষাহে, - কথিত ভাষা নহয়; ভালকৈ কব নেজানোঁ, তাতে আকৌ কোনটো কলিকতীয়া, কোনটো বিক্ৰমপুৰীয়া কেনেকৈ স্থিৰ কৰোঁ! মহেশ দত্ত আমাতকৈ চিনিয়ৰ দেখি শীলায়ো আমাক প্ৰায় জুনিয়ৰ জুনিয়ৰ জ্ঞান কৰে। চিত্ৰাৰ প্ৰকৃতিৰ একো পৰিৱৰ্তন দেখা নাছিলোঁ। তেওঁ আমাৰ লগত বহি সাধাৰণ কথা-বতৰাকে পাতে; কিন্তু তাত যেন এটা মধুৰতা সনা থাকে। মই এদিন সুধিলোঁ, - "আপোনাৰ বাইদেৱেকৰ বিয়া ত প্ৰায় স্থিৰ হ'ল, আপুনি কি ভাবিছে?" চিত্ৰাই হাঁহি ক'লে, - "বিয়া অকলে কৰা নাযায়, দুজন লাগে।" তাৰ পিছতে তেওঁৰ মুখত এটা স্নিগ্ধ হাঁহি দেখা দিলে। ইয়াৰ পিছতো বহুতদিন কথা পাতিছোঁ, কিন্তু বিয়াৰ কথা পতা নাই।

আমি তাতে থাকোঁতেই শুনিলোঁ যে মহেশ দত্তৰ অভিভাৱকে বিয়া সম্বন্ধে আপত্তি জনাইছে। দত্ত বৰ বিমৰ্ষ হ'ল। তেখেতে মোক সুধিলে যে কি কৰা যায়, অভিভাৱকক অসন্তুষ্ট কৰাটো টান আৰু ইমান আগবাঢ়ি শীলাক বিয়া নকৰাও অন্যায়। মই কলোঁ, - "ছাৰ, বিয়া কৰাওক।" তেওঁ ক'লে, "তোমালোকৰ কোনোবা এজনে যদি ভদ্ৰা বা চিত্ৰাক বিয়া কৰাবলৈ সাজু হোৱা, মই তেওঁক বিয়া কৰাব পাৰোঁ।" "মই বিয়া কৰোৱাৰতো প্ৰশ্নই নুঠে, আন অসমীয়া ল'ৰাক কৈ চাব পাৰোঁ।" তেখেতে অলপ অসন্তুষ্ট হৈ ক'লে, - "ইতো বজাৰৰ বস্তু নহয় যে সকলোকে যাচি ফুৰিবা।" মই "বাৰু ভাবি চাম" - এইবুলি কলোঁ। তেখেতে ক'লে - "চিত্ৰাই তোমাক বিয়া কৰাবলৈ মান্তি হব, মই জানোঁ।"

চিত্ৰাক মই ভাল পাইছিলোঁ - সেইটো সঁচা, - কিন্তু ভালপোৱা আৰু বিয়া কৰোৱা দুটা বেলেগ কথা। কলিকতাৰ চিত্ৰাহঁতৰ ঘৰৰ সাজ-সৰঞ্জাম দেখি মই ভয় খাইছিলোঁ, সেইবোৰ যতনোৱা যে মোৰ পক্ষে সম্ভৱ নহব তাকো ভাবিছিলোঁ। তদুপৰি জীৱিকাৰ বাট সম্বন্ধেও মই তেতিয়া বৰ সন্দিহান অৱস্থাত আছিলোঁ। মোৰ মা-দেউতা ঢুকাইছিল সৰুতে, পৈত্ৰিক সামান্য সম্পত্তিৰ তত্ত্বাৱধান কৰিছিল খুৰাদেৱে আৰু তাৰপৰা কোনোৰকমে মোৰ খৰচখিনি যোগাইছিল।

দত্তই কেদিনমান পিছত মোক ক'লে, - "মই ৰাঁচীত এটা ভাল কাম পাইছোঁ, তালৈ যাওঁ - শীলায়ো সন্মত হৈছে। তাত অকলে কেদিনমান থাকি শীলাক পাহৰিব পাৰোঁ নে চাওঁ।"

কথাটো মোৰ মনত অলপ নিৰ্দয় যেন লাগিছিল। দত্তই যিদিনা শীলাহঁতৰ ঘৰৰপৰা বিদায় ল'লে, মই তাত আছিলোঁ। আহিবৰ সময়ত চিত্ৰাই মোক কলে, "আৰুতো আপোনালোক আমাৰ ঘৰলৈ নাহে?" "আহিব দিলেই আহিম" - মোৰ মুখৰপৰা ওলাল। "আহিবলৈ কোনে দিব, আপোনাৰ মনে?" এইবুলি কৈ আঁতৰিব খুজিছিল, মই লাহেকৈ হাতখনত ধৰিলোঁ - কোনেও নেদেখাকৈ অৱশ্যে! স্পৰ্শটোৱে এটা শিহৰণ আনি দিছিল। সিদিনালৈ আঁতৰি আহিলোঁ।

তাৰ পিছত আৰু তিনিবছৰ কটালোঁ, কলিকতাত। আইন পাছ কৰি কলিকতাৰপৰা আহিলোঁ। শীলা দত্তৰ বিয়া হৈ গ'ল ৰাঁচীত। নিমন্ত্ৰণ পাইছিলোঁ, যোৱা নহল। চিত্ৰাহঁতৰ ঘৰত আমাৰ আদৰ-যত্ন কমা নাছিল - বছৰত এবাৰ দুবাৰহে গৈছিলোঁ অৱশ্যে। চিত্ৰাই সেইসময়ত বি.এ. পঢ়িছিল, ভদ্ৰাই গান-বাজনা শিকি ঠাকুৰ পৰিয়ালৰ সান্নিধ্য বিচাৰিছিল। আমাৰ লগত কাচিৎহে দেখা হৈছিল।

ঘৰলৈ অহাৰ আগতে চিত্ৰাহঁতৰ ঘৰলৈ গৈছিলোঁ। মাক-দেউতাকক প্ৰণাম জনালোঁ, তেখেতসকলে আশীৰ্বাদ দিলে। চিত্ৰাই ক'লে, - "আপুনি যেতিয়া খ্যাতনামা উকীল

হব, আমাক চিনিবনে?" মই কলোঁ, - "খ্যাতনামা উকীল হোৱাৰ পথ দুৰ্গম, নহয় জানো? কানি-কাপোৰ পৰিপাটি নহয় বুলি ভদ্ৰাই মোক এনেই ইতিকিং কৰে, উকীল হিচাবে বেয়া হ'লে জানোচা আপুনি কি ভাবে?" - মই শ্ৰদ্ধাপূৰ্ণভাৱে তেওঁলৈ চালোঁ। 'আপুনি কলিকতালৈ আহিলে আমাৰ খা-খবৰ লব বুলি আশা কৰিলোঁ।" - চিত্ৰাই ক'লে। দুৱাৰমুখলৈ আহি মোক বাটত থৈ গ'ল। চকুলৈ চাবলৈ সাহ নহ'ল, অজানিতে এটা হুমুনিয়াহ আহিল। দূৰৰপৰা এবাৰ মুখ ঘূৰাই চালোঁ, দুৱাৰ জপোৱা।

জীৱনৰ একা-বেঁকা বাটত পৰি বহুত কথাকে পাহৰিছিলোঁ, চিত্ৰাইতকো পাহৰিছিলোঁ। কাৰবাৰ মুখত শুনিছিলোঁ যে চিত্ৰাৰ খড়গপুৰৰ ইঞ্জিনিয়াৰ এজনৰ লগত বিয়া হৈছিল, কিন্তু ছোৱালী এজনীক লৈ অকালতে বিধবা হৈছিল। কোনোবাই আৰু কৈছিল ছোৱালীজনীও হেনো বিয়াৰ পিছত ঢুকাইছিল। তাৰ পিছৰচোৱা একো জনা নাছিলোঁ। আজি চিত্ৰাৰ মৃতদেহ এনে অৱস্থাত দেখি আঁকোৱালি ধৰি হুৱাওবাৰে কান্দিবৰ মন গৈছিল। বুঢ়াকালত চকুপানী টোকাও মনা। চিত্ৰাৰ গাভৰু কালৰ ছবিটো মোৰ মনত জিলিকি উঠিছিল। ক'ত সেই অপৰূপ লাৱণ্যভৰা সজীৱ কোমলতা আৰু ক'ত এই ধূলিত পৰি থকা দেহ।

সমজুৱাৰ মাজৰপৰা হাঁহিৰ গিৰ্জনি উঠিল, কি কথা তেওঁলোকে আলোচনা কৰিছিল, মই মন কৰা নাছিলোঁ। বাঁহৰ চাঙি আনি মৃতদেহৰ ওচৰত উপস্থিত কৰা হ'ল; কিন্তু এতিয়া শটো তাত তুলি দিয়ে কোনে? আকৌ চাকৰ আহিব নেকি? - মনতে ভাবিলোঁ। মই আগবাঢ়ি গ'লোঁ শেষবাৰলৈ চিত্ৰাৰ দেহ স্পৰ্শ কৰোঁ বুলি। ডেকাসকল আগবাঢ়ি আহিল। তেতিয়াহে বিমল্ল ডাক্তৰে ক'লে, - "আপোনাক ভালেখিনি ভাল দেখিছোঁ, আপুনি ইমান দূৰ বাট খোজকাঢ়ি আহিছে।" ডেকাসকলে কঢ়িয়াই নিলে। মই ঘৰলৈ যাবলৈ মোৰ মটৰ গাড়ীখন মতাই পঠালোঁ।

৩৫





# বালি-ভাত

তোমালোকৰ বোধহয় বহুতৰে ধাৰণা যেন ভাল ঠাই, ভাল বস্তু, সপোনত অথবা সাধুকথাতহে পোৱা যায়, কিন্তু এদিন মোৰ লগত ওলোৱা হ'লে এনে এখন ঠাইলৈ তোমালোকক নিলোঁহেঁতেন যে তাক আৰু কেতিয়াও পাহৰিব নোৱাৰিলাহেঁতেন। ৰ'দ বতাহ-বৰষুণত দিনবোৰ, ঠাইবোৰো বেয়া হৈ যাবলৈ ধৰিছে। তোমালোকে মোক লগ পোৱা মানে চাঁগে দিনকাল আৰু বহুখিনি বেলেগ হব, তেতিয়া যদি মই তোমালোকক এই সুখ-সন্তোষ, হাঁহি-ধেমালি, ৰং-ৰূপহৰ ৰাজ্যখন হাতে হাতে চিনাই দিব নোৱাৰোঁ, মোক বেয়া নাপাবা। মই নিজেই যি ঠাই কেবছৰমান আগেয়ে যেনে সুন্দৰ দেখিছিলোঁ তাত তিমানখিনি আনন্দ উপভোগৰ বস্তু নোপোৱাত পৰিছোঁ। ইয়াৰবাবে মোৰ বয়সেই অকল জগৰীয়া নহয়, সময়ত গাওঁ-ভূঁই-ঠাই - সকলোৰে ভালেখিনি পৰিবৰ্তন হয়।

কেবছৰমান আগৰ কথা। নখান্দা নৈখন তোমালোকে চিনি পোৱা নে নাই কব নোৱাৰোঁ, ভূগোলত আছে নে নাই ভাৰো ভূ নাপাওঁ। নৈখন সৰু কিন্তু সুন্দৰ। বৰপেটা চহৰৰ এমূৰেদি এই নৈখনি বৈ গৈছে। সেইদিনত নৈখনত ইমান অপৰ্য্যাপ্ত মাছ আছিল যে যেনেকৈ লোকে লোকাৰণ্য বোলে, তেনেকৈ মাছে 'মাছাৰণ্য' বুলিব পাৰি। পুঠি-দৰিকণাৰপৰা বৌ-বৰালিলৈকে সকলো ৰকমৰ মাছে নৈখন গিজ্ গিজাই থাকে, নখান্দাৰ পাৰত নাও চপাই শুলে ওৰে ৰাতি তুমি কেবল মাছৰে ডাবি-গৰজনি শুনিবা, তুমি নজনাকৈ তোমাৰ নাৱতে এসাজৰ মাছ জঁপিযাই পৰি থাকিব - ৰাতিপুৱা তুমি দেখিবা চলচলীয়া বগা এলেঙা, ভাঙন, পুঠিমাছে তোমাৰ নাও জক্‌জকাই আছে। বৰপেটাৰপৰা অলপ উজাই গ'লে দেখিবা নৈখনৰ দুয়ো দাঁতিতে বহল বিল। আৰু সেইবোৰ নানাজাতিৰ পানীহাঁহ, ৰাজহাঁহ, কৰা, কাম, তিৰা, কাইঠাৰা আদি নানা জাতিৰ চৰাইৰে ভৰপূৰ। নৈৰ মাজে মাজে থকা বালিৰ চাপৰি ৰামপাৰ আৰু বালিমাহীৰে বগা পৰি থাকে আৰু পানীজুঁৱলীত ক'তো দেখিবা, টিপ্ টিপলি চৰায়ে ফিচা জোকাৰি তোমালৈ চকু পিৰিকাই চাই আছে। ৰাজহাঁহ আদি চৰাইবোৰ এতিয়াৰ নিচিনা বন্দুকৰ গুলী খাই ঘটিয়া হোৱা নাছিল। তেতিয়া চৰাই চিকাৰীৰ সংখ্যা নিচেই তাকৰ আছিল। সেয়ে চৰাইবোৰক তোমাৰ নিচেই কাষতে সাঁতোৰা, বুৰমৰা, ঘূৰিফুৰা দেখিবলৈ পালাহেঁতেন। দুই-এটা চৰাই ইমান কাষেৰে যায় যে তুমি হাত মেলিলেই ধৰিব পাৰা। কিন্তু প্ৰকৃতিৰ এনে সুখৰ ৰাজ্যত তুমি আপদ চপাবা কিয়?

বৰপেটাক চহৰ বোলাত তোমালোকে নাভাবিবা যে সি এখন বৰ্তমান ধৰণৰ কল-

কাৰখানা বা ৰেল-জাহাজ থকা চহৰ। সি এখন অতি পুৰণি গাওঁ, অধিবাসীৰ সংখ্যা বহুত বেছি, ঘৰ বস্তি বৰ ঘন, ঠাইখিনি বৰ দ, ঘৰৰ ভেঁটি আৰু আলি-পদূলিবোৰ বৰ ওখকৈ বন্ধাই লোৱা, বাৰিষা চহৰৰ ভিতৰত ঠাই বুজি নাৱেৰে চলাচল কৰা হয়। তাৰ সৰহভাগ মানুহে স্বাধীন ব্যৱসায়, বেহা-বেপাৰ আদি কৰে - দুই-চাৰিজনত বাহিৰে সৰহভাগ ধনী মহাজন নহয়, খেপ মৰা বেপাৰ কৰে। ঘৰৰ যাৱতীয় কাম-কাজ, ঘৰৰ গিৰিহঁত আৰু গিৰিহঁতনীয়ে কৰে। 'খৰা' ধূন-পেচ তাত বৰ কম। তুমি এতিয়া যিজন মানুহক লগ পাইছা তেওঁ চাৰিমাহ সৰিয়হৰ বেপাৰ কৰি আহিছে - দুপৰীয়া মেট্ মৰা এভাৰ খৰি আনিব, আবেলি নৈৰপৰা মাছ মাৰি লৈ আহিব - কথাই - বতৰাই, আচাৰে - ব্যৱহাৰে তেওঁক অতি ভদ্ৰ পাবা, সমাজত তেওঁৰ আসনো আছে। বহুত নগৰ চহৰত ভাৰবোৱা, খৰিকটীয়া মানুহৰবাবে সন্মানৰ আসন নাই, ধাৰত মৰিলেও, লৰা-ছোৱালীক আধাপেটে ৰাখিবলগীয়া হলেও, মানুহে দেখাত চাকৰ নাইবা লিগিৰা ল'ৰা এটা নহলে নচলে। সেইহিচাবে বৰপেটাই আচলতে কামৰ আদৰ বুজে।

বেছিভাগ মানুহেই স্বাধীন ব্যৱসায়ী হলেও আন আন ঠাইৰদৰে তাতো একশ্ৰেনীৰ মানুহ আছে, তেওঁলোকে গৱৰ্ণমেন্টৰ চাকৰিয়ালৰ নামত দেহৰ এফাল এৰি দিব পাৰে। এওঁলোকৰ সংখ্যা অৱশ্যে নিচেই কম। আন ঠাইৰ চাটুবাদীসকলৰ লগত এওঁলোকৰ প্ৰভেদ ইমানেই যে এওঁলোকৰ কোনো স্বাৰ্থপূৰণৰ অভিসন্ধি নাথাকে - 'কেৱল চাহাবে ভাল বুলিব', 'হাকিম দেউতাই নাম কৰ' এই মাত্ৰ। এওঁলোকে বৈ-বঙহৰ চাকৰি বা বৃত্তিৰবাবে কোনো দিন যত্ন নকৰে, আৰু নিজৰ ঘৰত বৰ বিপদ-আপদ হ'লে একো সহায় নিবিচাৰে।

আমি যি সময়ৰ কথা কৈছোঁ, তেতিয়া মহকুমাৰ অধিপতিৰ আসনত এজন টকলামূৰীয়া গলধন ধৰা ডাঙৰীয়া। নাম জানো কি আছিল পাহৰিলোঁ, ধৰা - মিষ্টাৰ হাজৰিকা। হাজৰিকাদেৱে মহকুমাৰ প্ৰধান বিষয়াৰ গদীত বহাৰেপৰা ঘাইকৈ তিনিজন মানুহে তেখেতক নানান বস্তুৰ যোগান ধৰিছিল, যেনে ঘিউ, গাখীৰ, কল, মাছ আৰু এঠা দৈ, বৰপেটাৰ কথাত 'আনাসৰ-তোলা'। হাজৰিকাৰ প্ৰকৃতি বৰ ভাল, তেখেতে কেবাদিনো এওঁলোকক বস্তুৰ দাম যাচিলে - এওঁলোকে নলয়; বহুতদিন এওঁলোকৰ কিবা ভিতৰুৱা অভিপ্ৰায় আছেনে জানিবলৈ চেষ্টা কৰিলে - একো নাপালে। কেনেকৈ এওঁলোকক অনুগ্ৰহ দেখুৱায় একো ভাবি নাপায়। "তোমালোকক কি লাগে" - বুলি সুধিলে - "ভগবানৰ ইচ্ছাত সকলো আছে" বুলি কয়। হাকিম ডাঙৰীয়া ভাবি-চিন্তি বৰ বিমোৰত পৰিল।

এই তিনিজন মানুহৰ এজনৰ নাম পাঠক, এজনৰ নাম চৌধাৰী আৰু আন এজনৰ নাম নায়ক। এওঁলোকৰ যদি আন কিবা নাম আছিল, হাকিম ডাঙৰীয়াই নাজানে। এওঁলোক তিনিওজন প্ৰায় একেলগে নাহে। এদিন অকস্মাৎ তিনিওজন লগালগি হ'ল। মিঃ হাজৰিকাই

তেওঁলোকক ক'লে, - "পাঠক, নায়ক, চৌধাৰী, পূজাৰ বন্ধও আছিল, মোৰো কালিকো যোৱা নহ'ল, এটা বালি-ভাতৰে যোগাৰ কৰা।" তিনিওজনে "ভাল দেউতা" বুলি কৈ উঠিল। "কি কৰিব লাগে আদেশ কৰক।" "তোমালোকেহে জানা কি কৰিব লাগে।" পাঠকে ক'লে, "মই চাৰিটা বৌ-মাছ দিম।" চৌধাৰীয়ে ক'লে, "মালভোগ, জহাচাউল এমোন হ'লে নহবনে? এবাঁ গাখীৰ আৰু ঘিউ যিমান লাগে খুটিৰপৰা আনি দিম - কাষতে।" নায়কে ক'লে, "মই দুমোন আনাসৰ তোলা দিম।" হাজৰিকাই ক'লে, "তোমালোক আচৰিত মানুহহে।" এওঁলোক তিনিজনে ক'লে, "দেউতা আমাক ধন সোণ লাগে নে - আপোনাক লাগে।" "বাৰু, বাৰু" বুলি মুখ দুপিয়াই হাজৰিকা ভিতৰলৈ গ'ল। অলপ পিছত ওলাই আহি ক'লে, - "আমাৰ আয়েৰাও যাবলৈ মন কৰে। ভালেই হ'ল, তোমালোকৰ পৰিবাৰহঁতক লোৱা - আহোঁ ব'লা এদিন ঘূৰি।" আৰু কথা আছে নে? সিদিনাই নখান্দাৰ পাৰত ডাঙৰ নাও এখন চৈ চাফৰ দি সজোৱা হ'ল, তলত গন্ধসাৰে কাঠৰ পাত পাৰি ফৰাচ সজোৱা হ'ল - নাৱৰ ওপৰখন ৰঙা চালুকাপোৰেৰে চিলাই দিয়া গ'ল। নাৱৰ আগৰ কৰিত পদুম ফুল এশ এটা ধুনীয়াকৈ বান্ধি দিয়া হ'ল। যেন দৰাৰ বাবে আগৰ দিনত দোলা আৰু আজিকালিৰ দিনত মটৰ গাড়ীহে সজোৱা হ'ল।

পাঠকে গৈ ঘৈণীয়েকক ক'লে, "সকলো ঠিক-ঠাক, হাকিমনী আইদেৱে তোমাৰ কথা কৈছে - যেনেহলেও তুমি যাব লাগে।" পাঠকৰ ঘৈণীয়েকে গিৰিয়েকৰপৰা আগেয়ে কেতিয়াও এনে মিঠা মাত পোৱা নাছিল - এনে মাত শুনি তেওঁৰ বুকুখন এহাতমান ওফন্দি উঠিল, আৰু অভিমানৰ সুৰত ক'লে, "সামেননা মৰদ মানুহোৰ লগতনু যাম কিয়? আই-বাইসকলে থু থু কৰবো।" পাঠকে গতি বিষম দেখি ক'লে, - "অলহ যুতি অলো, নহলি পিঠি পাখৰা কৰিম।" গতি বিষম - পুৰণি পাঠক, ঠোঁটা-মোজাকৈ ওলাল। নায়ক আৰু চৌধাৰীৰ ঘৰতো এনে দৃশ্যৰ অভিনয় অলপ আচৰণ হৈছিল - কিন্তু হাকিমে কৈছে - এনেস্থলত আৰু ঘৈণীয়েকৰ অভিৰুচিলৈ চাই থাকিব পাৰিনে? ৰাতিপুৱাতে চাৰিওটি পৰিয়াল নাৱত উঠি নখান্দালৈ উজাবলৈ ধৰিলে। নাৱত অৱশ্যে আন বৈচা আছিল। হাকিমনীৰ কোলাত এটি চল্‌বলীয়া ল'ৰা আৰু লগত এজনী ছোৱালী।

হাকিমনী ডাঙৰ হৈছিল শ্বিলঙত। তেওঁ ভৈয়ামৰ গাওঁ-ভূঁই বিশেষ দেখা নাই, চহৰ দুখন মুঠে দেখিছে। নখান্দাৰ মাছ, কেউপিনৰ চৰাই-চিৰিকতি দেখি তেওঁৰ মন আনন্দত উগুল-থুগুল। আটাই কেইগৰাকী তিৰোতাৰ মাজত নানা ৰকমৰ কথা-বতৰা লানি পাতি চলিবলৈ ধৰিলে। মাজে মাজে নাৱৰ কুন্দিত বান্ধি দিয়া হাজৰিকাৰ কুকুৰে ভুক্ ভুক্ কৰিছে। কুকুৰটো নিয়াৰ উদ্দেশ্য আছিল - অন্ততঃ হাজৰিকাই ভাবিছিল যে তেখেতে হাঁহ গুলিয়াব আৰু কুকুৰটোৱে গৈ ধৰি লৈ আহিব। নৈৰ এটি চাপৰিত নাও লগাই হাজৰিকা, পাঠক, চৌধাৰী, নায়কে চিকাৰলৈ যাবলৈ দিহা কৰিলে, মহিলা

কেইগৰাকী বালিত উঠিল। এনে সময়তে মাছ, গাখীৰ, চাউল, ঘিউ, আঞ্জা-পাচলি সকলো যাদুকৰৰ হাতৰ ইঙ্গিতত হোৱাৰ নিচিনাকৈ তাত উপস্থিত হ'ল, অৱশ্যে পাঠকসকলৰ আগৰ বন্দোবস্ত। এদিন কথা বতৰাৰ ভিতৰত হাজৰিকানী আৰু বৰাপেটাৰ মহিলা কেইগৰাকীৰ মাজত যথেষ্ট সদ্ভাৱ হ'ল। হাজৰিকানীৰ ইচ্ছা যেন ৰাতিটোও তাতে কটায়। কাৰণ অকলে কেবা মাহো ঘৰত বন্ধ হৈ থাকি আজি মুকলিত ওলাবলৈ পাই তেওঁৰ প্ৰাণটোৱে যেন পখিলাৰদৰে নাচি ফুৰিব, এনে লাগিছিল।

চিকাৰ-তিকাৰ কৰি আহি খাই-বই উঠোতে ভালেখিনি বেলি পৰিল, নাও ভাটি মুখে বুলি এৰি দিবলৈ বুলি, নাওৰীয়া সাজু হৈছে - তামোল - চালি খাই মূৰত গামোছা বান্ধিছে, হাকিমনী কিন্তু তেতিয়ালৈকে বালিৰপৰা নাৱত উঠা নাই, তেওঁ নুঠিলে সঙ্গী কেইগৰাকী উঠে কেনেকৈ? পাঠকে ঘৈণীয়েকলৈ চাই ক'লে, - "উঠা, পলম কিহৰ?" ঘৈণীয়েকে ক'লে, "হাকিমনী আই দেখু কৰে বুলি।" পাঠকে অতি উৎকণ্ঠিতভাৱে সুধিলে, -' "কি কয়?" "জোনাক ৰাতি, অলপ পলম হয় যি হব - ৰাতিৰ সাজো ইয়াতে হ'লেই হয়।" পাঠক নাৱৰপৰা জাপমাৰি নামিল, "তেনেহলে অলপ পলমে যাম দেউতা, নামক।" হাজৰিকাই কলে, "এতিয়া কি কৰিবা?" নায়কে ক'লে, - "যু-বৰ্ফুৰীয়া জোনাকত খাৰুৱা হানিব ভাল।" চৌধাৰীয়ে সুধিলে, - "কচ জানো আনিছা?" নাৱৰীয়া এটাই ক'লে, - "নাৱৰ গলিয়াৰ কাষেদি আছে।" সৰু নাও এখনিত হাজৰিকাক লৈ এওঁলোকে খাৰ খোৱা মাছ মাৰিবলৈ ওলাল আৰু হাকিমনীসকলে আগৰদৰে তামোল খোৱা আৰু কথা পতাতে ব্যস্ত থাকিল।

গধূলি যে হাজৰিকাহঁত উভতি আহে - মহিলা কেইগৰাকীৰ মুখ শুকান, হাকিমনীয়ে চুলি আজুৰি চিঙি কান্দিবলৈ ধৰিছে, তেওঁৰ ল'ৰাটো নাই। লিগিৰীজনীয়ে কাষত লৈ চাপৰিত চৈৰ তলত শুই আছিল - লিগিৰীজনী আছে, ল'ৰাটো নাই। পাঠকৰ ঘৈণীয়েকৰ ধাৰণা - চলবলীয়া ল'ৰা দেও-ভূত কিহবাই চকু দিছিল, ন'হলে ল'ৰা কলৈ যাব? পানীত পৰা বুলি চাপৰিৰ কেউপিনে পানীত নামি ঘূৰি ঘূৰি চালে হাজৰিকাৰ আদেশমতে কচেৰেও হানি চোৱা হ'ল। অকণমান ল'ৰা ক'ত থাকিল একো উমানকে পোৱা নগ'ল। কিন্তু কুকুৰটো গ'ল ক'লৈ?

ৰাতিটো বৰ অশান্তিৰে গ'ল। ৰাতি পুৱাল, কাঁচি ৰ'দ দিছে। এনেতে কুকুৰৰ ভুকনি শুনা গ'ল, আচৰিত হৈ সকলোৱে কাণ পাৰিলে, কুকুৰৰ ভুকনি সঁচা, বেছি দূৰত নহয়, নল এচপৰাৰ আঁৰত। তালৈ গৈ দেখে যে কুকুৰৰ কোলাত ল'ৰাটো শুই আছে, (মানুহ যোৱাত সাৰ পাই সি চকু মেলিছে)।

এওঁলোকৰ বুজিবলৈ বাকী নাথাকিলে যে কেতিয়াবা তৰ্কিব নোৱৰাতে ল'ৰাটো পানীত পৰিছিল।





# অৱজ্ঞা

জীৱনত নৈৰাশ্য কেতিয়া আহে কোৱা টান, যেতিয়া নিতান্ত অনাৱশ্যক তেতিয়াও আহে আৰু যেতিয়া অহা স্বাভাৱিক তেতিয়াও নাহে, যদি মানুহ কৰ্মৰত হয়। ওকালতি ব্যৱসায়ত সাময়িক নৈৰাশ্য স্বাভাৱিক কিন্তু বৰ স্বাস্থ্যপ্ৰদ, কিন্তু তেতিয়া বুজিবলৈ ধৈৰ্য্য নাথাকে। মোৰো সেয়ে হ'ল। মই হাকিম হোৱা শুনি অঙহী বঙহী সকলোৱে সন্তোষ, আগত বাটত দেখিলে মাত নলগোৱা বহুতৰে মই সম্বন্ধীয় ভাগিন, ভতিজা হলোঁ, বেপাৰী দোকানীবোৰেও মই দোকানলৈ গ'লে গামোচাৰে চকি মচি দিয়া হ'ল। চাকিত তেল সদায় নাথাকে, শলিতা পুৰি যায়। মন্ত্ৰীমহলত আপোন কোনো নথকাৰ বাবে বয়স যোৱাৰ লগে লগে অৱসৰ লবলগীয়াত পৰিলোঁ। তেতিয়া আৰু হাকিমৰ জলকণি নোহোৱা হ'ল, উকিলৰ উজ্জ্বলতা কেতিয়াবাই হেৰুৱালোঁ, বাটত আৰু কোনোৱে 'দেউতা' নোবোলে, বয়সত সৰুবোৰে কয়, "শইকীয়া কেনে আছে?" ঘৰত অনাদৰ সমানে বাঢ়িল, খৰখেদাকৈ কিবা কৰিবলৈ কলে গৃহিণীয়ে গহীনাই কয় "কিবা কাছাৰী আছে নে, ইমান যে লৰালৰি?" বয়বস্তু বিচাৰিলে কয়, "কৰ এনে মফছললৈ ওলাইছে যে সদায় এজন পিছত মানুহ লাগে!" এতিয়াহে বুজিলোঁ যে কি বিহৰ গুটি খাইছিলোঁ। এদিন হঠাৎ আমাৰ ঘৰৰপৰা প্ৰস্তাৱ আহিল যে বয়সত তীৰ্থ পৰ্য্যটন কৰা ভাল, কথাটো ভাবি চালো বেয়া নহয়। তেওঁকো সন্তুষ্ট কৰা হব, মোৰো হাত-ভৰি লৰাবৰ সুবিধা হব, নহলে দিনৰ দিনটো কাপোৰৰ হেলনীয়া চকিখনেনো মোৰ কিমান ভাৰ বহন কৰিব? পত্নী-প্ৰসাদ জীৱনৰ এটা আৱশ্যকীয় অংগ। লেঠা বেছি ঘৰত নাই। ল'ৰা দুটা খুটি খাবপৰা হৈছে, সৰু ছোৱালীজনী চৈধ্য বছৰীয়া, ক্লাচ এইটত পঢ়ে, দুদলীয়া বেণী গোঁঠে, কপালত মহাদেৱৰ তৃতীয় নয়নৰ দৰে ফোঁট আঁকে কুংকুমেৰে। কন্যা আৰু ভাৰ্য্যা সহ প্ৰয়াগ, মথুৰা, বৃন্দাবন, পাৰিলে মহাপ্ৰভুৰ পুৰী আদি চাওঁ বুলি ওলালোঁ।

বাটৰ সুখ-দুখ বহলাই কৈ কাকো আমনি কৰাৰ অভিপ্ৰায় নাই। যলৈকে গৈছোঁ আদৰ সমাদৰ টকা খৰছ কৰা অনুপাতে পোৱা যায়, গধূলি হিচাপ হ'লে বুজোঁ দিনটোত কিমান দুখীয়া হলোঁ। ভৱিষ্যৎ সম্বন্ধে মোৰ ধাৰণাটো সদায় বাষ্পাকাৰ, অতীত সম্বন্ধেও সমানে নিৰ্বিকাৰ, সেই কাৰণে তীৰ্থ-পৰ্যটনত পাপ-পুণ্যৰ হিচাপ বা পুনৰ্জন্মৰ বিভীষিকা মোৰ মনলৈ কোনো দিন অহা নাছিল। টকাৰ হিচাপ অৱশ্যে নিতৌ গধূলি কৰোঁ, কাৰণ আমাৰ জীৱন নিৰ্বাহ ৰূপ মটৰৰ সেয়েতো পেট্ৰোল, বিশেষকৈ দেশৰ বাহিৰলৈ ওলোৱা যায় যেতিয়া। সিদিনা প্ৰয়াগ সংগমত ৰাতিপুৱাতে গা-ধুই ষ্টেশনৰ ওচৰত হোটেল এটাত আশ্ৰয় লৈছোঁ, খাই-বৈ অলপ জিৰণি লোৱাৰ অভিপ্ৰায় আছিল। 'পান'ৰ (সেই দেশত

আমাৰ তামোলক পানেই বোলে) লগত জৰ্দা অলপ বেছি হৈছিল নেকি, টোপনি নাহে দেখোঁ, কপালখন ঘামে, দুই এটা হিকতিও আহে - কি কৰা যায়, মাক-জীয়েকে আন এখন বিছনাত সুপ্তি-মগন। ভাবিলোঁ ওলাই যাওঁ। চহৰখন এবাৰ বিনা 'হেণ্ডিকেপে' চাওঁ, কিন্তু চকু মেলি যদি মোক নাপাই হাকিমনীয়ে (তেওঁ সেই নামকৰণ এতিয়াও ভাল পায়) যশোধৰাৰ নিচিনাকৈ উদ্বিগ্ন হৈ উঠে! মই কানি-কাপোৰ পিন্ধি তেওঁক কলোঁ, - "তোমালোকে শোৱা, মই অলপ ফুৰি আহোঁ।" তেওঁ চকু মুদিয়ে ক'লে, - "ৰাতিও উৰহ সোপাৰ কামোৰত টোপনি নাহে, দিনত চকু লাগোঁতেই আকৌ মাতিছে, - য'লৈ যায় যাওক, সোনকালে আহিব, - আবেলি ইয়াত এখন চিনেমা চাব লাগিব, ছোৱালীজনীয়ে এই পুৰণি মূৰ্তিবোৰ চাই চাই ভাগৰিছে। তাই কয় -" তেওঁৰ চকু আকৌ জাপ গ'ল। মই লাহেকৈ দুৱাৰখন জপাই থৈ বাট ওলালোঁ। ফিটন গাড়ী এখন ভাড়া কৰি ললোঁ, তাৰ এই একানে ফেক্কা সোপা ৰব বেয়া পাওঁ। আগালে পিছলৈ যাব লাগে। গাড়ীতে উঠিয়ে ভাবিলোঁ কলৈনো যাওঁ। পুৰণি দিনৰ কথা মনত পৰিল, সেই ওকালতিৰ দিন কেইটালৈ। কলিকতাত হাৰ্ডিঞ্জ হোষ্টেলত থকা দিনত ভাবিছিলোঁ যে দেশৰ গণ্যমান্য লেখত লবলগীয়া কিবা এটা হ'ম - যি হলোঁ, দুঃখ নাই। পুৰণি চিভিল লিষ্টৰ পাত কেইজনে মেলি চাব? গাঁত খনা, খুঁটা পোতা, দুৱাৰ মেলা, একোতেতো আমাৰ নাম প্ৰস্তৰ খোদিত বা কাষ্ঠফলকতো ঠাই নাপাব, কালত সকলো মৰহি যাব। ভুবনেশ্বৰ, জগন্নাথৰ মন্দিৰ কোনে কৰিলে তাকে মানুহে নাজানে, বুদ্ধগয়াৰ মন্দিৰ বা মহেঞ্জোদাৰো, হৰপ্পাৰ কথাই নুঠে। আৰু আমাৰ এই কলিকলীয়া কৃত্ৰিম প্ৰস্তৰ-লিপি। বোকাৰ প্ৰলেপ।

এইটো কি ঘৰ - গাৰোৱানক সুধিলোঁ - এটা ডাঙৰ ঘৰ দেখি। সি অত্যন্ত সহজভাৱে ক'লে যে সেইটো হাইকোৰ্ট। কলিকতাত পঢ়া দুই এবছৰত বহুত জল্পনা-কল্পনা কৰিও হাইকোৰ্ট চোৱা নহ'ল, - ইবেলি কিয় জানো উদ্যম আহিল, নহয়, এবাৰ চাব লাগিব। আমাৰ দেশতো হাইকোৰ্ট এটা হোৱা জানোঁ, কিন্তু তালৈ গ'লেই যেন মানুহে চিনি পেলাব, এই ভয়তে যোৱা নাই, মিছা নে! ফিটনৱালাক বিদায় দিলোঁ - সি চহৰ ফুৰাই অলপ বেছি পাই-পইছা আৰু শেষত বকচিচ্ লব বুলি আশা কৰিছিল নিশ্চয়, কাজেই ৰেটটো অলপ বঢ়াই ক'লে। তাক সন্তুষ্ট কৰি ওপৰলৈ আহিলোঁ। ইমান দিন বিচাৰালয়ত কাম কৰিলোঁ, চেক্ৰেটৰীয়েটতো কেবাবছৰ কটালোঁ, তথাপি কিয় জানোঁ বুকুখন অলপ কঁপে দেখোঁ - অপৰিচিত ঠাই দেখিয়ে নেকি নে নেদেখো অনুষ্ঠান দেখিয়ে - যেন কিবা এটা ইয়াৰ ভিতৰত লুকাই আছে। দুখন এখন কোৰ্টত ভুমুকি মাৰি এটা কোৰ্ট ৰুমলৈ সোমাই গ'লো। দুজন জজ একেলগে বহি বিচাৰ কৰিছে। ফৌজদাৰী মোকৰ্দমা চলিছে। কথা-বতৰা অলপ শুনাৰ পিছত ঘটনাটোৰ আঁহ ধৰিব পাৰিলোঁ, ছোৱালী





ফুচুলিয়াই নিয়া মোকৰ্দমা। মই ভাবিলোঁ এইটো সকলো দেশতে হয়; অকল আমাৰ দেশতেই নহয়! ছোৱালীৰ বয়স-তয়স সম্বন্ধেও নানা তৰ্ক-বিতৰ্ক উঠিল। আচামী পক্ষৰ উকীলজনৰ তৰ্ক বৰ চোকা, জজে অকলে বেছি কথা কটাকটি নকৰে, শুনিয়ে আছে। মই চাই থাকোঁতে থাকোঁতে এজন জজৰ টোপনিয়েই আহিল আৰু তৰ্ক কৰা ভদ্ৰলোক ইমান দ্বিৰুক্তি, ত্ৰিৰুক্তি, চতুৰুক্তি কৰিছে যে মোৰে কবলৈ মন হৈছিল - হৈছে আৰু আপুনি বহক, ইমানতো যদি জজে বুজা নাই আৰু নুবুজে। মই বিৰক্ত হোৱাৰ পিছতো উকিলৰ তৰ্ক কমা নাই। পিছত উকিলজন যেতিয়া বহিল, শুই থকা জজ জনক ইজন জজে কিলাকুটি চুই কিবা প্ৰকাৰে জগাই দিলে। সুপ্ত সিংহহে যেন জাগি উঠিল, কিন্তু চকুত নিদ্ৰালু ভাৱ একো নেদেখিলোঁ, তেনেহলে কি নৈৰাশ্যত এনে মুহ্যমান হৈ আছিল নেকি, - ইমান ধৈৰ্য্য ধৰাও বৰ টান কথা মোৰ বোধেৰে। অত্যন্ত প্ৰাঞ্জল ভাষাত সকলো কথা বিৱৰি ৰায় এটা দিলে। দূৰৰপৰা প্ৰত্যেকটো শব্দই শুনা গৈছিল। তেখেতৰ ৰায় যেতিয়া শেষ হ'ল আদালতৰ ঘড়ীত এক বাজিল, জজ দুজন পিছ দুৱাৰেদি ওলাই গ'ল।

চৰকাৰী পক্ষৰ উকিল নিৰ্বিকল্প সমাধিৰ পৰাহে যেন সাৰ পালে, তেওঁৰ হ'লে টোপনিত চকু ৰঙা পৰিছিল, লাহেকৈ কোৱা শুনিলোঁ - "I knew it from before", অৰ্থাৎ মই আগতে জানোঁ যে এই সিদ্ধান্ত হব। তেতিয়া মোৰ সন্দেহ হ'ল, হাইকোৰ্টত মানুহে আগতে জানে নেকি কি ফল হব; নিশ্চয় নাজানে, নহলে সিপক্ষৰ উকিলজনে ইমান তালফাল কৰিছিল কিয়? কাকনো সোধোঁ. ওচৰতে উকিলৰ মহৰী লেখীয়া মানুহ এজনকে অলপ বন্ধুতা কৰি সুধিলোঁ - আছামিৰ তৰফৰ উকিলজন কোন? উত্তৰ দিলে, - "তেখেত যমুনাপ্ৰসাদ ত্ৰিবেদী, আগতে মফস্বলত 'প্ৰেকটিছ্' কৰিছিল।" - কথাবাৰত যে কি অৱজ্ঞা!

৯৫





# ৩ দিন সলনি হ'ল

পাণ্ডৱসকলে শিমলু গছত অস্ত্ৰ-শস্ত্ৰ আঁৰি থৈ অজ্ঞাতবাস কৰাৰ ফলত পুনৰ বিৰাট ৰজাৰ গৰু উদ্ধাৰৰ বাবে যেতিয়া অস্ত্ৰ সঞ্চালন কৰিবলগীয়া হৈছিল, - অৰ্থাৎ আজি গল্প লিখিবলৈ সাজু হৈ কাপ লৈ যিখিনি অসুবিধা বোধ কৰিছোঁ - কলমত যেন মামৰে ধৰিছে, মহীচুণ্ডাৰ তলত গেধাহে আছে আৰু বাহুৰপৰা হাত অৱশ হৈ আহিছে। কল্পনা স্থবিৰ, বাস্তৱতা জ্ঞান পংগু, আদৰ্শ ধোঁৱাৰ নিচিনা লক্ষ্যহীন হৈ যেন আঁতৰে আঁতৰে উৰিব ধৰিছে। যি ঘটনাকে হাতত লওঁ সেয়ে যেন কয়, - মোকনো কি বিচিত্ৰ পালা! গল্পৰবাবে প্লট লাগেনে, কোনোবা ওঠৰৰপৰা বাইশ বছৰৰ ভিতৰত ছোৱালী এজনী আৱিষ্কাৰ কৰা, অফুৰন্তভাৱে ডেকা এজনৰ বা এহালৰ লগত কথা কোৱোৱা - এজুমৰ লগত হলেও কথা নাই, আলোচনা প্ৰাসংগিক, অপ্ৰাসংগিক একো ভাবিব নেলাগে - কথা কটাকটিৰ ভীষণ যুদ্ধ অৱতাৰণা কৰা। ডেকা নায়কেও বা নায়কসকলে অনৰ্গলভাৱে কথা কব, মাজে মাজে যদি ফ্ৰয়ডৰ অৱতাৰণা কৰিবপৰা ভালেই, নহলে আৰ্থিক অনাটনৰ দোহাই দি নৈতিক ব্যৱহাৰত নিম্নতৰ স্থানলৈ নিবপৰা, একো হানি নাই। তেওঁলোকৰ মাজত মিলনতকৈ অমিলনটোৱে বেছি বাঞ্ছনীয় আৰু ৰোমাঞ্চকৰ। কাৰো অন্তৰত ব্যৰ্থতাৰ একো চেকা নেথাকে, মুকলি জগতত আকৌ মুকলি মনেৰে আহাৰ-বিহাৰ কৰিব পাৰিব। তুমি যদি ইয়াৰ পিছত কিবা নীতি আছে বুলি ভাবা বা কোৱা, তেন্তে লিখক হিছাপে পাচপৰা শাৰীৰ বুলি তোমাক ধৰি লোৱা যাব, - morality is a weakness, principle is a taboo। এই কথাষাৰ যদি তুমি আয়ত্ব কৰিবপৰা নাই, নিলিখিবা - মই কৈছোঁ। উদ্দেশ্য লৈ এতিয়া সাহিত্য লিখাৰ সময় নাই, - এটম্ বোমাৰ যুগ, এটা বিপুল ধ্বংসত মানৱ মনৰ মহান আনন্দ। তুমি যদি ফলাফল নিৰ্ধাৰণ কৰিবলৈ যোৱা, তুমি ভীষণ কৃপণ, যদি ইয়াৰ দূৰ পৰিণাম কিবা আছে বুলি ভাবা, তুমি অন্ধ নহলেও তোমাৰ দৃষ্টিশক্তি ক্ষীণ। তেনেহলে কি কৰা যায়, মনতে ভাবিছোঁ - "হাজৰিকা আছেনে ঘৰত"? - এইবুলি মাতি মোৰ বন্ধু এজন সোমাই আহিল, একেলগে শ্বিলং চেক্ৰেটৰীয়েটত কাম কৰা ভদ্ৰলোক। এতিয়া অৱসৰপ্ৰাপ্ত। মোৰ বীত-চকুযোৰ অলপ ওপৰলৈ মেলি - "অ' ফুকন দেখো, - আহক, বহক" এইবুলি কলোঁ। "কি কৰিছে, হাতত কাপ, সমুখত মৈলাম -, কিখন কৰোঁ বুলি ভাবিছে?" "ভবা নাই, ভাবিছোঁও" - মই কলোঁ। "ভবা নাই? কি কয় আপুনি, আপোনাৰ কপালৰ গাঁথি থোপা খোৱা, চকু স্থিৰ, মুখ শুকান, চুলি আউলি-জাউলি, আপুনি বিষম সমস্যাত পৰা যেন দেখিছোঁ, কিবা আচল বিপদ নে কাল্পনিক বিপদ?" "কাল্পনিক বিপদো





আছেনে?" - মই সুধিলোঁ। "কয় কি আপুনি, আমাৰ আচল বিপদতকৈ কাল্পনিক বিপদহে বেছি। আপুনি ইমান দিনে ভু-কে পোৱা নাই নে? আচল বিপদনো জীৱনত কিমান হয়? কল্পিত বিপদেই বেছি।" মই অলপ তভক্ খাই ৰোৱা দেখি তেখেতে আৰম্ভ কৰিলে - "আপুনি পাহৰিলেই নে ইমান দিনৰ অভিজ্ঞতা? আপোনাৰ তলতীয়া কৰ্মচাৰীসকলক ট্ৰেন্সফাৰ কৰিলে - কেইজনে সতকাই যাবলৈ ওলাইছিল? তেওঁলোকৰ পৰিয়ালৰ গা-নবিয়া, ল'ৰা-ছোৱালীৰ পঢ়াশুনাত অসুবিধা, চিকিৎসাৰ courseটো শেষ হোৱা নাই - এনে কিমান ৰকমৰ হেতু দৰ্শাইছিল। মোৰ নিজৰ অভিজ্ঞতাৰ ফালৰপৰা কব পাৰোঁ যে ইয়াৰ শতকৰা আশীভাগ বিপদেই কাল্পনিক। ছোৱালীৰ বিয়াৰ দিন স্থিৰ কৰিবলৈ যাওক, আপুনি পাব আহিনত বৰষুণৰ আশংকা, - মাঘত জাৰৰ ভয়, বহাগত ধুমুহাৰ আগজাননী। মানুহে যে কেতিয়া বিপদৰ আশংকা নকৰে মই ভাবি নাপাওঁ। সৰু ল'ৰা এজন ঘৰলৈ অহা নাই - মাকে স্থিৰ কৰিলে যে হয় সি মটৰৰ তলত পৰিলে, নহয় নৈৰ দাঁতিত গৰাখহনীয়াত গ'ল - আৰু তাতকৈ সৰু হ'লে সোপাধৰাই নিলে।" ভদীয়া বানৰ দৰে তেখেতৰ কথাৰ ঢল অহা দেখি আচৰিতো হলোঁ, পেটে পেটে বিৰক্তও হলোঁ। ভাবিলোঁ, এখেতু থাকিলে আৰু মোৰ গল্প লিখা নহব।

"চাহ খাব নেকি?" মই সাহেবকৈ সুধিলোঁ। "চাহ খাবলৈ আজিকালি মই প্ৰায় এৰিছোঁৱেই. তাৰ প্ৰথম কাৰণটো হ'ল, আমাৰ ঘৰত সদায় কয় - দিনটোত চাহবোৰ খাব আৰু ৰাতি হ'লে ভোক নাই, ভোক নাই কৰিব, আঞ্জা ভাতৰ সোৱাদ নাই বুলি গুদ্‌গুদাই থাকব। আৰু দ্বিতীয় কাৰণ হ'ল যে চাহপাতৰ নামত ডালিমৰ পাতৰ গুৰি নে ঔৰ পাতৰ গুৰি কি খাওঁ কবই নোৱাৰোঁ।" "তেনেহলে নাখায়?" মই সুধিলোঁ। "চাহ খোৱাটো secondary, কিন্তু আপোনাৰ সমস্যাটো কি কওকচোন। মোক খেদিবলৈহে যেন আপুনি বদ্ধপৰিকৰ". তেখেতে এইবুলি কলত মই অলপ লাজ পালোঁ। মই অলপ বিমৰ্ষ সুৰত কলোঁ যে এটা গল্প লিখিব লাগিছিল, - সম্পাদকসকলে নেৰে। "এহ্ সেইটোহে আপুনি বৰ ডাঙৰ টান কাম যেন পাইছেনে? মই অৱশ্যে গল্প নিলিখোঁ. কিন্তু বাটে পথে দেখোঁ গল্প সিঁচৰতি হৈ আছে, আপোনাৰ চকুত নপৰেনে?" "ইমান সোনকালে পৰাহেঁতেন কথাই নাছিল, যেই সেই কথাওতো লিখিব নোৱাৰি, ৰুচিৰ বাধা পৰে। কাৰণ আমি সেই যুগৰ জন্মা নহয়. এতিয়াৰ যুগৰ হ'লে অৱশ্যে সকলো কথাকে লিখিব পাৰি।" "আপুনি ভাবিছে নেকি অপযশ, অপকীৰ্তি, ব্যক্তিগত লোভ লালসা নিলিখিলে গল্প সাধু একেবাৰেই নহয়? মহাভাৰত, মহাকাব্যবোৰলৈ নাচায় কিয়? আপুনি মানুহৰ আগতে ৰূপহী গাভৰু ছোৱালী এজনীক বিবস্ত্ৰ কৰাৰ কথা লিখকচোন, মানুহে আপোনাক বেয়া বুলিব; কিন্তু মহাভাৰতত দ্ৰৌপদীৰ বস্ত্ৰহৰণ নো কি পৰ্ব - কৃষ্ণই গোপিনীসকলৰ কাপোৰ লুকাই থোৱা একা?

ৰামৰ পৰিবাৰক ৰাৱণে চুৰি কৰি নিয়া কথাটোৱে যা কি ভাল, নে পেৰিছে হেলেনক হৰণ কৰি নিয়াটোকে বৰ ভাল দেখিলে?" "সেইবোৰ সৰ্বজনবিদিত কথা, তাকে এতিয়া নিন্দা কৰিও আমাৰ লাভ নাই, - চৰ্চা কৰিলেও নতুন গল্পৰ আহিলা নাপাওঁ" - মই কলোঁ। "এতিয়া বুজিলোঁ" - তেখেতে ক'লে, "সৰু শ্ৰেণীৰ বদনাম হ'লে আপোনালোকে লিখিব পাৰে, magnum sizeৰ হলে অসুবিধা! তেনেহলে অলপতে হোৱা গণেশদাস হাস্পতালৰ সেইটো ঘটনাকে নিলিখে কিয়? মানুহেও ৰস পাব, গাভৰুসকলো সাৱধান হব, বুঢ়াবোৰো হুচিয়াৰ হব, ডেকাবোৰেও তুখি মাখি খোজ দিব।" "মোৰ দেখো কেনেবা লাগে, too recent human memory আৰু তাতে আজিকালি উপদেশমূলক গল্প লিখিলে artistic নহয়, art for art's sake'হে আজিকালিৰ আদৰ্শ পথ" - মই কলোঁ। "তেনেহলে এৰক, আপোনাৰদ্বাৰা গল্প লিখা নহয়, নামঘোষাৰ চমু টোকা এটা প্ৰকাশ কৰক, আপোনাৰ বয়সলৈ চাই সেইটোহে উপযুক্ত হব। সম্পাদকসকলে আপোনালোকে কি লিখে তালৈ নাচায়, Gazetted Rankঅৰ অফিচাৰৰ নামত কিবা থাকিলেই হয়; আগেয়ে প্ৰায়বোৰ হাকিম ছবডেপুটিয়ে লিখক আছিল। আজিকালিহে ঔৰ বীজ নুগুচা ফুকলীয়া ল'ৰাবোৰে কামত সোমাই সেইবোৰলৈ চেষ্টা নকৰি ডা-ডাঙৰীয়াৰ ঘৰে ঘৰে আৰিয়ে ছোৱালী চাই চাহ খাই ফুৰে।" "সেইবোৰ নকব, কলংক লিখা মোৰ অভ্যাস নাই।" "কলংক নহয়, আপুনি যদি মোৰ কথাষাৰৰ প্ৰমাণ বিচাৰে মই বহুত উলিয়াই দিব পাৰিম। আপুনি চাওক - স্বৰ্গীয় কালিৰাম মেধি, ভাৰত দাস, কনকলাল বৰুৱা, ৰজনীকান্ত বৰদলৈ, হেমচন্দ্ৰ গোস্বামী - এখেতসকল হাকিম ছবডেপুটি নাছিল জানো - শ্ৰীযুত ৰাধানাথ ফুকন, শৈলধৰ ৰাজখোৱা, দুৰ্গেশ্বৰ শৰ্মা - এই খ্যাতিমন্ত লিখকসকলক আপুনি কোন পৰ্যায়ৰ বুলি ভাবে?" মই হাঁহি হাঁহি কলোঁ, "আপোনাৰ উক্তিটোৰ প্ৰথমছোৱাৰ বিষয়ে মই আপত্তি তোলা নাই, দ্বিতীয়ছোৱাৰ কথাহে কৈছোঁ।" "দ্বিতীয়ছোৱাও সমানে সত্য। আপুনি তাৰ প্ৰমাণ বিচাৰি বেছিদূৰ যাব নেলাগে, মোৰ লগত ওলাওক শিলঙতে দেখুৱাই দিম - আজিকালিৰ ডেকা-ডেকেৰীসকল তেনেই modern। মই সিদিনা দেখা ঘটনা এটাকে আপোনাক কওঁ।" এইবুলি আৰম্ভ কৰিলে -

আপোনাক সিদিনাখন ওলাই আহি লগ নাপালোঁ, আমাৰ বোপাৰ মাকো মোৰ লগতে আহিছিল, - পিছত কলোঁ, ব'লা - আজি কেবাদিনৰ মূৰত বতৰ মুকলি হৈছে, বিলবঙৰ পিনে ঘূৰি আহোঁ, - ৰায়চাহাব গঙ্গাধৰ তামুলীৰ তালৈ কেবাদিনো যাবপৰা নাই, - তাতে মিছেছ তামুলীয়ে দিল্লী-তিল্লীৰপৰা চৰকাৰী যানবাহনেৰে ঘূৰি আহিছে - বহুত কিবাকিবি খা-খবৰো দিব। অৱশ্যে দ্বিতীয় কথা এটা প্ৰচ্ছন্ন আছিল। মোৰ ছাতিটো তিনি দিনমান আগতে তামুলীক দিছিলোঁ বাটত অলপ সিম্‌সিমীয়া বৰষুণ দেখি।

কিন্তু ছাতিটো ঘূৰাই পোৱা নাই। মনতে ভাবিলোঁ সেইটোও হাততকৈ লৈ আহিম। আমি দুয়ো গৈ তেখেতসকলৰ ড্ৰইংৰুমত বহিছোঁ, সুন্দৰকৈ সজোৱা তেখেতৰ ড্ৰইংৰুমটো আপুনি দেখিছেই চাগে'। আমাৰ ল'ৰাকালিতে স্কুলবিভাগৰ ডেপুটি ইন্‌স্‌পে''ৰ এজন দেখিছিলোঁ, তেতিয়াতো এতিয়াৰ নিচিনা যান-বাহন নাছিল। সেইবোৰ অৱশ্যে আপোনাক কোৱা বাহুল্য, কাৰণ মোতকৈ আপুনি বেছি নেদেখিলেও কম দেখা নাই। তেখেতে বাৰিষা হ'লে নাও এখন লৈ মফস্বললৈ ওলায়, লগত চাকৰ বান্ধনি সদায় .বন্ধা। এইটোও তেখেতৰ নিয়ম আছিল যে নাৱৰ বাৰে পানী নোপোৱালৈকে তেখেতে নাওখনত বস্তু-বাহানি বোজাই কৰিবলৈ নেৰে, কল-কচু-কোমোৰা, আম-কঠাল-লেতেকু-পনিয়ল য'ত যি পায়। কোনো কোনোৱে কৈছিল যে ধান-চাউলো গোটাইছিল। বাৰু সেইবোৰ কথা যিয়ে নহ'ক। ৰায়চাহাব তামুলী অৱশ্যে ধান-চাউল গোটোৱা বিধৰ মানুহ নাছিল, তেখেতে ড্ৰইংৰুমৰ সঁজুলিহে বিচাৰিছিল - কাৰোপৰা হৰিণৰ শিং, কাৰোপৰা গাহৰিৰ দাঁত, ভালুকৰ মূৰ, বনমহ'ৰ জঁকা - এনেকৈ যি পায়! অৱশ্যে নিন্দুকসকলে কয় যে সোণৰ বং চৰোৱা ৰূপৰ মুঠিখাৰু, বাঘৰপতা জোনবিৰি আদিও ঠায়ে ঠায়ে সংগ্ৰহ কৰিছিল। যিয়ে হওক, তেখেতৰ ড্ৰইংৰুমটো চাবলগীয়া, আৰু চোফাকেইখন বিতোপন; কোনোৱে কয় যে সেইবোৰ ঠিকাদাৰসকলে দিয়া। বাৰু এৰি দিয়ক লোকৰ কথা। - কিন্তু সেই ছোফাত বহিলে আপুনি তেনেই তললৈ বহি যাব। কিন্তু আজিকালিৰ 'ডানলোপিলো'ৰ তাৰ লগত ক'ত ৰিজনি হয়? আমি অলপ দেৰি বহাৰ পিছতে তামুলী আহিল, - মিছেছো আহিল। মিছেছৰ আকৌ 'খাতুৰা' চোলা - আপুনি খাতুৰা বা আকৌ জানে নে নাজানে, পেটৰ আধাখিনি ওলাই থাকে, সেই চোলা পিন্ধিলে, - আপুনি চিনেমালৈ গ'লে সেই চোলা দেখিব। দিল্লীৰ পিনে বোলে আজিকালি সেই চোলাহে বেছি। কুমলীয়া পেট দেখিবলৈ ভাল হয় নেকি, কিন্তু মৰিচা ধৰা ছালেৰে বুঢ়া পেট তিমান চিত্তাকৰ্ষক নহয়, তাৰ ওপৰত পাউদাৰ এক 'পোছ' থাকিলেও যেন তেন। কিবাখনহে আপোনাক কৈছোঁ। আমাক বহা দেখি তামুলীয়ে - বুজিলো মিছেছৰ ঠাইত - এখন নতুন ধৰণৰ বটা আনিলে, দিল্লীৰপৰা অনা হেনো, - এখন কাঁহী, - তাৰ ওপৰত কেইটামান stainless steelৰ বাটি - ৰূপৰ নিচিনা নিজিলিকে, কলামুখত পাউদাৰৰ লেপ দিলে যেনে দেখি তেনে প্ৰায়, - মছলাৰে সৈতে-সেইখন ঘূৰাই ঘূৰাই আমাৰ আগত ডাঙি ধৰিলে। পিছত মহীশূৰৰ চন্দন কাঠৰ ফুলকটা সৰু টিপয় এখনত আমাৰপৰা অলপ দূৰৈত থৈ দিলে। ৰায়চাহাব বৰ বুজন মানুহ দেই। তেখেতে ঠিক অনুমান কৰিলে যে বটাৰ প্ৰদৰ্শনী চাবলৈ আমি অহা নাই আৰু 'ওৱাইফ'ক ক'লে - "যোৱা, চাহ-তাহ অলপ আনিবলৈ কোৱা আৰু মিছেছ ফুকন তামোল ধঁপাত খোৱা শ্ৰেণীৰহে মহিলা যেন পাওঁ - তোমাৰ মছলা খাই তেখেতে





ভাল নাপাব।" তামুলীৰ কথাত মিছেছৰ বৰ উৎসাহ দেখা নগ'ল, তথাপি ধীৰে ধীৰে ভিতৰলৈ গ'ল। ৰায়চাহাবে আৰম্ভ কৰিলে, তেখেতে আগৰো বৰ হিচাবী মানুহ দেই আৰু পেন্সন লবৰ ন বছৰ হৈছে যদিও কথা-বতৰাত বিশেষ বাৰ্দ্ধক্যৰ লক্ষণ নাই - "আপোনাৰ ছাতিটো মোৰ ল'ৰাটোৱে দি আহিছে নে নাই - তাক সুধিব পাহৰিয়েই গলোঁ।" - মই লাহেকৈ ক'লোঁ, "দিব বাৰু, আপোনাৰ ঘৰতহে আছে, হেৰোৱাৰ ভয় নাই।" "অ' দিয়া নাই তেনেহলে" - এইবুলি অলপ অসন্তুষ্টিৰ ভাব দেখুৱালে। এনেতে তেখেতৰ ল'ৰাজন আহিল। ল'ৰাজন খেল-ধেমালি, গীত-মাত সকলোতে নিপুণ - পৰীক্ষাত কিবা কাৰণত সুবিধা কৰিব নোৱাৰে, ছেণ্ট এডমাণ্ড, ছেণ্ট এণ্টনি দুয়োটা কলেজৰ পৰাই কিমান বাহিৰৰ ল'ৰা আহি পাছ কৰে; কিন্তু বাৰীৰ ঘাঁহে আৰু গোহালিৰ গ'ৰুৱে যোৰা নোখোৱাৰ নিচিনাকৈ এই ল'ৰাজনে একেৰাহে তিনিবাৰ বি-এ পৰীক্ষা দি ফেল কৰি ইবেলি, কাশীৰ হিন্দু ইউনিভাৰছিটিৰপৰা বি-এ দি আহিছে। আপুনি দেখিছেনে নাই জানো, ল'ৰাজনে গোঁফখিনি চাঁচে ঠিক চিনেমাৰ খেলিমচাহবদৰে, চুৰিদাৰ পায়জামাও পিন্ধে, চুলি back-brush কৰে হলিউডৰ নায়কসকলৰদৰে। ধুনীয়া ল'ৰাজন। অৱশ্যে সিদিনাখন কানি-কাপোৰত লাহ-ভেহ নাছিল, কামিজ আৰু গৰম পেণ্ট পিন্ধা। দেউতাকে দেখিয়ে তেওঁক সুধিলে - "পোনাকণ নে এইটো!" তেওঁ দেউতাকৰ দৃষ্টি এৰুৱাই আনপিনে চাবলৈ চেষ্টা কৰিছিল আৰু তাৰপৰাই মাত লগালে - "হয়"। "হয় কিহৰ, দিনটো তোক ঘৰত দেখিবলৈ নাই, ক'লৈ গৈছিলি?" ল'ৰাই একো উত্তৰ দিয়া নাছিল। দেউতাকে পুনৰ সুধিলে, - "তোক যে পৰহিয়েই এখেতৰ ছাতিটো দি আহিবলৈ কৈছিলোঁ দিছিলি নে?" "এৰা, পাহৰিয়েই আছিলোঁ, দিম" বুলি ক'লে ল'ৰাটোৱে। "দিম কিহৰ হোঁ? তোক দিবলৈ কৈছিলোঁ, দি নাহিলি কিয় তেতিয়াই?" "মোৰ অইন কাম আছিল" - ল'ৰাটোৱে সুৰত দৃঢ়তা মিহলাই ক'লে। "তোৰ কামটো মোৰ কামতকৈ ডাঙৰ হ'ল নে?" দেউতাকে ক'লে। ল'ৰাই কেখোজমান পিছুৱাই আহি দুৱাৰমুখত ঠিয় দি ক'লে, - "আপোনাৰ কাম আপোনাৰ চকুত যিমান important মোৰ কামো মোৰ চকুত তিমানেই important." তামুলীয়ে তেতিয়া মনে মনে থকা হ'লেই ভাল আছিল। বোধহয় আমাৰ আগত তেখেতৰ 'পজিশ্যন' অলপ হ্ৰাস হোৱা যেন পালে আৰু ল'ৰাক ক'লে, "ডিঙি মোটা কৰি কবলৈ নাহিবি দেই মোৰ আগত। কথা এটা ক'লে নুশুনে, আকৌ তাৰে ফুটনিখন চোৱা।" "ধৈৰ্য্যৰ এটা সীমা আছে, আপুনি অলপ চণ্ডালি কথা কব। মোৰো মান-সন্মান আছে।" - পুতেকৰ ফালৰপৰা উত্তৰ আহিল। - "তই যা মোৰ আগৰপৰা, নহলে বেয়া হব"। "ময়ো তাকেই কব খুজিছিলোঁ। আৰু এবাৰ কথা ক'লে বেয়া হ'লহেঁতেন" - ল'ৰাই ক'লে। "তই ইয়াৰপৰা যাবি নে চৰ খাবি?" - দেউতাকে খঙৰ বেগত ক'লে। "ময়ো তাকেই সোধাব





খুজিছিলোঁ” - এইবুলি হাত কোঁচাই ল'ৰাজন ড্ৰইংৰুমলৈ সোমাই আহিল। আপোনাক কি ক'ম, তেতিয়া তামুলীৰ চেহেৰাখন যি হ'ল। মই কলোঁ - “ছিঃ বোপা, তোমালোকৰ যে আজিকালি বি আচাৰ-ব্যবহাৰ হৈছে!” ল'ৰাজনে মোৰ পিনে চাই ইংৰাজীতে ক'লে - “I am extremely sorry, senility আৰম্ভ হৈছে। মই কেতিয়াৰপৰাই কৈ আছোঁ আমাৰ বিহপুৰীয়া ঘৰখন এনেই খালি পৰি আছে, আপুনি তাতে যাওকগৈ আৰু, stepmother আৰু ৰোজী ইয়াতে থাকক। নাই, তেখেতে কথা নুশুনে, ইয়াতে থাকিবই। stepmotherৰ কথা সুকীয়া, তেখেতে clubলৈ যায়, হঠাৎ গাওঁলৈ গলে misfit হৈ পৰিব আৰু ৰোজী বাঢ়ি অহা ছোৱালী .........।” এনেতে মিছেছ তামুলী চাহৰ 'ফৰমাচ' দি আমাৰ আগলৈ আহিল আৰু ল'ৰাজন সাউংকৰে ওলাই গ'ল। তেখেতৰ আগত আমি আৰু এইবিষয়ে একো নুলিয়ালোঁ। তামুলী কিন্তু লাজ আৰু অপমানত ম্ৰিয়মান হ'ল। তেখেতৰ মুখৰ মাত তেনেই হৰিল। তেখেতৰ পৰিবাৰে তেখেতলৈ চাই ক'লে, - “আপোনাৰ মুখখন বগা-চিঙা পৰিছে, আজি কেদিনমান blood pressure লোৱা হোৱা নাই।” আমালৈ চাই ক'লে - “নিজৰ শৰীৰলৈ এখেতৰ মুঠে ভ্ৰুক্ষেপেই নাই। অইন চিন্তা নাই, নেলাগে কৰিব, ছোৱালী ডাঙৰ হৈ আহিল, লোকৰ দেউতাকে বিয়াৰ কথা ভাবে, আমাৰ সেইবোৰ চিন্তা নাই। ল'ৰাই বি-এ পৰীক্ষা দি ফেল কৰি আছে, বোলো তাক চেক্ৰেটৰীয়েটত সুমুৱাই দিয়ক, নহয় টেঁটাইল বা চেলটে' আদিৰে অফিচাৰ আদি কিবা এটা কৰি দিয়ক, পেঞ্চনৰ টকা কেইটাৰেনো জোৰে নে? তাতে নিজৰ স্বাস্থ্যৰো যদি অলপ যত্ন নলয়, তাৰো মুদা মৰিব দেখোঁ, - এইবোৰ কথা আমি ক'লে নুশুনে, আমি যেন সাত শতুৰুহে।” এনেতে চাহ আৰু কিবাকিবি আহিল। তামুলীয়ে ক'লে কিবা হেনো 'পকৌৰা', দিল্লীত হেনো বৰকৈ চলে। তামুলীৰ 'ষ্ট্ৰোক' হোৱা যেনেই পালোঁ। আমাৰ তেওঁ আৰু বাহিৰত চাহ-তাহ নাখায় নহয়, ঘৰত পইতা ভাতো নেৰে। মই পকৌৰা চাহ খাই তামোল এমোকোৰা মুখত ভৰাই ওলাই আহিলোঁ।

মই ফুকনক সুধিলোঁ, “আপোনাৰ গল্প শেষ নে আৰু আছে?” “গল্পতো মই আপোনাক কোৱা নাই, কাহিনীহে কৈছোঁ। শুনক, তাৰপিছত কি হ'ল। পিছদিনাখন মই ফুলনিত কিবা ফুলৰ গুৰিৰ বন উঘালি আছোঁ, তামুলীৰ সেই ল'ৰাজন আহি উপস্থিত। পেটে পেটে ভাবিলোঁ, আজি মোৰো কপালত কিবা দুৰ্ঘটনা আছে নেকি? সেইদেখি ময়েই আগতে মাত লগালোঁ, “বোপা দেখোঁ, কেলেই আহিলা ৰাতিপুৱাতে?” - ল'ৰাজনে ক'লে, “আপোনাৰ ছাতিটো লৈ আহিলোঁ।” “দুদিন পিছতে দিলাহেঁতেন, তাতনো কি কথাটো আছিল?” - মই ক'লোঁ। ল'ৰাজনৰ যোৱাৰ উদ্যম নেদেখি মই খন্তিখন তাতে থৈ ঘৰলৈ আহিলোঁ, - ল'ৰাজনো মোৰ পাছে পাছে ঘৰ সোমালে, তেওঁ

ক'লে, - "পেহীদেউক এবাৰ মাত লগাই যাওঁ।" মই আমাৰ তেওঁক মাতি আনিলোঁ। ল'ৰাজনক দেখিয়ে তেওঁৰ মুখখন অশান্তিৰ আঁউসীৰ আন্ধাৰে ঢাকি পেলালে। "বোপাটিয়ে তোমাক মাত লগাই যাব খুজিছে" - মই লাহেকৈ ক'লোঁ, "তেওঁক চাহ একাপকে দিয়া।" "নহয়, মই চাহ নেখাওঁ পেহাদেউ - মোৰ কালিৰ দুৰ্ব্যৱহাৰৰ বাবে ক্ষমা খুজিবলৈ আহিছোঁ।" "ক্ষমা আমাক কি খুজিবা, দেউতাৰাৰ ওচৰতহে খুজিব লাগে।" "নহয়, দেউতাৰ কথা নুঠে, কাৰণ He was in the wrong. - তেনেস্থলত আপোনালোকে দেখিছে, তেওঁ মোক ৰীতিমতে অপমান কৰিছে আৰু I was quite within my rights in defending myself; - কিন্তু মোৰ ভুল কোনখিনিত হ'ল জানিছে, in the presence of a lady, I ought not to have lost my temper. পেহীদেউ থকা বুলি জনাহেঁতেন, মই কেতিয়াও তেনে ব্যৱহাৰ নকৰোঁ। সেইকাৰণে মই আজি 'এপ'লজি' বিচাৰিম বুলি আহিছোঁ। পেহীদেউ মোক ক্ষমা কৰিব", এইবুলি কৈ তেওঁ ফুকননীলৈ চালে। তাতে আমাৰ এওঁৰ যেন আৰু একাচি খং চৰিলহে। মই লক্ষ্য কৰি ক'লোঁ, "বোপা নবহিলাও" - "নহয় পেহাদেউ, মই যাওঁ, বেয়া নেপাব দেই", এইবুলি কৈয়েই ল'ৰাজন ওলাই গ'ল।

আমাৰ এওঁ হতভম্ব হৈ থিয় থাকিল। "কিহে ল'ৰাৰ মাক! কি ভাবিছা?" - মই ইতিকিং কৰি ক'লোঁ। 'এনে লৰাৰ মাক হোৱাতকৈ বিহ খাই মৰাও ভাল" তেওঁ সুধীজনৰ নিচিনাকৈ ক'লে। "তেনেহলে কিমান মাক মৰিব লাগিব জানাই। চহৰত থকা শতকৰা আশী গৰাকী মাকৰ এই অৱস্থা হ'ব।" "দিনকাল বহুত সলনি হ'ল হাজৰিকা, বহুত সলনি হ'ল, আমি আৰু এতিয়া যোৱাহে ভাল।" "গল্প আৰু নিলিখোঁ; আপোনাৰপৰা যি শুনিলোঁ, এয়েই হব।" এইবুলি মোৰ কাকত-পত্ৰ সামৰি থলোঁ।

✿✿





# পানী-গছা

## (১)

আজি কেইবছৰমান আগৰ কথা। মই তেতিয়া 'ৰিভাৰ ষ্টিম নেভিগেছন' কোম্পানীৰ চাকৰি কৰোঁ। ডলাৰ বগৰিৰ দৰে নানা ঠাই ঘূৰি-পকি বা বাগৰি আহি খাৰুপেতিয়া ঘাটত থিতাপি লৈছোঁ। তাৰ্লেকে জাহাজ নোযোৱা হোৱাত কৰাইখোৱা ঘাটলৈকে বদলি কৰিলে। তাত নিৰ্জন হাবিৰ মাজ, তালৈকে মানুহক কামত পঠিওৱাৰ অৰ্থ নিৰ্জন কাৰাবাস। মোৰ কাম-কাজত অসন্তুষ্ট হৈয়ে ওপৰৱালাই মোক তালৈ পঠিওৱা বুলি কব নোৱাৰোঁ - মোৰ তালৈ যোৱাত বিশেষ আপত্তি নাছিল; দ্বিতীয় কাৰণ, মোৰ বাবে ওপৰৱালাইঁতক কওঁতা কোনো নাছিল।

যি নহওক - মই অকলে কেদিনমান কটোৱাৰ পিছত কৰাই-খোৱা ঘাটতো মানুহৰ বস্তিৰ আৰম্ভ হ'ল। বস্তিৰ অৰ্থ আম-কঠালৰ বাৰীথকা বস্তি নহয়, - বিৰিণাৰ পাতৰ বেৰৰ সৈতে কাঁহিবনৰ ছালি হলেও তেনেকুৱা ঠাইক বস্তি বোলা যায়, আৰু সঁচাকৈ বেছিভাগ ঘৰ এই শাৰীৰহে আছিল। সকলোবোৰ বাসিন্দাৰ নাম-ধাম এতিয়া পাহৰিলোঁ। গৰ্জন বুলি এজন আছিল এচকুৱা বৰপেটীয়া বেপাৰী, ৰামখেলন আছিল গৰু-গাড়ী থকা হিন্দুস্থানী মহাজন। সৰু-সুৰা দুই এদিনীয়া বিড়ীৰ দোকান, পাণ-বেপাৰী, চৰাই সলোৱা, কান-ভেৰীয়া বেপাৰী - এইবোৰৰ পৰিচয় পাহৰিছোঁ।

কৰাইখোৱা ঠাইখিনিৰ পৰিচয় অলপ দিবপৰা হলে বেয়া নাছিল - পিছত এইবোৰৰ বৰ্ণনা দেখোঁ মানুহৰ 'পছন্দ' নহয় - মই তাতে লিখাতো বৰ লেহেম - বিশেষ একো কবলৈ নাই। হাবি, চাৰিওফালে চকুৰে যিমান দূৰলৈকে মণিব পাৰি কেৱল হাবিৰ মাজেদি বহল লুইতখন বৈ গৈছে, লুইতৰ পানী যেনিয়ে বৈ গৈছে টৌ টৌ কৰে বগা। ফাগুন-চ'তমহীয়া পচোৱাত যেতিয়া লুইতৰ বুকুত টৌবোৰ ভাঙি ওপৰলৈ ছিটিকি উঠে, তেতিয়া অনুমান হয় যেন কোনোবা ৰূপহীয়ে আখৈ ওপৰলৈ ছটিয়াই উমলিহে আছে। প্ৰকৃতিৰ সুখ-দুখত মোৰ প্ৰাণৰ হঁহা-কন্দা অভ্যাস কোনো নাছিল, আজিও নাই - কাজেই কবি-সুলভ কোমলতা মোৰ ভাষাত বা বৰ্ণনাত নাপাব, মই আগতেও 'গদ্য' বা 'গাদ্যিক', আজিও ঠিক তেনে।

মই য'ত আছিলোঁ তাৰ দুমাইলমান দূৰত 'ট্ৰেভাৰ্ছ চাৰ্ভে' কৰা মানুহৰ আড্ডা। তেওঁলোকক অসম গৱৰ্ণমেণ্টে ঠিকা কামৰ বাবে আনিছিল আৰু তেওঁলোক একে ঠাইতে দুই তিনি মাহকৈ থাকি চাৰ্ভেৰ কাম কৰিছিল। সেই দলৰ নায়ক আছিল এজন

মাৰাঠি ডেকা, মিঃ খাপার্দে। মিঃ খাপার্দেৰ বয়স ত্ৰিশ-পঁয়ত্ৰিশৰ ভিতৰত। তেখেতে ভাৰতত ইঞ্জিনিয়াৰিং উপাধি লৈ বিলাতত গৈ আৰু ওপৰঞ্চি শিক্ষালাভ কৰি আহিছেল, নৌ-চার্ভে বা Marine Survey বিষয়তো তেখেতৰ অভিজ্ঞতা আছে। দুয়ো মাজে মাজে লগা লগি হওঁ। তেখেতৰ তালৈ যাবৰ মোৰ আহৰি নাই, জাহাজ-ঘাটৰ চাকৰিয়াল হলে খাটনি কিমান আপোনালোকে জানে। তেখেতে প্ৰায় আবেলি আহে, দুয়ো নানা কথা-বতৰা পাতোঁতে গধূলি হয়, কেতিয়াবা ভালেখিনি ৰাতি হয় আৰু দুই এদিন খালাচীৰ হাতত লেম দি তেখেতক আগবঢ়াই থোৱাওঁ। দর্মহাৰ ফালৰপৰা মই কেতিয়াও তেখেতক মোৰ লগ বা বন্ধু বুলি কব নোৱাৰিলোঁহেঁতেন আৰু হাকিম-হুকুম কিবা একজিকিউটিভ চাকৰি কৰাহেঁতেন, তেনে সম্বন্ধৰ দাবী কৰিলে জগৰ লগোৱা বুলি ভাবিলোঁহেঁতেন, কিন্তু তেখেতৰ অন্তৰৰ মই যিমান দূৰ পৰিচয় পাইছিলোঁ তেখেতক মোৰ বন্ধু বুলিবলৈ সম্পূর্ণ অধিকাৰ আছে।

মিঃ খাপার্দেৰ কথাত সদায় এটা artistic bend বা আর্টৰ লগত সম্বন্ধ আছিল। এদিন তেখেতে মোক সুধিলে, "শর্মাদেৱ - আমি কিহক অবলম্বন কৰি আছোঁ?" তেখেতৰ মুখৰ গুৰুগম্ভীৰ ভাব দেখি মই একো নামাতিলোঁ, কাৰণ যদি ঠিকত নপৰে, তেখেত অলপ ক্ষুন্ন হব। তেখেতে ক'লে, "truth, honesty, charity, fellow-feeling (দয়া, সত্য, সাধুতা, ভাতৃভাব)?" এটা হুমুনিয়াহ কাঢ়ি কলে - "No, hope!" (নহয়, আশা) - আশাৰ মোহত বান্ধ খাই আছোঁ। "আপুনি আশাৰ ছবি এটা দেখিছেনে - এজন নিপুণ চিত্ৰকৰৰ ছবি?" মই কলো, "কেনে?" এজনী কাণী ছোৱালীৰ ছবি। তাই এখন বীণ লৈ বজাইছে, - সঙ্গীতত মোহ গৈ, প্ৰলুব্ধ হৈ, - যে এদিন চৌদিশ সঙ্গীতত মুখৰিত হব আৰু সেই সঙ্গীত বিকম্পিত বতাহৰ সোঁতত তাইৰ দৃষ্টিশক্তি স্বর্গৰপৰা তাইৰ কাষলৈ উটি আহিব আৰু তাই এদিন চকু মেলি হাঁহি-ভৰা জগত দেখিব! হায়! কোনে জানে ইডাল তাঁৰো কোনদিন ছিগিব! আমাৰ জীৱনৰো আশা-তৰুডাল এই একে বিধৰ নহয় নে? আমি ধৰিব নোৱাৰোঁতেই কোনোবা দিন তাৰো আগ মৰহি যাব।"

এদিন তেখেতে মোক সুধিলে - "শর্মা, Love (যৌন-প্ৰীতি) সম্বন্ধে আপোনাৰ কি ধাৰণা?" মই এইবোৰ বিষয়ত নমতাকে উচিত বিবেচনা কৰোঁ। আচলতে মোৰ ধাৰণা-ফাৰণাও বৰ নাই, মাহ শেষ হলে কোম্পানীৰপৰা দর্মহাৰ টকা কেইটা পাওঁ। দিনৰ দিনটো চাকৰি কৰিব লাগে, তাকে বুজোঁ, 'ধাৰণা' কৰিবৰ সময় ক'ত? মোক নমতা দেখি তেখেতে কলে - "পানী-গছাৰ নিচিনা। পানী-গছা নিশ্চয় আপুনি বুজে। সাগৰত ঠায়ে ঠায়ে পানীৰ ডাঙৰ একোটা স্তম্ভ চন্দ্ৰৰ আকর্ষণত ওপৰলৈ উঠে। তাৰ চাৰিওপিনে খাল পৰি যায়, কেউপিনৰ পানীয়ে সেই ঠাইখিনি পূৰাবলৈ চোঁ চোঁ কৰি

বাগৰি আহে। দাঁতি-কাষৰৰ বস্তুত ভয়ঙ্কৰ আকৰ্ষণ পৰে। অলপ পিছতে পানীৰ সেই কলচী হৰ্-হৰকৈ ভাগি পৰে। খন্তেক আগতে আকাশ স্পৰ্শ কৰোঁ বুলি খোজা উচ্চাশী পানীৰ কণিকাবোৰে মৰ্মাহত হৈ কৰুণ বিননি তুলি নৈৰাশ্যৰ বীজধ্বনে বাগৰি যায়। অলপ পিছত তাৰ অস্তিত্বই লোপ পায়, সাগৰৰ বুকুৰ শূন্যতাই মাথোঁ পুৰণি স্মৃতি সোঁৱৰাই দিয়ে। মানুহৰ ভালপোৱাও তেনে, এবাৰ যাৰ কাৰণে হৃদয়ৰ দুপাৰ ভাগি আবেগৰ সোঁত বয়, দুদিন পলমে তাৰ ঠাইতে শুকান বালি। আজি য'ত অনাবিল স্বচ্ছ প্ৰেম, কালি তাত দেখা যাব স্বাৰ্থৰ পুতিগন্ধময় অভিসন্ধি। মই নকওঁ যে ই সদায় কামগন্ধদুষ্ট, কিন্তু একো একোবাৰ এই কাহিনীকে পঢ়ি বিশ্বাস হয় - ভালপোৱা কেৱল ইন্দ্ৰিয়ৰ ছলনা, কেৱল কামনাৰ পৰিতৃপ্তি। ক'তো দেখিব নিৰাশাৰ, হমুনিয়াহৰ পাষাণ-কঠিন কাৰাগাৰ, তাত আন্তৰিকতাৰ লেশ নাই, স্নেহৰ কোমলতা নাই, - কৰুণাৰ চাৱনিটি পৰ্য্যন্ত নাই।" অলপ পৰ বৈ কলে - "লোকৰ জীৱনৰ ঘটনাৰে আপোনাক উপমা দিয়াহেঁতেন, আজিয়ে ভালেখিনি কথা আপোনাক স্পষ্ট কৰি দেখুৱাব পাৰিলোঁহেঁতেন - কিন্তু সেইবোৰ এৰি মোৰ জীৱনৰ সামান্য ঘটনা এটা আপোনাক কওঁ। মই বিলাতৰপৰা আহিয়ে ডাঙৰ চাকৰি পালোঁ, মোলৈ ছোৱালী দিবলৈ ওলোৱা মানুহৰ সংখ্যা বৰ কম নহয়, কিন্তু I had my own choice. বহুবছৰ আগৰেপৰা চিনা-জনা থকা ছোৱালী এজনীক মই ভাল পাইছিলোঁ। বৰ চহকী নহলেও তেওঁৰ পিতাকৰ অৱস্থা নিতান্ত বেয়া নাছিল। আমাৰ ভিতৰত বিয়া হোৱা হলেও বাহিৰৰপৰাও কোনোৱে বেয়া বুলিব নোৱাৰিলেহেঁতেন - কিন্তু তৃতীয় পক্ষৰ ফুচুলনিত আমাৰ দুইপক্ষৰ অভিভাৱকৰ মাজত, 'প্ৰেষ্টিজ' - মান-মৰ্য্যাদা লৈ কিবা মতান্তৰ ঘটিল আৰু সি ক্ৰমে ডাঙৰ আয়তন ললে। আমাৰ বিয়া অসম্ভৱ হৈ উঠিল, ছোৱালীৰ পিতাকে মোৰ অভিভাৱকক লাজত পেলাবলৈ বুলি দুদিনত ছোৱালীক আন ঠাইত শোধালে। মই সেই বিয়াৰ বাতৰি পৰ্য্যন্ত নাপালোঁ, অ.ৰু মোৰ অভিভাৱকেও তেনেকৈয়ে পাল মাৰিলে। মই অৱশ্যে এই বিয়াত অসম্মত হব পাৰিলোঁহেঁতেন কিন্তু তাৰপৰা লাভ কি হ'ব - মোৰ মনত লগা ছোৱালীজনীক - যাক লৈ ইমান কল্পনা-জল্পনা, ইমান জোনাক ৰাতিৰ সপোন, তেওঁক জানো পাবৰ বাট আছিল? তেওঁৰ প্ৰতি তেতিয়া মোৰ চিত্তৰ যি উন্মাদনা, অন্তৰৰ যি পোৰণি, আজি শুনিলে মানুহে বলিয়া বুলিব। কিন্তু বুলিলে কি হ'ব, সেইসকলতো আছিল! এইজনা যৈণীৰ আগত সেইসকলো ব্যক্ত কৰা মানে এওঁক অপমান কৰা, তেনে কৰিবৰ অধিকাৰ মোৰ নাই। কাজেই ভাবি চাওকচোন মই কেনেভাৱে দিন নিয়াব লগীয়াত পৰিছিলোঁ - শৰীৰৰ যিসকল অনু-পৰমাণুৱে এজনাক সঙ্গী পাবলৈ উন্মুখ হৈ আছিল সেইবোৰক ক'ত কেনেভাবে লুকাই ৰাখিব পাৰোঁ? আৰু যেতিয়া অনীপ্সিত সঙ্গত সিহঁতে নীৰৱে থাকিব লগীয়াত পৰিছিল,





তেতিয়া মোৰ অন্তৰৰ অবস্থা অনুমান কৰকচোন। আৰু এবাৰ ভাবি চাওকচোন - মই যেতিয়া শুনিলোঁ যে তেখেতে গিৰিয়েকৰ মৰম পোৱা নাই, - মই কেনে অশান্তি বোধ কৰিলোঁ! মানুহে 'টেলিপেথি', মানসিক ৰোগৰ কথা কয়, - ওঃ, বৰ দুৰ্বল শৰ্মা, বৰ দুৰ্বল - মিছা। মানসিক ৰোগ মিছা। মই মনৰ, প্ৰাণৰ সকলো শক্তিৰে তেওঁৰ মঙ্গল, তেওঁৰ শান্তি কামনা কৰিছিলোঁ, কিন্তু ক'ত? তাৰ একো লক্ষণ নেদেখিলোঁ। তেওঁ গিৰিয়েকৰপৰা বেলেগে থকাৰ আঠমাহ পিচত এটা শিশু সন্তান হয়, the fool of a husband, the rascal, the scoundrel! সি (গিৰিয়েকে) তাৰ সন্তান নহয় বুলি আনৰ আগত প্ৰকাশ কৰিবলৈ ধৰিলে। আচল কথা, জুৱা খেলিবলৈ তাক শহুৰেকৰপৰা টকা লাগে। সেইকথা ছোৱালীৰ পিতাকৰ কাণত পৰিল। সেইতাকৰ টকাৰে গিৰিয়েকক নিমাত কৰিবৰ শক্তি এওঁলোকৰ নাছিল, - They silenced it all with a hammer, - তেওঁলোকৰ কোনোবাজনে ৰাতি এজাবক পোৱাতীক তালুত হাতুৰীৰে কোবাই হত্যা কৰিলে, - কেচুৱাৰ কথাই নাই। দুজনকে ৰাতিৰ ভিতৰতে নাই নুই কৰিলে। বাতৰি কাকতত পঢ়িলোঁ - বেৰতপৰা তেজৰ ছিটিকনিয়ে তেওঁলোকৰ এই নৃশংস কৰ্মৰ সাক্ষ্য দিলে। মৃতকৰ জীউ পুণ্য-ধামলৈ উৰি গ'ল। ধৰাৰ অপযশৰ ধূলি-মাকটিয়ে তেওঁক চুকি নাপায়। কিন্তু তাত গৈ কব যে মৰতত এতিয়াও তেওঁৰ বাবে এখনি শূন্য বুকু পৰি আছে!" অলপ বেলি দুয়ো নিমাত হৈ থকাৰ পিছত তেখেতে কলে - "জীৱনৰ এইবোৰেই কঠিন পৰিহাস।"

(আৱাহন, ৫ম বছৰ ১ম সংখ্যা, কাতি ১৮৫৫ শক, ৮৭-৮৯)

ঌ৫





# বিয়া-বিভ্ৰাট

দিখৌ নৈখনি সদায় বৈ যায় - এবাৰো ভুমুকি মাৰি নাচায় - পাৰত সেইজন কোন। বিশ্বস্ৰষ্টাৰ আদেশেই যেনিবা হ'ল। তথাপি এখন্তেক বৈ এৰাৰি মাত লগায়ো যাব নোৱাৰে নে, তেওঁ কোন? আজি-কালিৰ দিনৰ ডেকাৰ অন্তৰ, তাত কিমানেই বা পোৰণি-তেৰণি, কিজানি এছাটি শান্তিবাৰি ছটিয়াই গ'লেও তেওঁৰ প্ৰাণ শীতল পৰিলহেঁতেন। কোনোৱে কাৰো বেথা নুবুজে। এয়ে সৃষ্টি।

মোহিতৰ সুন্দৰ নাক, মুখ, পাতল ওঁঠ, উজ্জ্বল চকু, তেজাল নহলেও লনি শৰীৰ, দীঘল হাত, আগ কেঁকোৰা চুলি। তেওঁ বয়সত ডেকা, ভাবত গধুৰ, চলনত ধীৰ, ধিয়ানত স্থিৰ। কিহৰ ধ্যান তেওঁ বুজে। আবেলি পাতল 'পাঞ্জাবী' চোলা পিন্ধি গৈ দিখৌ নৈৰ দাঁতিতে বহে, সুহুৰিয়ায়, কুহুলিয়ায়, নিশা ভাত খাবৰ সময়ত ঘৰ চাপে। ঘৰ দিখৌ নৈৰ পাৰৰ চহৰতে, নৈৰ পাৰৰ-পৰা আধা দণ্ডৰ বাট। মোহিতে কলেজত পঢ়িছিল, অসহযোগ আন্দোলনত কলেজ এৰিছিল। তেওঁৰ সমনীয়াবোৰে পাছ-টাছ কৰাত তেওঁ অলপ মূৰ খজুৱাইছিল। অলপ অন্যমনা হোৱা দেখুৱাইছিল, অভিভাৱকৰ কথাৰ একো উত্তৰ নিদিছিল। ককায়েকৰ বকনি পালে চকু চলচলীয়া কৰে। মাকে তাকে দেখি 'বৰ বোপা'ক গালি পাৰে আৰু 'সৰু বোপা'ৰ মনোকষ্ট পাতল পৰে। পিতাকে নিজৰ চিন্তা লৈয়ে বিব্ৰত। মোহিতে একো নকৰি নকৰি একো নকৰাকে এটা ব্যৱসায় কৰি ল'লে আৰু সেই বিষয়ত তেওঁৰ অতি সোনকালে হাত আছিল।

দুটিৰাম দুখীয়াৰ ঘৰৰ ল'ৰা। বাপেক সত্ৰীয়া ভকত, মাক চেৰাবলীয়া। বাপেকে সংসাৰ যাপন কৰা দিনৰেপৰা পুলিয়ে-পোখাই সাতোটা মোহ এৰি নিষ্কাম ভকতিত মন বহুৱাই পুৰা-গধূলি সত্ৰত ভোৰ তাল কোবায়, মহাপ্ৰভুৰ প্ৰসাদ নিৰ্বিঘ্নে গ্ৰহণ কৰি তুলসীৰ মালা মেৰোৱা গলধন শকত কৰি ভগৱন্ত বস্তুক পাবৰ দিহা কৰিছে আৰু ইপিনে তেওঁৰ ডাঙৰজনী ছোৱালী বাঁৰী হৈ কোলাত কেঁচুৱা লৈ স্বামীৰ ঘৰ এৰি আহি কটনা-কাটি ভায়েক-ভনীয়েক কেইটাক আৰু পাগল মাকক পুহিবলৈ অহোপুৰুষাৰ্থ কৰিছে। দুটিৰামে কঁকালত দোমুৰীয়া গামোচাখন বান্ধিব জনা হোৱা দিনৰেপৰা নাঙলখন চোঁচোৰাই দুমুঠি ধানৰ দিহা কৰিছে; তাতে আকৌ পানীয়ে খাই, কুটে ধৰি খেতি নষ্ট কৰে। তেওঁৰ ভনীয়েক ৰূপহী অলপ ডাঙৰ হৈ তাঁতখন ধৰিব পৰা হোৱা দিনৰেপৰা দুই বাই-ভনীয়ে আলচ কৰি দুতিৰামক স্কুললৈ পঠিয়ালে। দুতিৰামে দেউতাক থাকোঁতে অলপ পঢ়ি পাহৰিছিল; ইবেলি নতুন উৎসাহেৰে আৰম্ভ কৰাত বহুত পঢ়িব পৰা হ'ল,

সৰু স্কুল শেষ কৰি ডাঙৰ স্কুল পালেগৈ - তিনি মাইল খোজ কাঢ়ি গৈ উচ্চ ইংৰাজী স্কুলত পঢ়ে। ৰাতিপুৱা কিন্তু হাল খতি নকৰে। মেট্ৰিক পৰীক্ষাৰ ফল ওলালত হেড্ মাষ্টাৰ দুতিৰামক মতাই নি ক'লে, - "দুতিৰাম, কলেজত পঢ়াৰ এতিয়া কি কৰিবি? তোৰ নিচিনা ল'ৰা ঘৰত বহি থকাও ঠিক নহব। এটা কথা ক'লে শুনিবি?" দুতিৰামে গহীনাই ক'লে, "কি?" "বাৰু যাচোন কালিলৈ তিনিবজাত আহিবি।" দুতিৰামে পিচ দিনাখন নিৰ্দিষ্ট সময়ত হেড্ মাষ্টৰৰ সেইখিনি আহি পালত এজন চকীত বহা শকত মানুহ দেখিলে। হেড্ মাষ্টৰে দুতিৰামক তেওঁক দেখুৱাই ক'লে, - "এখেতেই তোৰ খৰচ-পাতি দিব। ত'ই গুৱাহাটীৰ কলেজত পঢ়িব ঠিক কৰ।' দুতিৰামে ভদ্ৰলোকজনৰ ভৰিত পৰি অন্তৰৰ গভীৰ কৃতজ্ঞতা জনাব খুজিছিল। তেওঁ কিন্তু হাতখন আগবঢ়াই দুতিৰামৰ হাতখন চাহাবী ধৰণে মুঠি মাৰি ধৰি ক'লে, - দুতিৰামে তেওঁৰ আশ্ৰয়তে পঢ়িলে। তেওঁৰ নাম ভোগধন হাজৰিকা, 'টিলিকি' ইষ্টেটৰ মেনেজাৰ।

শিৱসাগৰত শিৱনাৰায়ণ বৰুৱাৰ বাগিছাকেখনৰ অৱস্থা তেতিয়া তেনেই বেয়া হৈ আহিছে। কিন্তু ভাল দিনতে ঘৰত যিটো ষ্টাইল সুমালে, সেইটো পৰিহাৰ কৰিব নোৱাৰি বৰ বেচি দামত তাক ৰাখিবলগীয়া হ'ল, তদুপৰি তেওঁৰ নিজৰ ল'ৰা-ছোৱালীৰ সংখ্যা বৰ সৰহ নাছিল যদিও পো-বোৱাৰীয়েকসকলৰ অনুগ্ৰহত পৰিয়াল যেনেকৈ বাঢ়িবলৈ ধৰিলে তাক দেখি তেওঁ পহিলতে আনন্দত নাচিলেও লাহে লাহে সিও এটা চিন্তাৰ কাৰণ হৈ পৰিল। কাকো কবও নোৱাৰে অথচ অনুভৱ কৰিবলৈ ধৰিলে যে ইও এটা অন্যায়। কাৰণ পোনতে নাতি-ল'ৰা দুই এজনৰ গণনি, ভাত মুখত দিয়নি আড়ম্বৰেৰে কৰিছিল, চহৰৰ ভাল ঘৰৰ প্ৰায় সকলোকে মাতি আনি খুৱাইছিল, বামুন-সজনেও দুপইছা পাইছিল; এতিয়া অলপ টান হৈ পৰিল। তদুপৰি নাতিনীয়েকসকলেও আহি যেতিয়া তেখেতৰ ঘৰত নৱ-জাত শিশুৰ কান্দোনৰ ৰোল তুলিলে তেতিয়া তেওঁ অলপ অধৈৰ্য্য হ'ল, - অৱশ্যে তেতিয়া তেওঁৰ শৰীৰো অৱশ। শ্ৰীমান লবঙ্গকুমাৰ তেওঁৰে নাতি; অতি বিলাসত উঠা, সংযমৰ চেকা নপৰা, আলসুৱা উঠন ডেকা। তেওঁ ঘৰত অতি সেও, লগৰীয়াৰ লগত মুধা ফুটা, অপৰিচিত বা অলপ পৰিচিতৰ লগত সৌজন্য আৰু অমায়িকতাত অনুপম, গাভৰু বা ছোৱালীৰ সমুখত লচপচীয়া।

ভোগধন হাজৰিকাৰ সৰু ছোৱালী অকণি, লিখে অমলপ্ৰভা। অকণি নাচে-বাগে গায়, নৈৰ বুকুত শিলগুটি দলিয়ায়; পাৰতে বালিত পৰে - ধূপ মনতে ভাবে সিপাৰ হৈ গ'ল, সেয়ে পানীত টুপুৰকৈ নুঠিল। মাকৰ একেজনী ছোৱালী আদৰৰ, আগলৈকো নাই, পাছলৈকো নাই; ৰাতি টোপনিত সাৰ পায়ো মাকে মূৰ পিহি তাহানিৰ ল'ৰালিৰ সপোন বিভোৰ চকুযুৰি মুদি ভাবে - 'ৰজাৰ ল'ৰালৈ'। কাল সাক্ষী কৰি বেৰত থকা জেঠীয়ে কয়, - 'টিক্-টিক্'। সময় হুৰ-হুৰকৈ পাৰ হৈ যাবলৈ ধৰিলে। অমলা প্ৰকৃতিৰ

মুকলি বতাহৰ তলত দিনক-দিনে ঠন ধৰি উঠিল, নতুন শোভাই অংগবোৰৰ স্থান অধিকাৰ কৰিলে। তেতিয়াহে দুতিৰামৰ লগত অকণিৰ দেখা। দুতিৰামে মনতে ভাবিছিল, ‘মই জানো এওঁক চুব পাৰোঁ?’ অকণিয়ে মনতে ভাবিছিল ‘কেনে মৰমীয়াল এওঁ!’ অকণিৰ মাকে মতামত প্ৰকাশ কৰিছিল - “দেহি ঐ! সুন্দৰ ল’ৰা, হ’ল কি হ’ল - দুখীয়াৰ ঘৰৰ; আগেয়ে কোনোবা ভাল ঘৰৰে আছিল।” হাজৰিকাই হাঁহি কয়, - “তোমাৰ মায়া লাগিল নে?” “য’ক-ঠাট্টা কৰে।” “সৰযু, তোমাক আজি-কালিও ভাল দেখিছে।” হাজৰিকানী গুচি যায়।

(২)

“তেনেহলে চোৱা সৰযু, তোমাৰ মতেই মত। ছোৱালী দিয়া-থোৱা সম্বন্ধে তুমি যি কোৱা তাকে কৰিবলৈ মই সাজু।” হাজৰিকানীয়ে ক’লে, - “মইনো কি কম, আপুনি যি কৰে সেয়ে।” “অকল মোলৈ এৰি থ’লে নহয়, তোমাৰ মত লাগে, ছোৱালীৰো কাণ চুৱাব লাগে।” “ছোৱালীকনো কেনেকৈ কব?” “তোমাক যেনেকৈ কৈছোঁ।” “আপুনিও যে এজন!” “পিছত মা-ৰা-জীয়েৰা দুয়ো শপিব পাৰা।” অলপ বৈ ক’লে, - “মোক কাকতীৰ ঘৰে কৈছে, আন কেবাজনৰ হতুৱাই কোৱাইছে, যদি চাব খোজা ল’ৰাটো মাতি পঠিয়াওঁ - তোমালোকেও এবাৰ চাই নয়ন সাৰ্থক কৰা।” “আমাৰ যেনিবা মন খালে, তেতিয়া দুতিৰামৰ কথা মুঠে ভাবিব নোখোজে নেকি?” “মই ভৱা-নভৱা তোমালোকক কোনে কৈছে? তোমালোকক এটা সুবিধা দিছোঁ, I am giving you a chance, কি কৰা চাওঁচোন।” ‘ ং, মাতি পঠিয়াওক।”

মোহিত কাকতী গগধন হাজৰিকাৰ ঘৰলৈ আহিল। লগত তেওঁৰ বন্ধু লবংগ। লবংগ নিয়মমতে মোহিতৰ বন্ধু নহয়, কিন্তু ভাবিলে ছোৱালীৰ ৰেহ-ৰূপ, গুণাগুণ চোৱাত লবংগৰ যিখিনি নাম আছে শিৱসাগৰ নগৰত আন কাৰো নাই; তদুপৰি, এইবোৰ বিষয়ত লবংগই যিমানখিনি সুচল লগাব পাৰে আন কোনোৱে নোৱাৰে বুলি জনাজাত। দিখৌৰ পাৰত মোহিতক অকলে দেখি লবংগই বহুদিন চকু পিৰিকাই হাঁহি গৈছে, “ইয়াত জোপলৈ থাকিলে একো নহয়” বুলি বহু সময়ত উপলুঙাও কৰিছে। মোহিতে বহুত সময়ত খঙত দাঁত-মুখ কামুৰি- একো উপযুক্ত উত্তৰ ভাবি পোৱা নাছিল। এদিন হঠাৎ লবংগক অকলশৰীয়াকৈ লগ পাই মোহিতে তেওঁৰ এই নিমন্ত্ৰণৰ বাতৰি ক’লে আৰু লবংগকো তেওঁৰ লগত ওলাবলৈ অনুৰোধ কৰিলে। লবংগ অতি সহজে মান্তি হ’ল আৰু সংক্ষেপতে ক’লে - “বাছকবনীয়া ছোৱালী।” মোহিতে উৎসাহেৰে সুধিলে, - “দেখিছা নেকি?” তেওঁ হাঁহি উত্তৰ দিলে, - “দেখিবাই নহয়।”





টিলিকি বাগিছাৰ অলপ নামনিত, মেনেজাৰৰ বঙলা সৰু এটি টিলাৰ ওপৰত, দিখৌ নৈখনিৰ পাৰতেই। হাজৰিকাই অফিচতে মোহিত লবংগক লগ পাই, চকীদাৰ এজন লগত দি আগবঢ়াই পঠিয়ালে; তেওঁ চাহৰ আধাপিহ-খোৱা কুঁহিপাত এটা মেলি সুঙি চাই আকৌ বোলিং টেবুলত দি ক'লে, - "মই গৈছোঁ বোপাই, অলপ আগবঢ়া, অফিচত চুপাৰিণ্টেণ্ডেণ্ট আছে।" বঙলালৈ যাওঁতে সিৰ্‌সিৰীয়া বৰষুণ, পিছল বাট, জোতাবোৰ দদম-দম কৰে গধুৰ; মোহিতৰ এনেই পাতল দেহ, ভৰি পিছলিল, পোনি পুতিবলৈ যত্ন কৰিলে, নোৱাৰিলে, অলপ ঢলিল, পৰিল ঠেকেচকৈ। লবংগই পাছলৈ চাই ক'লে, - "ছিঃ কি কৰিলাহে?" "ধেৎ, নকৰা আৰু! ঘৰলৈ যাওঁ বলা। এনে পিছল বাটো থাকেনে?" "তুমিও বেছ ল'ৰা, নৈৰ ঘাটত চোপা দিবহে জানা।"

মোহিতৰ খঙে চুলিৰ আগ পালে, - "ছিঃ অভদ্ৰ" - সামৰিলে, ই কাজিয়াৰ ঠাই নহয়। লবংগই হাঁহি অলপ গম্ভীৰ হৈ ক'লে, - "কমালখন পাছৰ পিনে খুহি লোৱা, টপিনাখন ঢাক খাওক।" মোহিতে তাকেই কৰিলে। ফুটাই ক'লে, - "ছিঃ চেলেংখন অনা হ'লে ভাল আছিল; তুমিহে কোট আনিবলৈ কলা।" "বাৰু বলা, যি হ'ল হ'ল। কোনে নো চাব?" বতাহত কমালখনে পিছৰ মানুহক হাত-বাউল দি মাতি গ'ল। মোহিত গৈয়েই জপটিয়াই বহিল; সেই বহাই বহা, আৰু নুঠিল। তাতেই হাত ধুলে, তাতেই চাহ-জলপান খালে, তাৰে পৰাই চালে বেৰে ভুমুকিয়াই চালে! ছোৱালী চোৱাত বেছি প্ৰবন্ধ নালাগিছিল - কাৰণ তেওঁলোকে গৈ পোৱাত সমুখৰ কোঠালীৰ দুৱাৰ-দলি পাৰ হৈয়ে এজনী ছোৱালীক মুগাৰ মহৰা লৈ থকা দেখিছিল; ভুমুকি মাৰি চাই অপৰিচিত মানুহ দেখি য'ৰে যঁতৰ ত'তে এৰি তেওঁ ভিতৰলৈ গুচি গ'ল। যদিও আকাৰ প্ৰকাৰ ভালকৈ নেদেখিলে, মনতে ভাবি ল'লে। সেইজনী ছোৱালী আচলতে আছিল অকণিৰ লগৰী লখিমী। দুখীয়া বুঢ়ী এজনীৰ ছোৱালী, বুঢ়ীৰ নাম হালধি। অমলা লখিমীতকৈ লনি আৰু মৰম লগা, ইমানেই। হাজৰিকা-হাজৰিকানীৰ লগত কথা-বতৰা হৈ দুয়ো বন্ধু সাজে পোহৰে বিদায় ল'লে, এনেতে বাগিছাৰ লৰী ধৰ্‌ধৰাই আহি অফিচ ঘৰৰ সমুখত ৰ'ল, দুটিৰাম জাপ মাৰি নামিল, হাজৰিকাৰ আগত ক'লে, - "পৰীক্ষা হৈ গ'ল।" "বাৰু যোৱা, জিৰোৱা গৈ, মই গৈছোঁ।" অকণিয়ে অভিমানৰ সুৰত ক'লে, - "চিঠি এখনো আগেয়ে দিব নোপোৱানে?" দুটিৰামে ক'লে, - "আগেয়ে ঘৰত সোমাওঁ বুলি ভাবিছিলোঁ, পিছত বাগিছাৰ গাড়ী পাই ইয়ালৈ পোনতে আহিলোঁ।" "আমি তোমাৰ পৰীক্ষাৰ খবৰ পোৱা নাই পোৱা নাই কৰি মৰোঁ আৰু তুমি গৈ কৰ'বাত সোমাই থাকিলা বেছ মানুহ।" মাকে মাত লগালে - "অকণি!" সুৰ যেন অলপ ৰুক্ষ।

ৰাতি দুপৰত হাজৰিকাই কাষৰ বিছনাত পোৱা হাজৰিকানীক সুধিলে, - "কিহে বৰুৱাৰ জীয়েক! জোৱায়েৰেক কেনে দেখিলা?" "কোনজন বা মই চিনিবই





নোৱাৰিলোঁ।" "বেছ ছোৱালী তুমি।" "এতিয়াও আকৌ ছোৱালীতে আছোঁ নে?" "অন্ততঃ মোৰ মনত।" "বাৰু কওকচোন কোনজন? গধূলি আপোনাক যি গহীন দেখিলোঁ মই সুধিবৰ সাহকে কৰিব নোৱাৰিলোঁ।" "বাৰু কোনজন হ'লে তুমি ভাল পোৱা?" "আপুনিও যে মানুহজন, মোৰ ভালপোৱাৰ লগত কি কথা?" "তথাপি তোমাৰ কাক মনে ধৰে?" "এ," "বাৰু কওঁ শুনা. টপিনাত এজনৰ টালি দেখিছিলা?" "যক যি পায় তাকে কয়।" "উঃ ৰাম। তুমি নেদেখিলে মই এতিয়া কি কৰোঁ? পাতল, বগা, শুৱনি লনি .......।" "নালাগে আপুনি কব, থ'ক।" "কওঁ শুনা, মোৰ ইয়ালৈ আহা।" একেটি ঘৰৰ ভিতৰতে দুটিৰাম নিশ্চিন্তভাৱে শুইছিল। তথাপি এবাৰ বাগৰ সলালে, বিছনাত শব্দ হ'ল কেৰ-কেৰ।

এই ঘটনাৰ কেইদিনমান পিছত এদিন হাজৰিকাই. ঘৈণীয়েক সৰযূক সুধিলে, - "শুনিছা সৰযূ? তোমাৰ শোধ-পোছত জোৱায়েৰাসকল সন্তুষ্ট, যাক ঘামছি বুলি ধৰিছিলোঁ, সিও গাৰ হৈ ফুট দিছে, শিৱনাৰায়ণ বৰুৱাৰ নাতিয়েকো জোৱাই পদৰ প্ৰাৰ্থী।" হাজৰিকানী মজিন্দাৰ বৰুৱাৰ ঘৰৰ ছোৱালী, আন সকলোতকৈ বংশ-মৰ্যাদালৈ তেওঁক বেছি চকু। শিৱনাৰায়ণ বৰুৱাৰ ঘৰ বৰ পুৰণি ঘৰ, সদৰ আমিনৰ ঘৰ - তেওঁলোক বাঘ-চোঙৰ বৰুৱা আছিল। আহোম ৰজাৰ ৰাজত্ব যোৱাৰ পিছতো বহুদিনলৈকে তেওঁলোকৰ প্ৰভাৱ অটুট আছিল। হাজৰিকানীয়ে এই প্ৰস্তাৱত বৰং সন্তোষ পাইছিল; কিন্তু গিৰিয়েকৰ মনৰ ভাব জোখাৰ বাবে ক'লে, - "আপুনি বা কেনে দেখে?" "কেছোঁ নহয়, তোমাৰ মতেহে মত।" "মোৰ হ'লে মত আছে।" "মোৰ নাই।" "কিয়?" অলপ অপ্ৰস্তুত হৈ হাজৰিকানীয়ে সুধিলে। হাজৰিকাই গহীনভাৱে ক'লে, - "বাইশ বছৰ আগেয়ে শিৱনাৰায়ণ বৰুৱাই মোৰ হাতৰ পৰা চাহ-পাতৰ পাচি লথিয়াই পেলাই দিছিল।" হাজৰিকানীয়ে নামাতিলে, তলমূৰ কৰি অকণি কাষেদি পাৰ হৈ গ'ল। হাজৰিকাই নিজক সংযত কৰি ক'লে - "তথাপি তোমাৰ ইচ্ছা।"

দুটিৰামৰ ঘৰত বিধৱা বায়েকে কব ধৰিলে, - "দেশৰ মানুহে ছোৱালী পায়, তোলৈহে এজনী নহয়। ত'ই বিয়া কৰাওঁ বুলি কচোন, মই এজনী চাই দিওঁ।" সৰু ভনীয়েকে কয়, - "তুমিও ভাল আকৰি দিয়া বাইদেউ, ককাইদেউৰ মত ক'ত বুজিবই পৰা নাই নে?" "সিবোৰ কথা নকবি, শতুৰুৱে হাঁহিব। আমাৰ ঘৰতনো তেওঁলোকৰ ছোৱালী কিয় দিব? ৰজাৰ ঘৰৰ ছোৱালী, তেওঁলোকৰ লেখীয়া মানুহতহে দিব।" "হৈছে দিয়া, থোৱা" দুটিৰামে ক'লে। - ৰূপহীয়ে চকুলো টুকিলে. "আই থকা হ'লে -" দুটিৰামৰো চকুলো ওলাল। দুটিৰামে শোৱা পাটীত পৰি ভাবে - 'কি হব জীৱনত? হাজৰিকাৰ নিচিনা সদাশয় মানুহ এজনৰ সহায় পাইছিলোঁ বুলিয়েই এইখিনি। পোষ্ট-গ্ৰেজুৱেট স্কলাৰশ্বিপ পালোঁৱেই বা, বাকী খৰছ কোনে দিব? অধ্যাপক ভূঞাই কয়

ষ্টেট স্কলাৰশ্বিপৰ বাবে যত্ন কৰিবলৈ। অসম্ভৱ - ৰৰমূৰীয়াসকলৰ আত্মীয়বোৰৰ মাজতে ভাগ বাটোৱাৰা হব; আমি কোন কুটা? আৰু হাজৰিকাকেই বা কিমান ধৰিম - বহুত কৰিলে। ......... অসম্ভৱ - বেচেৰীৰ গাত দোষ কি? ভাবোঁ কিয় অনৰ্থক। ঈশ্বৰে তেওঁৰ মঙ্গল কৰক, এয়েই মাত্ৰ। লবংগ ভাল নে মোহিত ভাল মোৰ বিচাৰৰ কি অধিকাৰ? সুখী নহব বুলি মই ভাবোঁ কিয়, অভিভাৱক আছে। ......... ছিঃ, মোৰ গাল ভিজে কিয়?' হুমুনিয়াহ কাঢ়ি থপৰিয়াই চায় যে গাৰুও ভিজিছে।-

(৩)

ফাগুনতে বিয়া হব - ভোগধন হাজৰিকাৰ শেষ সিদ্ধান্ত। "দৰা কাক ঠিক কৰিলে?" - তেখেতৰ ঘৈণীয়েকে সুধিলে। "যেয়ে হয়।" "সেইটো কেনে কথা?" "ঠিক কথা।" "কেনে?" "কোনেই বা বেয়া? লবংগ শিৱনাৰায়ণ বৰুৱাৰ নাতি। বংশ-মৰ্য্যাদা আছে, বয়সত ডেকা, নিষ্কৰ্মা হ'লেও ককাকৰ সম্পত্তি আছে বা আছিল, তোমাৰ মামীয়েৰাৰ ফালৰ সম্পৰ্কীয়।" "আপোনৰ ইচ্ছা নহলে নিদিব, মই জানো দিব কৈছোঁ! সিদিনা দেখোঁ বৌ-মাছ আপুনিয়ে সামৰি থব দিলে। তেওঁলোকলৈ কৈ পঠিয়াম, নালাগে আহিব।" গিৰিয়েকে ক'লে, - "বৌ-মাছ নহয় মই ৰাখিলোঁ, ছোৱালীৰ হাত চাবলৈ দিলে কেনে?" "মই এতিয়া মামীৰ হাতত ধৰিব পাৰোঁ নে?" "বাৰু, টেকেলি দিবলৈ কৈ পঠিওৱা।" "নকওঁ মই, আপুনি কব।"হাজৰিকাই সুধিলে, "কাকতিৰ ঘৰৰ কি খবৰ?" ঘৈণীয়েকে ক'লে - "কেনেকৈনো কম, আপুনি কি কৰে?" "মোৰ ডিঙিত টিপি সিহঁতে ছোৱালী নিব। জোৱাইজন কম বস্তু নহয়। তেওঁ গৈ বেজবৰুৱাক ধৰিছে। নগা কচু গ্ৰাণ্ট কিনা সাত হাজাৰ টকা এতিয়াও বেজবৰুৱাকে দিবলৈ বাকী; বেজবৰুৱাই মোহিতক অভয় দিছে যে ছোৱালী বিয়া দিয়াবই। ল'ৰাৰ ঘৰত এতিয়া বিয়া পাতিবৰ মন নাই; কিন্তু বোপায়ে নেৰে। ভাল জোৱাই!" "তেনেহলে আপুনি কি ভাবিছে?" "ভাবিছোঁ তেওঁক দিম।" "সঁচা?" "মিছা কিহৰ?" "কথা দিছে?" "কথা কিয় - দিন ধৰি দিছোঁ।" "বিশ্বাস নহয়!" "কোন দিনা হব?" হাজৰিকাই হাঁহি ক'লে, - "ভোগধনক ভয় খুৱাই ছোৱালী নিয়ে।" "তেনেহলে একো ঠিক হোৱা নাই, এয়েতো? সকলো ঠিক, দুটিৰামক মই ঝৰিয়াৰ কয়লা খনিৰপৰা আহিবলৈ মাতিছোঁ। কাকতিৰ ঘৰৰ টেকেলি আহিব, ৰাখিবা - ২৩ সোমবাৰে। যদি ইয়াৰ ভিতৰত লবংগৰ কিবা আহে - তাকো ওভোটাই নপঠিয়াবা। দুটিৰামক তুমি কিছুমান দিনৰ পৰা অনাদৰ কৰি আহিছা, সেইটো নকৰিবা। তাৰ অন্তৰৰ মোল তুমি বুজা নাই। সি কোনো দিন তোমাৰ ছোৱালী খোজা নাই; নুখুজিব - কিন্তু তাৰ অন্তৰে বিচাৰিছে।" "তেনেহলে তেওঁলৈ দিব খোজে





নেকি?” “তোমাৰ মতিচ্ছন্ন হৈছে; তুমি একো নুবুজা। মই বেচা যামনে? মোৰোতো সমাজত ঠাই আছে। ছোৱালীৰ ভাব-গতি অলপ লক্ষ্য কৰিবা। - বিয়া ফাগুনৰ ২৫ তাৰিখ বুধবাৰে।”

বিয়াৰ বেমেজালি অকণিৰ চকুত পৰিল। তেওঁৰ একো মাতবোল নাই। চহৰৰ পৰা দূৰত চাহ-বাগিছাৰ মাজত ঘৰ; পিতাকৰ চহৰলৈ অহা অভ্যাস কম। এবাৰ নে দুবাৰ তেৰোঁ সৰুতে দেউতাকৰ লগত আহিছিল, এতিয়াও দুই এগৰাকী সমনীয়াৰ নাম শুনি থাকে, লগ পাবৰ সুবিধা বিশেষ নাই। দ'ৰা বাছনিত তেওঁৰ হাত নাই; কোন কেনে সুধিবৰো মানুহ নাই, লখিমীৰ লগত সেইবোৰ কথা উলিয়াবলৈ লাজ কৰে। মাক-পিতাকক এৰি যাব লাগিব এয়েই বেজাৰ। গিৰ্‌গিৰ্‌কৈ চকুলো সৰিল। ছমাহ আগেয়ে দুটি কক্কাইটিয়ে কি কৈছিল - “ঋৰিয়াতো এনে সৰু নৈ আছে, সৰু নৈৰ পাৰত পাহাৰো আছে হেনো, তেওঁৰ হেনো বঙলাসৈ গ'লে সদায় মৌলৈ মনত পৰে। পৰোক্ষে - মোৰো পৰে। মইয়ে সৰুতে সিবেলি নৰিয়াৰ পৰা উঠি নৈৰ পাৰৰ চকীত বহোঁ, তেওঁ কাষতে কাপোৰ পাৰি ঘাঁহৰ ওপৰত বহি কিতাপ পঢ়ি থাকে, তাতে চাগে তেনেকৈ পঢ়িছে। কাষত কোন আছে?” লাজতে গাল মুখ ৰঙা পৰিল। লখিমীয়ে চুপি চুপি গৈ মাত লগালে - “কাক ধিয়ান কৰিছাহে আইদেউ?” “তোৰ মূৰ” বুলি কৈ অকণি উঠি আহিল।

সাত মাইল দূৰৰ শিৱসাগৰ চহৰখনত হাজৰিকাৰ ছোৱালীৰ বিয়াৰ টেকেলি উপলক্ষ্যে ডেকাসকলৰ মাজত তোলপাৰ লাগিল। কোনোৱে কয় - নহবৰ হ'ল, এবেটা ঘৰতে তিনিটা শোধোৱা কোনো দিনেই শুনা নাছিলোঁ।” কোনোৱে কয় - সয়ম্বৰ হব, কোনোৱে কয়, মৰামৰি হব। আইনৰ ফাইন্যালত পৰীক্ষা দিয়া বিমল বৰুৱাই কয় - “Joint tenancy পাব। কিছুমান ডেকাই লবংগক গৈ সুধিলে, “হয় নে ভাই?” লবংগই ক'লে - “কিছুদূৰ হয়। মই টেকেলি পঠিয়া বন্ধ কৰিছোঁ, ভেবাৰাম মোহিতে পঠিয়াওক - বিয়াত বহিম গৈ মই। তাক নকবি। ছোৱালী খুৱাম। তইঁত কিন্তু অচিয়াৰ।” লগৰীয়াবোৰে সুধিলে, - “এটা শুনিছনে?” দুটিৰামো আহিছে বোলে।” “থ, থ দুটিৰাম অহা। সি ভাল ল'ৰা, এইবোৰলৈ যেৰ পাতিবলৈ সি নাহে। সি আহিলেতো একো কথাই নাই, মই এৰি দিম। মোৰ জেদ হৈছে মোহিতৰ লগতহে। সাৱধান, কাকো একো নকবি।” মোহিতক দুই এজনে বুজাইছে, “তোৰ দেউতাৰৰ অমত, মাৰৰ অমত, ককায়েৰাৰো মত নাই, তই এইখন বিয়া নকৰালে নহয়?” মোহিতে কয়, - “তোমালোকক কোনে মাতিছে? এইজনী নহলে মোৰ বিয়া নহয়, গুৰে জীৱন বৰলা হৈ থাকিম।” “ককায়েৰাক বহুত কৈয়ো সন্মত কৰিব নোৱাৰিলোঁ, টেকেলি নপঠিয়ায়” - এজনে ক'লে। মোহিতে ক'লে, - “নালাগে তেওঁ পঠিয়াব।” ৰাতিপুৱাতে মোহিতে





বেজবৰুৱাৰ ঘৰত টেকেলিৰ সকলো দিহা-পোহা কৰি গৈছে। - টেকেলি নামনি অসমৰ তেলৰ ভাৰ।

দিঘৌৰ পাৰত বহি মোহিতে ভাবিছে - 'হে ভগবান, তুমি জানা মোৰ স্নেহৰ গভীৰতা। সেই সুন্দৰ মুখখনি কত সান্ত্বনাৰ ধন, কি সুন্দৰ নিপোটল গাল দুখনি। মই কিহৰ অন্যায়ক? মই অকর্ণিৰ বাবে কৰিব নোৱাৰোঁ কি? - নৈত জাপ দিব? হাঁহি মুখে। জুইত আঙুলি সুমাই দিব? অনায়াসে। জীৱিকা নির্বাহ? সাধাৰণ কথা। অন্তৰত প্রেম যেতিয়া দুপাৰ ভৰি উপচি পৰিব, তেতিয়া অসাধ্য কি? বিশ্ব-মংগল। তোমাক প্রণাম কৰোঁ। এতিয়াও টেকেলি দিয়া মানুহ নুভতিল কিয়? সেয়া বোধ হয় আহিছে? দূৰ-গ'ৰু কিনা মানুহ। ..... এইবাৰ নিশ্চয় হয়।" জাপমাৰি উঠিল, - "ঠিক হয়।" "কি অ' খোদৰ কাই, কি হ'ল?" "নকবি সোণাই।" মোহিতৰ বুকু কঁপিবলৈ ধৰিলে। "বৰ আদৰ-সাদৰ কৰিলে, ৰোহিণীক ভিতৰলৈ মাতি নি গিৰিহঁতনীয়ে বহুত কথা-বতৰা পাতিলে। আমাকো দেখুৱালে দেই। ভাল ঘৰখন পাইছু!" ৰোহিণীয়ে হাঁহি ক'লে - "সকলো ঠিক। কাৰো টেকেলি নাই, মিছাতে ভয় কৰিছিল। জোৰণ পিন্ধাওঁতা কেইগৰাকী নাৰেৰে আহিছে, পাবহি।" মোহিতৰ মন নাচি উঠিল। ৰোহিণীয়ে খোদৰ কাণে কাণে কলে - "জোৰণ পিন্ধাৰ নিদিয়া কথা নকবি।" খোদৰ মোহিতৰ সহপাঠী আছিল, এতিয়া বেজবৰুৱা স্কুলত কাম কৰে। ৰোহিণীয়ে ক'লে, - "মোহিত, তোৰ শহুৰেৰজন চেৰাবলিয়া অ', গাৰ ততেই নাই, - কিবা যেন ভাবত বিভোৰ। ছোৱালীৰ বিয়া বুলি খবৰেই নাই।" "তেখেতে মানুহেই তেনে" - মোহিতে মুঠকৈ ক'লে।

বিয়া বিয়া বুলি ডেকাসকলেহে কয়। চহৰৰ যিসকল বয়সীয়া আদহীয়া আছিল তেওঁলোকৰ অলপ সন্দেহ হ'ল, ভোগধনে অন্ততঃ এজনকো বিয়ালৈ মাতিব লাগিছিল। কাকো নমতাৰ অর্থ কি? কিছুমানে ক'লে, - "তেওঁ ছোৱালীজনী কালৈ বিয়া দিয়ে একো স্থিৰ কৰিব নোৱাৰি বৰ বিপাঙত পৰিছে।" কোনোৱে কয়, - "থৈ দিয়া সেইবোৰ, বিয়াই নহয় - ল'ৰাৰ ধেমালি।" ডেকাবোৰৰ কিন্তু বিয়া বিষয়ত সন্দেহ নাই, কিন্তু কাৰ লগত হয় সেইটোহে কথা।

সাজি পাৰি গধূলি ঢোল পেঁপাই বৰযাত্রীদল ওলাল। লবংগও ওলাল; পাটৰ চুৰিয়া, চেলেং চোলা, মুখত চেলেউ, হাতত লাঠি, ভৰিত মখমলৰ পম্প শ্বু, অবিকল একে সাজ-পাৰতে মোহিত দৰা মটৰত, কেবল তেওঁৰ মুখত চেলেউ নাই; আৰু দিনমানৰ লঘোনত চকুযোৰ অলপ তললৈ যোৱা আৰু মুখখন শুকান।

দৰা গৈ কইনা-ঘৰৰ পদূলি-মুখ পালে, - আয়তীসকলে সুৰাগ তুলিবলৈ গীত জুৰি ওলাল, তাৰ মাজত সৰহভাগেই অসমীয়া হোৱা কুলী মাইকী। সেইসময়তে হাজৰিকাই





দুটিৰামক এফলীয়াকৈ মাতি নি ক'লে, - "ছোৱানছন এতিয়াও আহি নাপালে; তেওঁ বোধকৰো গাড়ী ফেল কৰিলে - অন্ততঃ ৰাতিৰ গাড়ীত আহি পাব - তেওঁ ওঠৰ হাজাৰ টকা দিব - দহ হাজাৰ বেজবৰুৱাৰ ঘৰত শোধাবা। ৰচিদ লবা, লিখাবা - বিয়াৰ চুক্তি বন্দ। লৰি আহিবা। মই ইমান সময় অপেক্ষা কৰি ভুল কৰিছোঁ। তোমাৰ তৎপৰতাৰ ওপৰতে মোৰ লাজ-মান সৰ্ব্ব ভাৰষা। ভয় কৰিবা?" দুটিৰামে ক'লে, - "নকৰোঁ।" "বীৰসিঙক লৈ যাবা।" দুটিৰামে নুশুনিলে। "যোৱা - ভগবানে তোমাৰ" ........ হুমুনিয়াহ আহিল। ঘৰলৈ গৈ অমলাক ক'লে - "আই ত'ই নোলাবি, নাকান্দিবি, আজি দেউতাৰাৰ জীৱন মৰণৰ সমস্যা।"

দৰা আদৰত পলম হোৱা দেখি দৰাৰ লগৰ মানুহবোৰ অলপ অতিষ্ঠ হ'ল। হাজৰিকাই হাঁহিমুখে ক'লে, - "লগ্ন অলপ পলমে, সেইকাৰণে লাহে-ধীৰে ধৰিছোঁ। আপোনালোকে দুখে-ভাগৰে আহিছে, বহুকহি; বাহিৰত্তনো জিৰাব লাগেনে?" "এৰা, হয়, আহাহঁক ভিতৰলৈ যাওঁ।" তেওঁৰ লগত বেছি ভাগেই আহিল। কোনোবাই পাছৰপৰা মাত লগালে - "দৰা অকলে থাকিল নহয়।" লবংগৰ বন্ধু আনন্দই ক'লে, - "শিয়ালে নাখায় আহা।" সকলোৱে ভিতৰ সোমাই বহিল, লবংগই গৈ দৰাৰ পীৰাতে বহিল। সাধাৰণে অলপ 'হৰি ধৰি' ধৰিলে, লবংগৰ বন্ধুসকলেতো জানেই; কিন্তু আচৰিত! হাজৰিকাই অলপো বিচলিত হোৱা যেন নেদেখুৱালে। দৰাৰ লগৰ বামুণে ক'লে, - "ৰাম ৰাম - দেশত নোহোৱা কথা।" লবংগই ক'লে, "হাই নকৰিবাচোন বাপু, সমানে পাবা।" মোহিতে এই খবৰ পাই থিয়েৰে থাকিব নোৱাৰিলে - একে চোচাই ভিতৰ আহি সোমাল। সমজুৱাসকলে কন্যাৰ পিতাকক বিচাৰে। তেওঁ তাত নাই। দেড় ঘণ্টামান দোল-দোপ ধেৰেকণিৰ পিছত সাব্যস্ত হ'ল - মোহিতৰহে টেকেলি ৰখা হৈছে, তেওঁহে দৰা হব পাৰে। মোহিতৰ মুখলৈ অলপ পানী আহিল। ইতিমধ্যে দুটিৰামে বেজবৰুৱাক তেখেতৰ প্ৰাপ্য টকা পৰিশোধ কৰি ৰচিদ লৈ আহি হাজৰিকাৰ হাতত দিলে। হাজৰিকাই সুধিলে, - "সুন্দৰ লেঠা মাৰিলা?" দুটিৰামে কলে, - "হয়।" "টকা ছোৱানছনে যোগালে?" "ছোৱানছন নাহিল।" হাজৰিকা জাপ মাৰি উঠিল - "তেনেহ'লে কি কৰিলা তুমি, ৰচিদ ক'ত পালা?" "মই তেখেতৰ টকা পৰিশোধ কৰিছোঁ।" "কেনেকৈ?" "মই চেক্ দিছোঁ।" "উঃ মোক নঠগাবা, এতিয়া ধেমালিৰ সময় নহয়। তোমাৰ যদি মোৰ প্ৰতি অলপমানো .........।" "অবিশ্বাস নকৰিব, এয়া চেক বহী।" এইবুলি কৈ জেপৰপৰা চেকৰ কাউণ্টাৰ-ফইলে সৈতে উলিয়াই দিলে। আচৰিত হৈ হাজৰিকাই ক'লে, - "তুমি টকা ক'ত পালা?" "মই খনিৰ ব্যবসায়ত ঘটিছিলোঁ, আৰু আছে।" "মোক আগেয়ে নকলা কিয়?" "আপুনি দেখোন মোক একো সোধা নাছিল।" "তুমি"-আৰু একো নকলে, সাৱট মাৰি ধৰিলে।

দুতিৰামে ক'লে, - "বিয়াৰ দেখোন একো হোৱা নাই?" হাজৰিকাই কৃত্রিম খং দেখুৱাই ক'লে, - "বিয়াৰ মালিক অর্থাৎ কইনাৰ বাপেক মইহে, তোমালোকৰ ইমান চিন্তা কিয়?" দুতিৰামে অলপ লাজ পাই আঁতৰি গ'ল। হালধিক হাজৰিকাই মতাই নি পাঁচ টকা হাতত গুজি দি মনে মনে কিবা ক'লে। বুঢ়ীয়ে ভয়-ভয়কৈ ক'লে, "পাছত কিবা হ'লে দেউতা?" "তই সেইবোৰ বলকিব নালাগে, লখিমীক ভিতৰলৈ মাত।" অকণিৰ সললনি লখিমীক সাজ-পাৰ পিন্ধাই বিয়া দিয়া হ'ল। মোহিতে সুহৰি বজাই ঘৰ পালেগৈ - মনতে ভাবিলে, - 'কুকুৰ ধূলিহঁতে মোৰ লগত যেন্ধ মাৰে!' কইনা চাই এজনী বচকীয়ে ক'লে, "ভাল মানুহৰ ঘৰৰ ছোৱালীৰ নো চুলি ইমান কুট-কুৰা নে? তেলৰ যেন ভাপেই নাই।" মোহিতে মনতে ভাবিলে - হাজৰিকাৰ ঘৰৰ ষ্টাইল ভাল, চাহাবী ধৰণে ছোৱালী তুলিছে।

লখিমীৰ লগত দেখা হোৱাত মোহিত মাতিলে - 'অকণি!" এওঁ লাজ-লাজকৈ ক'লে, - "মোৰ নাম সেইটো নহয়।" "তোমাৰ নাম কি?" "লখিমী।" "লখিমী তো হবায়ে, তোমাৰ আনটো নাম অমল, নহয়?" "আইদেউৰহে সেইটো নাম।" "তেনেহলে তুমি!" - আচৰিত হৈ সুধিলে। "আমি তেওঁলোকৰ আশ্রয়তহে ডাঙৰ হৈছোঁ। কাষতে আমাৰ ঘৰ।" মোহিতে এই কথা শুনি তালুতে তক্ষকে দংশন কৰা যেন পালে। লবংগৰ আৰু তেওঁৰ সহচৰ দলৰ মুখত বিকট উপহাসৰ ভাব কল্পনা কৰি চিঞৰেৰে গগন ফটাই দিবৰ মন গ'ল। তেওঁৰ হাত অলক্ষিতে আহি লখিমীৰ ডিঙিত পৰিল; কিন্তু তাৰ পিছ মুহূর্ততে লখিমীলৈ চাই তাইৰ চলচলীয়া চকু দেখি মোহিতৰ মনত দয়া উপজিল, দূৰ কৰোঁ বুলি যোৱা নির্দয় হাতে লখিমীক ওচৰ চপাই নিলে।

প্রথম মোহ, তন্দ্রা যেতিয়া উকলি গ'ল তেতিয়া মোহিতে আকৌ দিখৌৰ দাঁতিত ফুৰিবলৈ ধৰিলে, - কাৰ যেন স্মৃতিৰ ছাঁ বিচাৰে। এদিন হঠাৎ দেখিলে, দুতিৰাম আৰু এজনী গাভৰু নৈৰ দাঁতিৰে লাহে লাহে মটৰ চলাই গৈছে। মোহিতৰ সন্দেহ নাথাকিল সেইজনা কোন, ভাবিলে এবাৰ চাই লওঁ। দুতিৰামে হঠাতে মটৰ ৰখাই ক'লে, - "কিহে কাকতী! ফুৰিবা নেকি? উঠা।" মোহিতে স্বর্গ-মর্ত বিচাৰিলে, কি কব একো ভাবি নাপালে। পিছ হহকি গ'ল। মটৰ কিছুদূৰ যোৱাৰ পিছত অমলাই ক'লে, - "আপুনিও যে।" দুতিৰামে হাঁহি ক'লে, - "কিয়নো বেয়া পোৱা, তোমাৰেই দৰা।" দুয়ো চকুৰে চকুৰে চালে।

✿ ✿





# ভৱিষ্যৎ

এজনী অনিশ্চিত ৰূপৰ গাভৰুৰ মন পাবলৈ জগতখন কিয় ইমান ব্যস্ত, মই বুজিব পৰা নাই। আজিও বুজা নাই; কিন্তু যি সত্য সি সত্যই, মই বুজিব পাৰোঁ বা নোৱাৰোঁ এই গাভৰু-গৰাকী আন কোনো নহয়, চিৰ অনায়ত্ব নিজৰ ভৱিষ্যৎ। মই ভৱিষ্যতে কি হম, কি কৰিম, কেনেজন হ'ম, ধন-জন, স্বাস্থ্যৰ অৱস্থা কি হব, ওচৰ-চুবুৰীয়াৰ ধৰা-বন্ধা হিচাবত মই কিমানদূৰ উঠিম বা পৰিম, এয়ে যেন নিত্য-নৈমিত্তিক সমস্যা - ইয়াতেই যেন মোৰ জীৱনৰ সকলো সাধনা, সকলো আশা-আকাংক্ষা, সকলো হা-হুমুনিয়াহৰ পৰিণতি! অথবা ই যেন আজন্ম উত্থিত কলৰৱ, বিবাদ-বিননি সকলো মাৰ যোৱা অস্পষ্ট আভাস আলোড়িত জীৱনৰ এটি অনুদাত্ত সুৰ।

ময়ো এই অনিশ্চিত জীৱনৰ কাল পৰিণতিলৈ অপেক্ষা কৰিয়ে জীৱনৰ হাটত অনাই-বনাই ফুৰিছিলোঁ; কিন্তু মোৰ বিশ্বাস আছিল যে, এই জীৱন হাটত বেচা-কিনা কৰোঁতে যাক যি দিবলগীয়া হৈছিল, মই নিয়ম মতেই দিছিলোঁ। কেতিয়াও মোৰ মোনাৰ তলিলৈ ৰবকৈ চোৱাৰ অভ্যাস নাছিল।

পুত্ৰৱান পিতা। ল'ৰা-ছোৱালী হ'লেই অসুখ-বিসুখ লাগি থাকেই। মোৰ ঘৰখনে এই সাধাৰণ নিয়মৰ বাহিৰত নহয়। কিন্তু যেতিয়া স্থানীয় ডাঙৰ ডাক্তৰসকলে ক'লে যে, মোৰ ল'ৰা এটাৰ চিকিৎসা তেখেতসকলৰ দ্বাৰা হোৱা সম্ভৱপৰ নহয় - অৱশেষে এই মত দিয়াৰ আগলৈকে ভালেখিনি টকা-পইচা মোৰ মোনাৰপৰা তেখেতসকলৰ বাকচলৈ বাট পাইছিল - মই ল'ৰাৰ ভাললৈ চালে ডাঙৰ চহৰ কলিকতালৈ তাৰ চিকিৎসাৰ কাৰণে নিয়া যুগুত, তেতিয়া তালুকদাৰৰ বেংকত খট্ লিখি দি দুশ টকা ধাৰলৈ বুলি লৈ কলিকতা-মুৱা হলোঁ আৰু মেডিকেল কলেজত থকা অসমীয়া ছাত্ৰকেইজনৰ নিঃস্বাৰ্থ আৰু অকৃত্ৰিম চেষ্টাৰ ফলত ৰেচিডেণ্ট ছাৰ্জনকে দুটা 'প্ৰাইভেট কল' দি, কৰ্ণেল থানাৰ্দিয়াৰ চাহাবাক ডাঙৰ এটা ফিজ দি, বিনা ভাড়াৰ ছিটত মোৰ ল'ৰাক প্ৰিন্স-অব ৱেলছ হাস্পতালত ভৰ্তি কৰাই দি উদ্বেগ ভৰা নিশ্চিন্তভাৱে কলং কেদিন জিৰণি ললোঁ।

কেদিনমান পিছত ল'ৰাৰ ওপৰত অস্ত্ৰোপচাৰ, অৰ্থাৎ অপাৰেশ্যন কৰা হ'ল আৰু চিকিৎসকসকল সিদিনা কৃতকাৰ্য্য হোৱা বুলি ক'লে - বোধহয় এই কৃতকাৰ্য্য হোৱাৰ অৰ্থ, অস্ত্ৰোপচাৰ কৰাৰ পিছতো ৰোগীৰ শ্বাস-প্ৰশ্বাস বন্ধ হোৱা নাছিল। আশা কৰামতে ৰোগীৰ তৎ নাহিল। আগেয়ে তেখেতসকলে ক'লে যে, ৰোগী বৰ দুৰ্বল, পিছত জ্বৰ





উঠাত ক'লে যে, ভিতৰত এটা সক্ৰিয় আন্দোলন বা violent reaction চলিছে, তাৰ ফলতে গাৰ তাপ বাঢ়িছে। তিমানতে ক্ষান্ত নহৈ তৃতীয় দিনত ব্যাখ্যা দিলে, ৰোগীৰ তেজ দূষিত হ'ল, ডাক্তৰী ভাষাত 'ছেপটিক' হ'ল। তাৰ কাৰণ তেখেতসকলে কয়, ৰোগীৰ ভাগ্য মন্দ। নহ'লে তেখেতসকলৰ চিকিৎসাগাৰত এনেকুৱা উপসৰ্গ হেনো শতকৰা এজন আধাজন ৰোগীৰহে হয়।

সেই কেইদিন মনত বাৰে বাৰে খেলিবলৈ ধৰিলে, "ভাগ্য মন্দ!" ভাগ্য মন্দ কাৰ? ৰোগীৰ নে মোৰ, নে আত্মীয়-পৰিজনসকলৰ? ৰোগীৰ ভাগ্য মন্দ বুলিবৰ একো নাই - অতি বেয়া হব পাৰে, মৰিব পাৰে; নৰিয়াত পৰি অসুস্থ হৈ থকাতকৈ মৰা একো বেয়া নহয় - মৰিলে অন্ততঃ নৰিয়াত পৰিব নালাগে। জীৱনত আমি নৰিয়া নিকাৰ ভুক্তিতে মৰিবলৈ ইচ্ছা কৰিছোঁ, তিমানবাৰ মৰা হ'লে মৰণৰে পিৰামিড সাজিব পাৰিলোঁহেঁতেন। ৰোগী দেখোন মৰিয়ে আছে, তাৰ সৰু বুকুখনি কঁপিবলৈ এৰিব - এইহে কথা। কাপোৰৰ তলত থকা জকজকীয়া হাড়ৰ মাজেদি দেখা যোৱা জীৱনৰ মৃদু কঁপনি নহয় নাইকিয়া হ'ল, হ'ল, তাত তাৰ পক্ষে এনে মন্দ ভাগ্য কি? সিতো কেতিয়াবাই সক্ৰিয় জগতৰপৰা মেলানি লৈছে! এতিয়া নহয় নতুন উদ্যমেৰে নতুন এখনি জগত পাব, যদি পায়। তাত ভাগ্যক দূষিবৰ কি আছে? মোৰ আত্মীয়-পৰিজনে মৰ্মান্তিক আঘাত পাব, সঁচা কথা; কিন্তু আঘাত নোপোৱাকৈ কাৰ জীৱন চলিছে? যন্ত্ৰ তাড়নাত বাদ্য উঠে, তাতে লয়, তাতে মান - তাতে জীৱনৰ নৃত্য ভংগিমা লুকাই থাকে। "তাড্যমানা বিতন্ত্ৰী ইব" অৰ্থাৎ তাড়নাত লয়, মান আদি হেৰালেহে মূৰ্চ্ছনাৰ স্খলন হয়, বাদ্যই তেতিয়া গোলমাল আখ্যা পায়। তেনে সহজভাৱে এই আগন্তুক মৰ্মন্তুদ বাতৰি যদি মোৰ পৰিবাৰবৰ্গই গ্ৰহণ কৰিব পাৰে, তেনেহলে তেওঁলোকৰ ভাগ্যক একো দূষিবলগীয়া নহয়। মোৰ পক্ষে কি? এখন সুখৰ সৰগ ভাঙি পৰিব, অন্তৰত চিতাৰ জুই জ্বলিব, হৃদি আকাশ বিষাদৰ চকুলোৱে ঢাকি পেলাব - মোৰ পক্ষে পুত্ৰৰ জীৱন-মৰণ যেন স্বৰ্গ-মৰ্ত্যৰ প্ৰভেদ।

এনেবোৰ আন্তৰিক চাঞ্চল্য কাৰ্য্য-তৎপৰতাৰ ভাওৰে ঢাকি ৰাখি নিতৌ হাস্পতাললৈ অহা-যোৱা কৰিছোঁ। ইংৰাজী জনাৰ দুৰ্ভাগ্য। ছাত্ৰসকলৰ ৰোগীৰ সংকটজনক অৱস্থা সম্বন্ধে নানা কথা বিনা আপত্তিতে সহ্য কৰিছোঁ - ছোৱালীক দন্দুৰী শাহুৱেকৰ 'জিম্মাত' থৈ বাপেক-মাকে নিতৌ পিণ্ড খোৱাৰদৰে অনাবিলভাৱে এওঁলোকৰ সঁচা-মিছা নানা 'থিওৰি', নানা ৰিডিং বা ভৱিষ্যতৰ ইংগিত সহ্য কৰি চলিছোঁ। কেতিয়াবা এই অধ্যায়ৰ অৱসান হব। যেনেকৈয়ে হওক, এই বিশ্বাসেই সময়ত মোৰ ধৰণী। দুপৰীয়া গধূলি দুবেলা যাওঁ। ৰাতিপুৱাও পাৰিলে দূৰে দূৰে এবাৰ পাক মাৰি আহোঁ - ঠাৰে-চিঞৰে বাছাৰ অৱস্থা বুজিবলৈ চেষ্টা কৰোঁ - যমে মানুহে টনা-টনি।





বিচিত্র নগৰ কলিকতা। ৰাজধানীৰ অট্টালিকা বা ধনীসকলৰ বিলাস-বৈভৱ বৰ্ণাবৰ মোৰ আহৰি নাই। সেই বোৰলৈ চকু দিবলৈকো মই সময় পোৱা নাছিলোঁ। মোৰ মূৰত একেটা চিন্তা, অন্তৰত একে কুৰা জুই। কিন্তু যি ঠাইত মই নিতৌ আহি ট্ৰামত উঠোঁ, সেই ঠাইত্ব এদিন দেখিলোঁ, একজন কেটেৰ-ক'লা, ধুম নঙঠা মানুহ বাটৰ কাষত বহি আছে। তাৰ আকৃতি আৰু অনাবৃত অৱস্থাই যদিও মোৰ দৃষ্টি আকৰ্ষণ কৰিছিল, তথাপি বলীয়া-বহুল কলিকতাৰ পক্ষে ই একো নতুন দৃশ্য নহয় বুলি ভাবি মই হাস্পতাললৈ আন দিনৰ দৰে গুচি গ'লোঁ। সিদিনা ৰোগীৰ অৱস্থা ভাল যেন দেখিলোঁ; তথাপি চিকিৎসকসকলে ক'লে যে, সি বিপদ দ্ৰাঘিমা পাৰ হোৱা নাই। তাতেই সন্তুষ্ট থাকিলোঁ। আশা-নিৰাশাৰ দ্বন্দ্বত ৰাতি কিন্তু মোৰ টোপনি নহ'ল।

পিছদিনাখন ৰাতিপুৱাতে উঠি আলেঙে আলেঙে এবাৰ ল'ৰাৰ অৱস্থা চাই আহোঁগৈ বুলি আগৰদৰেই ট্ৰাম-লাইনৰ কাষলৈ গলোঁ। সিদিনাও আগদিনৰ ক'লা মানুহজন। সিদিনা অৱস্থাৰ পৰিবৰ্তন দেখিলোঁ এই যে, বহুত মানুহে তাক আগুৰি ধৰি আছে, অৱশ্যে সিদিনাও তাৰ গাত কানি-কাপোৰ একো নাই। কিন্তু নগ্নতাৰ বাবে তাৰ কোনো লাজ সঙ্কোচ অথবা আজি-কালিৰ পছিমীয়া জগতৰ ভব্যতাৰ নিদৰ্শন বিবস্ত্ৰৰ গৌৰৱো তাৰ নাই। কোনোৱে তাৰ ভৰিৰ ওচৰত দুই-চাৰিটা বিড়ী যাচিছে, কোনোৱে ভৰিত ধৰি সেই আঙুলিকেইটা মচিছে আৰু দুই চাৰিজনে দূৰৰপৰাই মূৰে কপালে হাত থৈ ভক্তি আপ্লুত আশা-বিহ্বল দৃষ্টিত মানুহজনলৈ চাই আছে। অৱস্থাৰ এনে পৰিবৰ্তন দেখি মই আচৰিত হলোঁ। মনতে ভাবিলোঁ যে, ময়ে বলীয়া হলোঁ নে এই মানুহবোৰ পগলাৰ পূজক হৈ বলীয়া হ'ল? যিসকল মানুহ কেউপিনে এই নঙঠা মানুহজনক আগুৰি আছে, প্ৰায়বোৰ দুখীয়া শ্ৰেণীৰ মানুহ; অৱশ্যে ভদ্ৰবেশধাৰী সোণৰ বুটাম লোৱা মানুহ দুই এজনও আছে। মোৰ ওচৰতে যাওঁ-নেযাওঁকৈ কাষতে বৈ থকা ভদ্ৰলোক এজনক সুধিলোঁ, - "ইয়াত কি হৈছে ডাঙৰীয়া? সেই মানুহজন কোন, বলীয়া নহয়নে?" মানুহজনে মোক পুতৌ কৰা সুৰত ক'লে যে, এই মানুহজন বলীয়া নহয়, তেওঁৰ কিবা-কিবি গুণ আছে। মই সুধিলোঁ যে কি গুণ আছে? তেওঁ ক'লে যে, দুই চাৰিটা কথা কব পাৰে। - মই সুধিলোঁ, - "কি সম্বন্ধে?" তেওঁ ক'লে, - "মানুহৰ ভৱিষ্যৎ সম্বন্ধে"। মই ভাবিলোঁ, তেনেহলে ইমানবোৰ মানুহে ভৱিষ্যতৰ সিদ্ধান্ত লবলৈকে বোধহয় এই মহাপুৰুষ, মোৰ বিশ্বাসত বলীয়াজনৰ কাষ চাপিছে। মই প্ৰায় অনিচ্ছাবশতঃ সুধিলোঁ, - "মানুহবোৰে কিহৰ ভৱিষ্যৎ সংকেত জানিব খুজিছে?" মোক ইমান বেলিয়ে কথাৰ উত্তৰ দিয়া মানুহজনৰ ধৈৰ্য্যচ্যুতি হ'ল। তেওঁ প্ৰায় ধমকনিৰ ধৰণত মোক ক'লে, - "কি মানুহৰ কি আৱশ্যক কেনেকৈ কম? নৰিয়াপাৰি ইত্যাদি, আৰু কি হব!" ইমান পৰে যি দুৰ্বলতাই মোক পাৰিবপৰা নাছিল, এতিয়া জানো সি





ক'ৰপৰা গা কৰি উঠিল! ল'ৰাৰ ভৱিষ্যৎ, ল'ৰাৰ জীৱন-মৰণৰ সমাধান ইয়াতেই নলওঁ কিয়, এইবুলি ভাবি সেই উলংগ কৃষ্ণকায় মানুহজনৰ কাষ চাপি গ'লোঁ।

মানুহজনক এবাৰ ভালকৈ চাই ললোঁ। সংসাৰ সাগৰত নাও ডুবি সাঁতুৰি-নাদুৰি পাৰ বিচাৰি কাতৰ হৈ যেন ঢৌৰ হেন্দোলনিত কিবাকৈ বিৱস্ত্ৰ অৱস্থাত পাৰত আফল খাই পৰিছে আৰু এতিয়াহে তাৰ চেহেৰা দেখি মোৰ তেনে বিশ্বাস হ'ল। তাৰ কপালত দিব্য-জ্যোতি বা চকুত অক্ষয়কালৰ সমাচাৰ-দীপ্ত প্ৰভাৱ একো দেখিবলৈ নাপালোঁ। ভৱিষ্যতৰ বাতৰি ই নো কেনেকৈ দিব, মোৰ মনত এনে এটা সন্দেহ জন্মিল; কিন্তু মানুহৰ জনতা হেঁচি সকলোৰে চক্ষুৰ্লোভনীয় পুৰুষজনৰ সন্মুখীন হৈছোঁ যেতিয়া, কিবা এটা নুসুধিলেও নচলে। ভাবিলোঁ - কি সোধোঁ? আকৌ তাৰ চকুলৈ চালোঁ। তাৰ ভিতৰৰ মানুহজনো যেন মোৰেই দৰে সন্ত্ৰস্ত, মোৰেই দৰে বিচলিত! কিন্তু মানুহৰ, জনতাৰ হেঁচাত পৰি কিবা নহয় কিবা এটা কৰবলৈ সি বাধ্য হৈছে। মানুহৰ প্ৰকৃতিত যেন সি কিবা এটা বিষাক্ত ৰাগীৰ সংকেত পাইছে - মানুহে মানুহক পাগল কৰিবলৈ বিচাৰে; সি যদি পাগল নহওঁ বুলি কয়, তাক কোবাই মাৰে। এনে এটা বিশ্বাসতেই যেন সি আজি ভৱিষ্যৎবক্তাৰ ঠাই পূৰাব লগা হৈছে। সি বাৰে বাৰে তলৰ ওঁঠখন টানি নি নাকৰ কাষত লগাইছে আৰু এৰি দিছে, কেতিয়াবা থুৱাইছে, কেতিয়াবা চকু মুদিছে আৰু ভাব-বিহ্বল দৰ্শকসকলে তাৰ প্ৰত্যেক ক্ষুদ্ৰ অপকৰ্মবোৰতে কিবা এটা মহত্বৰ আভাস পাইছে। মোৰ বুকুত সন্দেহৰ কঁপনি তেতিয়াও মৰা নাই যে, মই পাগল নে এই মানুহবোৰ পাগল - নে অস্পষ্ট অদৃষ্ট সম্বন্ধে সত্যৰ আলোক বিচাৰিয়ে মানুহবোৰে এই দুৰ্বলতা দেখুৱাইছে? মই সুধিবলৈ প্ৰশ্ন পোৱা নাই। আন কোনোবাই যেন মোৰ হকে সুধিলে, - "এওঁৰ কি হব?" উলংগ মানুহজনে কেবাৰমান আগৰদৰে ওঁঠ টনা-টনিকৈ থাকি শেষত অত্যন্ত স্পষ্টভাৱে ক'লে, - "মৰিব।" মোৰ বুকুখন চিৰিং কৰি উঠিল। মোৰ মনৰ ভাব কেনেকৈ জানিলে? তেনেহলে মোৰ ল'ৰা আৰু ভাল নহয়? যাঃ! গ'ল যেতিয়া গ'ল, স্পষ্টকৈয়ে সুধি লওঁ। সুধিলোঁ, - "কোন মৰিব?" অলপ বিবুদ্ধি হোৱা যেন দেখুৱাই সেই মানুহজনে ক'লে, - "তুমি।" মই মনতে ভাবিলোঁ, ৰক্ষা! বহুত ভাব্যকাৰে লগে লগে মোক ফুচুলিয়ালে, - "সোধকচোন সোধক, কেতিয়া।" মোৰ নিজে মৰাত সেই সময়ত বিশেষ আপত্তি নহ'লহেঁতেন। এতেকে অলপ ডাঙৰকৈয়ে ক'লোঁ, - "আপোনালোকৰ কাবোবাৰ আৱশ্যক থাকিলে সোধক।" মোৰ উত্তৰলৈ অপেক্ষা নকৰিয়ে এজনে আৰোপিত ভৱিষ্যৎ-বক্তাজনক আসুৰিক হৰ্ষত সুধিলে, "কি হৈ মৰিব?" ভৱিষ্যৎ-বক্তাই ভৰিৰ কাষৰ বিড়ী এটা তুলি লৈ কাৰোপিনে নোচোৱাকৈয়ে ক'লে, - "শ্বাস বন্ধ হৈ।" ডাঙৰ প্ৰশ্ন এটাৰ সমাধান হ'ল - মই মৰিবৰ সময়ত উশাহ পাহৰি মৰিম! জুম ঠেলি বাহিৰ ওলোৱাত দেখিলোঁ - মোৰ চেলেঙখন

গাৰপৰা কোনোবাই নিলে। "সৰ্বনাশে সমুৎপন্নে অৰ্দ্ধং ত্যজতি পণ্ডিতঃ" বুলি নিজকে প্ৰবোধ দি হাস্পতালমুৱা হলোঁ। মনটো অলপ পাতল পাতল লাগিল। এয়ে ভৱিতব্যতা, এয়ে মানুহৰ বিশ্বাস, ইয়াকেকে ইমান জনতা।

মই হাস্পতালৰ মোৰ ল'ৰা থকা কোঠালিৰ পিৰালি পাওঁতে নৌ-পাওঁতেই নাৰ্ছ গৰাকীয়ে আহি হাঁহি ক'লে, - "তোমাৰ ল'ৰাই কথা কৈছে, আৰু একো ভয় নাই। তাৰ এতিয়া টোপনি আহিছে, অলপ শোৱক। আবেলি আহিলে কথা পাতিব পাৰিবা।" মই এনে সুন্দৰ ভৱিষ্যৎ আশা কৰি যোৱা নাছিলোঁ।

কথাৰে পৰিচাৰিকাজনীক একো কৃতজ্ঞতা জনাব নোৱাৰিলোঁ। মোৰ চকু দুটি হঠাতে আনন্দৰ ঢলত চলচলীয়া হৈ উঠিল।

(১১ শ বছৰ - ৮ম সংখ্যা আৱাহন)

✿✿





# জুলেখা

মৰু-তৃষ্ণাৰদৰে জীৱনৰ কিমান উৎকট তৃষ্ণা লালসা কাৰ উদ্দেশ্যে কেতিয়া দপকৈ জ্বলি উঠে আৰু কেতিয়া অলক্ষিতে মাৰ যায়, ধৰা বৰ টান। তথাপি বাহ্যিকত এটা সৌম্য সংযমৰ ভাব লৈ কাল অতিবাহিত কৰোঁ, - এয়ে আমাৰ শিষ্টাচাৰ। প্ৰদীপ দুৱৰা এজন তেনে শিষ্টাচাৰী সুশীল ডেকা। ব্যৱসায় তেওঁৰ ওকালতি - পঢ়া-শুনা, সমাজনীতি আদি চৰ্চাও আন দুই এটা সুগুণ বা দুৰ্গুণ তেওঁৰ প্ৰকৃত আছে। ব্যৱসায়ে অলপ মোৰ বোলাৰ লগে লগে বাহিৰা পঢ়া-শুনা পাৰ্যমানে কমাই নি তাৰ ঠাইত 'মোৰ জনা আছে' ভাবৰ অনুশীলন কৰিছে। এই ভাবটো সুপৰিচিত বৰ ভাল দেখি। সেই যে কোনোবা কেঁচা ব্যৱসায়ীয়ে বিদিনা 'তাভ সংশয় নাই' বুলি কৈয়া তাটো কিনিলে সি জানোচা, এই তাটোৰ জ্ঞানৰ অভিব্যক্তিত কিমান সুখ হৈছিল আৰু তাৰ ভুল নভঙালেকে এই অন্ধ বিশ্বাসতে তাৰ মনত জানো কিমান আনন্দ আছিল। দেখিছোঁ কিমান উকীলে মোকৰ্দমা সংক্ৰান্ত কথাৰে নামমাত্ৰ মন দি নিজৰ পাওনাখিনি কথা-ক্ৰান্তি হিচাপ কৰি গণি লয় আৰু মোকৰ্দমা চলি চলি নিৰন্ত হোৱাৰ পিছতহে ভাবিবলৈ আহৰি পায় যে তেওঁৰ 'মক্কেল'ৰ মোকৰ্দমা কি আছিল আৰু কিমানখিনিত ব'ল গৈ। শেষত তেওঁলোকৰ ভ্ৰান্ত চেষ্টাৰ দ্বাৰা একো নোহোৱা দেখিলে মনক প্ৰবোধ দিয়া শুনিছোঁ - এটা divine dispensation বা ভগৱানৰ ন্যায় বিচাৰ বুলিতো বহু আছে, আমি জানিবা অপথেদি চলিলোঁ, ভগবান নিশ্চয় উদাসীন হৈ থাকে। প্ৰদীপ দুৱৰাবো যদি কৰ্ত্তব্যতৎপৰতাৰ বাবে এনে দুই এটা ভ্ৰান্তি বা ত্ৰুটি আছিল, আমি তাৰ ভু নাপাওঁ। সকলোৱে জানিছিল যে তেওঁ এজন ভাল উকীল আৰু বোলাবো সেই অনুপাতে চলিছিল। খোজনীয়া, মগনীয়া, বৰগুণি তোলা মানুহ, নতুনকৈ পাতিব খোজা কোম্পানীৰ চেক্ৰেটাৰী, সকলোৱে সাহায্য পাওক নাপাওক এবাৰ তেওঁৰ ঘৰ চাপিছিল। তেওঁ কিবা সহায় কৰিব পাৰক বা নোৱাৰক সকলোলৈকে মুখ তুলি চাইছিল আৰু সাধ্য অনুসৰি অন্ততঃ কথাৰে সন্তুষ্ট কৰিবলৈ চেষ্টা কৰিছিল; তেওঁ যদি কাকো একো নিদিয়াকৈও খেদিছিল তাক অন্ততঃ বুজাই পঠিয়াইছিল যে সেই সময়ত তেওঁৰ কাৰবাৰে তাৰ যোৱা উচিত হোৱা নাছিল, অথবা সেই অৱস্থাত তাৰ পক্ষে তেওঁৰপৰা তাতকৈ বেছি আশা কৰা অন্যায় হৈছিল।

জীৱনত কৃতকাৰ্য্যতালৈ মানুহৰ এটা হেঁপাহ আছে সঁচা, - সেই হেঁপাহে প্ৰদীপ দুৱৰাবো আহিছিল, কিন্তু কিছুদিন পিছত সি আপোনা-আপুনি উভলি যায়। কিয় যে এনে দুৰন্ত আশা বাসনাই বুকুত ঠাই লৈছিল আৰু দুদিন পিছত সি কিয় হয়নিয়াহৰ





লগে লগে লোপ পালে মানুহে ভাবি আচৰিত নহৈ নোৱাৰে। সকলোৰে জীৱনত এনে দিন আহে আৰু প্ৰায় সকলোৱে পাহৰে। বুঢ়া কালত কেৱল নিজক প্ৰবোধ দিবলৈ কিছুমান পুৰণি স্মৃতিকে আগত লৈ তাকে চোৱা-চিন্তা, গুণা-গঁথা কৰে, কিন্তু কিমান তপত চকুৰ পানী যে কাৰ উদ্দেশ্যে কেতিয়া পৰিছিল তাৰ আৰু ঘূৰাই লেখ লব নোখোজে। এনেবোৰ ভাৱৰ মাজত থকা অৱস্থাত প্ৰদীপ দুৱৰাৰ অফিচৰ দুৱাৰ মেল খালে। এজনী বুঢ়ী হাতত এটা কাপোৰৰ টোপোলা লৈ ইপিনে-সিপিনে চাই খোটালীৰ ভিতৰলৈ সোমাই গ'ল। প্ৰদীপ দুৱৰাই আশা কৰিছিল যে বুঢ়ী গৰাকীৰ পিছতে কোনোবা মতা মানুহ সোমাব আৰু তেওঁক কিবা এটা মোকৰ্দমাৰ দিহা পৰামৰ্শ সুধিব। কিন্তু বুঢ়ীজনীয়ে পাছৰ পিনে কিন্তু নাচালে আৰু যে লগত কোনোবা আছে তেনে বিশ্বাসো নহ'ল। প্ৰদীপ দুৱৰাৰ অলপ মনতে খং উঠিল, কিন্তু এনেবোৰ খং যে প্ৰকাশ কৰিব নোৱাৰি। বুঢ়ীক সুধিলে, - "কি লাগে?" বুঢ়ীয়ে ক'লে - উৰ্দু-প্ৰধান হিন্দী ভাষাত, যে ৰাতিটোলৈ আশ্ৰয় লাগে। দুৱৰাই ক'লে, - "ওচৰতে চৰকাৰী আলহী থকা ঘৰ আছে, তালৈ যাব পাৰা, নহলে আৰু অলপ দূৰ গ'লে 'ধৰমশালা' পাবা, তাত থাকিব পাৰা।" "ধৰমশালাত বোধহয় আমাক থাকিবলৈ নিদিব, আমি হিন্দু নহওঁ আৰু চৰকাৰী আলহীখানাত থাকিবলৈ হ'লে নিজৰ খোৱা-লোৱা যোগাৰ-পাতি লাগে। আমাৰ যে একোৱে নাই।" টোপোলাৰপৰা এটা ভগা এনামেলৰ বাটি টান মাৰি উলিয়াই দেখুৱালে আৰু ক'লে, - "এয়ে আমাৰ সম্বল।" বুঢ়ীৰ কথাৰ ধৰণ প্ৰদীপ দুৱৰাই ভাল নাপালে, মগনীয়াৰ মুখত যুক্তি-সংগত কথা ভাল নালাগে; সিহঁতে কেৱল সেৱা কৰিব লাগে, কেৱল দেউতা, দেউতা, কৰিব লাগে, চকুৰ পানীৰে বাট নেদেখা হব লাগে, তাকেই মগনীয়া যেন দেখি। নিঃসহায়ৰ ভাব অতি স্পষ্ট নহলে কিহৰ মগনীয়া! অভাৱতো সকলোৰে আছে, কেৱল তাৰ কথা কলেই মগনীয়াৰ কেনেকৈ চলে? তেওঁ নিজে নজনাকৈয়ে সকলোখিনি spirit of self-defence আহি তেওঁৰ পাছৰফলে থিয় দিলে আৰু বুঢ়ীয়ে যেন তেওঁক কিবাৰকমে ক্ষতিগ্ৰস্ত কৰিবলৈহে আহিছে এই অনুমানত বুঢ়ীৰ ওপৰত অতি কৰ্কশ হ'ল। বুঢ়ীয়ে ক'লে যে ৰাতি চাৰিদাঁড় তেওঁৰ অফিচ ৰুমতে পৰি থাকিব পাৰে, খোৱা-লোৱা ইচ্ছা হ'লে দিব পাৰে, নহলে নাই। "তোমালোক কেইজন মানুহ? তুমি অকলে নে তোমাৰ লগত আৰু কোনোবা আছে?" - "আমি চাৰিজন" - বুঢ়ীয়ে ক'লে, "মোৰ লগত মোৰ মতাজনো আছে।" দুৱৰাই ক'লে, - "ৰাম ৰাম, ভাল আপদখন চাপিলহি! মই অচিন পঞ্জাবী হিন্দুস্থানী মানুহক থাকিবলৈ দি মৰিব পাৰোঁ নে? অসমখন এই বিদেশী দস্যুবোৰে জ্বলা-কলা কৰি খালে। আগেয়েনো অসমত ইমান চুৰি ডকাইতিখন ক'ত আছিল? তহঁতে নানা বেশ ধৰি দেশখন লুটি-পুটি খালি। নোৱাৰ, নোৱাৰ, মোৰ ইয়াত থাকিব নোৱাৰ।" বুঢ়ীয়ে ক'লে





যে ভয়ৰ একো আশংকা নাই, - তেওঁৰ গিৰিয়েক কগ্ন, সেয়ে আশ্ৰয়ৰ বেশি দৰকাৰ হৈ পৰিছে, নহলে গছৰ তলতে ৰাতিটো কটালেহেঁতেন। "নহৈছে, নহৈছে, সেইবোৰ মায়াকন্দাৰ মোৰ ইয়াত গুণ নধৰে, আনফালে চেষ্টা কৰগৈ।" "ৰাতি বহুত হ'ল, আনফালে চেষ্টা কৰিবৰ সময় নাই - বহুতৰ পদুলি মুখৰপৰা উলটি আহিলোঁ, তেওঁলোকৰ ঘৰ আন্ধাৰ, আপোনাৰ ইয়াত চাকিৰ পোহৰ দেখিহে সোমালোঁ। আশা কৰিছিলোঁ যে অন্ততঃ বেমাৰী বুঢ়াটোক দুটা ভাত দিব, আমাৰ যি গতি হয় সেয়ে হব।" "তয়ো কম নহয় দেখিছোঁ। বুজিলি, মই এটা কথাৰ মানুহ। যা বুলিছোঁ, যা। কালিলৈ ডাঙৰ মোকৰ্দমা এটা আছে, কাগজ পঢ়াৰ বাবেহে মই চাকি জ্বলাই ৰাখিছোঁ - তইঁতক আলহী চপাবলৈ নহয়।" "মোৰ ছোৱালীৰ কোলাৰ ল'ৰাটো নিচেই সৰু, মাকে খাব নোপোৱাত পিয়াহত তেনেই ভৰ নোহোৱা হৈছে, ভাবিছিলোঁ আপোনাৰ তাত এচুপি গাখীৰ পাম। সি আজি গোটেই দিনটো ছটফটাই আছে।" "তয়ো কম নহয় দেখিছোঁ, তোৰ মায়া সাক্ষাত ৰাক্ষসীৰ মায়া। যা, যা, ইয়াত একো নহব।" "এটুপি পানীও দিব নোৱাৰিব নে?" দুৰ্বাৰ খং উঠিল, - "তোৰ বাবে মই ইয়াত পানী লৈ চাই আছোঁ নহয়নে? নৈত পৰি পানী নাখাবগৈ কিয়?" "জীৱনত চকুলো টোকা নাই, আজিও নোটোকো, কিন্তু আপোনাৰ এই ব্যৱহাৰ -।" বুঢ়ীৰ হাঁত, দুৱাৰ-মুখৰ কামছাঁয়াত আৰু এজনী তিৰোতাৰ মূৰ্তি দেখা গ'ল। দুৰ্বাই ভাবিলে যে তেওঁৰ ঘৈণীয়েক আহিছে আৰু অলপ ৰুক্ষভাৱে ক'লে, - "তুমি এই ৰাতি কিয়? দিনত কবা, ৰাতি টোপনি নাহে।" কিন্তু তিৰোতাজনীয়ে আগবাঢ়িও নগ'ল, একো কথাও নকলে, বৰং চকুৰে বিজুলীৰ দৰে এবাৰ ছাঁটকৈ চাই চকু ঘূৰাই নিলে। এই চাৱনি ঘৃণাৰ চাৱনি, তাচ্ছিল্যৰ চাৱনি। বুঢ়ীয়ে মুখ ফিৰাই চালে, দেখিলে তেওঁৰ ছোৱালী জুলেখা। বুঢ়ীয়ে নিজৰ ভাষাত অতি ক্ষিপ্ৰভাৱে ক'লে, "বাবুজন বৰ কঠোৰ, আশ্ৰয় দিবলৈ অনিচ্ছুক।" বাহিৰত ফুলি থকা ফুলৰ সুঘ্ৰাণ বতাহে লৈ আহি দুৰ্বাৰ ঘৰত তাৰ এবোকোচা মেলি দিলে - দুৰ্বাৰ হৃদয়ত মেলিব খোজা ফাট এটা যেন ততালিকে বন্ধ হৈ গ'ল আৰু এই নবপুষ্ট হৃদয়ত তীব্ৰবেগে তপত তেজৰ এছাটি মলয়াৰ টৌ উঠিল। টেবুলত জ্বলি থকা চাকিটোৰ ফিটা অলপ বঢ়াই দিলে। এই সকলো যেন একেটা মুহূৰ্ততে হৈ উঠিছিল, - "ইয়াত পলম কৰিছা কিয়?" বুঢ়ীয়ে অলপ কোমল সুৰত ক'লে, - "তোৰ ল'ৰাটোৰ কথা ভাবিয়ে অলপ কাতৰ হৈছিলোঁ, নহলে আমাৰ নো কি কথা আছিল? "ল'ৰা যদি বাচিবৰ আছে বাচিব, মৰিবৰ আছে মৰিব, - তাৰ বাবে-" হাজাৰ হলেও মাকৰ বুকু, কৰ্কশ সুৰত অকস্মাতে কোমলতা আহি পৰিল। দুৰ্বাৰ মন আৰু শৰীৰৰ ওপৰত অকস্মাতে যেন কিবা এটা নেদেখা শক্তিৰ প্ৰভাৱ পৰিল আৰু মোহমুগ্ধ মানুহ সজাগ হোৱাৰ দৰে কামছাঁয়াৰপৰা স্ত্ৰী-চক্ষুৰ এটা গালিভৰা চাৱনিত যেন তেওঁৰ কৰ্তব্যৰ পথ





অতি সূক্ষ্মভাৱে চকুত পৰিল - অহমিকাৰ আৱৰণ, সাত্তিকতাৰ প্ৰগলভতা কেনিবা অদৃশ্য হ'ল। বাৰ্দ্ধক্যৰ হাতে নিজৰ ঠাই এৰি কাৰণ দুৱাৰ এখন মেলি চাকৰ এটাক মতাই দিলে, সি "কি" বুলি জোপনিৰ জাল থকা চকু মোহাৰিবলৈ সংকোচ কৰি টানকৈ মেলি থিয় দিলে। দুৱৰাই ক'লে, "আয়েৰক মাতি দেগে, বাপুটিক ক'গে, আলহী আহিছে; আৰু ইহঁতৰ এটা লেম আৰু চাৰি এখন দেগে। তই অকলে নোৱাৰ, মোহিতকো মাতি দেগে। তহঁতে খালি খাবি আৰু শুবি - কিমান বাঢ়িছে?" বুঢ়াৰ ওঁঠৰ যোৰাত অলপ অনিচ্ছা আছিল, কিন্তু তেওঁৰ ছোৱালীয়ে নেৰে। "ৰোগীৰ নামত যাৰ এনে অনাস্থা, শিশুৰ মাতৃৰ প্ৰতি দয়াৰ উদ্ৰেক নহয় - তাৰ আশ্ৰয় কিয়? দেউতা অকলে বাটত থিয় দি আছিল, গধূলিতে বাটো দেখা নাপায়, আমাক নাপাই কোনোবাফালে যাব, বৰ্গা, যাওঁ ব'লা।" মোহিতে লেম লৈ আহি সিহঁতৰ কাষত থিয় দিলে। তৰুণীৰ যিবোৰ অংগ-প্ৰত্যংগ অস্পষ্ট আছিল এতিয়া দুৱৰাৰ চকুত সকলো স্পষ্ট হৈ পৰিল। তেওঁ অতি সুন্দৰী নহ'ব পাৰে; কিন্তু অংগ-প্ৰত্যংগত এটি অপূৰ্ব লাৱণ্য আছে, ভংগীত এটা মনোহৰ লালিত্য আছে। কোলাত থকা শিশু সমানে দেখনিয়াৰ নহয়, কিন্তু তাৰো চকু দুটা উজ্জ্বল। মুখ-মুখেক ধূলাত ধূসৰিত। বহুত দিনৰ বাটৰ মলি, তেওঁৰ গাৰ মলিয়ন কাপোৰ আৰু চিকুণ চালত আঠকেৰি বান্ধি আছে। বুঢ়ীকো যিমান বুঢ়ী বুলি তেওঁৰ ধাৰণা আছিল, তিমান বুঢ়ী আচলতে নহয়। আগমূৰৰ ধুলিৰ গোৰ অলপ অলপ বগা পৰাত বাহিৰে আৰু কুমত দু-এডালি পকা চুলিত বাহিৰে বুঢ়ীৰ গাত বাৰ্দ্ধক্যৰ লক্ষণ নাই, বাটৰ ধূলিয়ে কেৱল মুখটো বগা কৰিছে। বুঢ়ীয়ে যেন তাতে থাকিবলৈ জীয়েকৰ অলপ অনুমোদন বিচাৰিলে-কিন্তু জীয়েকৰ তেতিয়ালৈকে খং মৰা নাই, ওঁঠ দুটা চেপা মাৰি ধৰি দৃঢ়ভাৱে কৈছে - "ওলোৱা, ইয়াত থকা নহ'ব।" উত্তৰে কলহত পানী আৰু এখন চাৰি লৈ আহিল। গাভৰুজনীয়ে ক'লে, - "একো আৱশ্যক নাই। ওভোতাই লৈ যা।" দুৱৰাই মনত বৰ আঘাত পালে, কিন্তু হঠাৎ তিৰোতা এজনীৰ আগত কেনেকৈ ক্ষেত হয়! ভাবিলে - ল'ৰাৰ দোহাই দি কওঁ, কিন্তু সন্দেহ হ'ল। মাকতকৈ ল'ৰাৰ সুখ-দুখ বুজিবৰ তেওঁৰ কি অধিকাৰ - কিন্তু এওঁলোক গুচি গ'লে কেনে লাগিব। ভাবিলে, "ঘৈণী অহা হলেও কোৱাৰ পাৰিলোঁ হয়। এতিয়া মই কোৱা হওঁতে কেনে যেন দেখি।" এনেতে ঘৈণীয়েকে আহি ক'লে, - "আপোনাৰ কোন এনে?" - আগত অপৰিচিত মানুহ দেখি তেওঁ আৰু একো নকলে। দুৱৰানীক দেখি আৰু অলপ অভিমানৰ সুৰত জুলেখাই কলে, - "আই, বুঢ়া হয় মানে তোমাৰ বুদ্ধি লোপ পাই যায় নেকি? এই ৰাতি ঘৰখনৰ মানুহৰ টোপনি ভাগিবলৈ তোমাৰ কি হৈছিল? বলা সোনকালে।" দুৱৰানীয়ে ভালকৈ একো নুবুজিলে, কেৱল বুজিলে যে আলহী অপ্ৰসন্ন হৈ গুচি যায়। এনে সুন্দৰী গাভৰু ছোৱালী দেখি তেওঁৰ স্বভাৱতে অলপ

ভাল লাগিল আৰু কোলাত সৰু লʼৰা লৈ বাতি দুপৰত কৰবালৈ যাব, সেইটো তেওঁৰ ভাল নালাগিল, কিন্তু তেওঁৰ লʼৰা-ছোৱালী নাই এই কথা সিহঁতে জানিলে জানোচা কি বোলে, এই ভয়ত সিহঁতক যোৱাত বাধা দিবলৈ তেওঁ মন নকৰিলে। দুৰবাই যেন তেওঁৰ ফৈণীয়েকৰ ভাব অতি স্পষ্টভাবে বুজি পালে, ইচ্ছা কৰিলে, চাকৰকে কয় - "ইহঁতক ৰাখ যেনে তেনে ৰকমে।" কিন্তু ভৰা এটা কথা আৰু মুখেৰে ফুটাই কোৱা অন্য কথা। তেওঁৰ সাহ নহʼল। চাকৰ-বাকৰ সকলোৰে ইচ্ছা যে তেওঁলোক থাকক, কিন্তু ইহঁতৰ ভয় যে কি দোৱানত জানো কথা কব লাগে। ইতিমধ্যে বুঢ়ায়ো আহি সেইখিনি পালে। মোহিতে সাহ কৰি কʼলে, - "এই ৰাতিখন কলৈ যাব বুঢ়া কা - থাক ইয়াতে। এবাৰ যেতিয়া মোৰ টোপনি ভাগিলি আৰু ইহঁতক ৰাখলৈ মিলিছোঁ।" বুঢ়াই অসমীয়া কথা বুজে, সি কেই বছৰমান আগেয়ে অসমত কিছু দিন থাকি গৈছিল। সি তাৰ পিঠিত বান্ধি অনা ছাল এখন চোতালত পেলাই তল আওঁৰাইছিল। তাৰ ছোৱালীয়ে কʼলে, - "উঠা পিতা, ইয়াত থকা নহয়। তুমি কেবল যʼতে তʼতে বহা হে বহা!" "কিয় যাব আই?" "ইয়াত নাথাকো।" "গিৰিহঁতে কিবা -।" বুঢ়াই কিবা কবলৈ গৈ একো নকলে। জীয়েকে কলে, - "লেপেতা খাই পৰিলে কেনেকৈ হয়, উঠা।" বুঢ়াই কʼলে, - "আই হেৰে, মানুহৰ কথাৰ ভাল-বেয়ালৈ ইমানকৈ কাণ দিবৰ আমাৰ দিন নাই, মোৰ গা অৱশ হৈ আহিছে, নহলেনো তহঁতৰ ইচ্ছাৰ বিৰুদ্ধে - " আৰু বুঢ়াই একো নকলে।

বাতি সিহঁতৰ আন কলৈকো যোৱা নহʼল, দুৰবাৰ চোতালতে থাকিল। দুৰবাৰ অনুৰোধতেও সিহঁতে ঘৰৰ ভিতৰ নোসোমাল। বুঢ়াই অতি ধীৰভাৱে কʼলে - "বোপা, আমাৰ বাবে চিন্তা কৰিব নালাগে, আমি জাতিত অঘৰী, মুকলি আকাশৰ তলত মুকলি বতাহত ডেকা কালৰ বহুদিন কটাইছোঁ। এতিয়াও সেই সজ তেনেই যোৱা নাই, যদিও শৰীৰ ভালেখিনি দুৰ্বল হৈছে।" দুৰবাই কিন্তু বুজিলে যে তেওঁৰ আতিথ্য উপভোগ কৰা নাই এটা প্ৰাণীয়ে আৰু সেইটো হৈছে সেই গাভৰুজনী। দুৰবাই বিছনাতো বহুবাৰ হুমুনিয়াহ কাঢ়িলে, আনকি টোপনিতো।

বাতি থাকোঁতেই দুৰবাৰ টোপনি ভাগিল। তেওঁৰ মনত পৰিল তৰুণীৰ সুঠাম কোমল বাহু, উন্নত বলিত বক্ষ আৰু সুদৰ্শন গ্ৰীবাদেশ। 'মই একো অন্যায় কৰা নাই, তথাপি মোৰ প্ৰতি এনে কুটিল কটাক্ষ কিয়?' তেওঁ মনতে ভাবিলে। তেওঁৰ বিশ্বাস হʼল যে তেওঁৰ প্ৰতি প্ৰথম চাৱনিতে নিশ্চয় অনুৰাগৰ সঞ্চাৰ হৈছে আৰু যাতে ধৰা নপৰে সেইবাবেই বাহিৰত ৰুক্ষতাৰ অভিনয় কৰিছে। তেওঁ নিজক পৰীক্ষা কৰি চাই কʼলে, - 'মই তেওঁক ভাল পাবলৈ উৎকণ্ঠিত হৈ আছোঁ - তেওঁক বিমুখ কৰাৰ মোৰ অলপো অভিপ্ৰায় নাই। দেশ-প্ৰদেশ ধৰ্মা-ধৰ্ম কি আছে, - ভালপোৱা ঈশ্বৰৰ বিধান,





আমি মাথো তেওঁৰ আদেশ পালন কৰিছোঁ। ইয়াত দ্বিধা, সঙ্কোচ, সংশয়ৰ কি কাৰণ আছে? মই ৰাতিৰ এই ডাঠ আৱৰণৰ মাজত গূঢ় সংকেত দি আহিব পাৰোঁ যে মই তেওঁক ভাল পাওঁ।' তেওঁ এবাৰ আণ্ডামুৰি কাঢ়িলে, কান্নত বৈণীয়েকে বাগৰ সলালে, যেন উত্তপ্ত অহা গাখীৰত চেঁচা পানীহে পৰিল। ছাট কৰে গৰম বাষ্প উঠি যোৱাৰ দৰে তেওঁৰো দীঘল হুমুনিয়াহ এটা ওলাল; ভিতৰৰ তাপ ভিতৰতে ৰাখি বাহিৰটো জুৰাবলৈ চেষ্টা কৰিলে।

ৰোনকালে বিছনা এৰি দুৰৰাই আলহীৰ খবৰ লবলৈ বাহিৰ ওলাল। বুঢ়াই বাঁহৰ মূৰ কেডোখৰ মানত জুই দি জুই পুৱাইছে আৰু মোহিতৰ লগত ভঙা ভঙা অসমীয়া ভাষাত কথা পাতিছে। বুঢ়ী তেতিয়াও টোপনিতে আৰু তেওঁলোকৰ ছোৱালীয়ে বিছনাৰ কানি-কাপোৰ সামৰি-সুতৰি লৈ তাতে বহি ল'ৰাক পিয়াহ দিছে। দুৰৰাক দেখি তেওঁ ল'ৰাটো কাপোৰেৰে সম্পূৰ্ণভাৱে ঢাকিবলৈ চেষ্টা কৰি চকু তললৈ নমালে। দুৰৰাই মনতে ভাবিলে, এই চকুতো বহুত সদয়; ৰাতি বোধহয় দুখ-ভাগৰত আৰু মাকৰ লগত হোৱা মোৰ কথা-বতৰা বিশেষ ভাল নেদেখি তাতে অলপ অপ্ৰসন্ন হৈছিল। তেওঁৰ যদিও বয়স চল্লিশৰ ওচৰ চাপিছিল, তেওঁ নিজকে ডেকা বুলিয়ে ভাবিছিল আৰু মনক প্ৰবোধ দিছিল যে তৰুণ প্ৰাণে কৰুণ অন্তৰ এখনিক ভুল বুজাৰ একো কাৰণ নাই।

দুৰৰাই চাকৰ-বাকৰক মতাই নি ক'লে যে আলহীসকলে যেন একো দুখ-কষ্ট নাপায় তালৈ চাব লাগে আৰু টকা-পইছা যি আৱশ্যক হয় যেন আয়েকক লোকোৱাকৈ তেওঁৰপৰাই নিয়ে আৰু গুৱালক কৈ যেন সিহঁতৰ সৰু ল'ৰাটিৰ বাবে গাখীৰৰ বন্দোবস্ত কৰি দিয়ে। ৰাতিপুৱা দুৰৰাই ভালেমান টকা পালে আৰু তাৰ এটি ভাগ আলহীৰ বাবে বুলি মোনাত বেলেগে থলে। এনেতে বুঢ়াই আহি ক'লে যে তেওঁলোক যায়। দুৰৰাই মূৰত স্বৰগ ভাগিপৰা যেন পালে। যাৰবাবে ইমানখিনি আশা, অনুমান, কল্পনা, সকলো নিমিষতে লয় পাব, ই কেনেকৈ সহ্য হয়। অন্তৰৰ যেতিয়া নগ্নমূৰ্তি কোনোবাই দেখা হ'লে, দেখিলেহেঁতেন যে তেওঁ কোনোৰকমে আলহীক যাবলৈ দিবলৈ সন্মত নহয়। সেই মুহূৰ্তত এনে কোন ত্যাগ নাছিল যি তেওঁ আলহীৰ বাবে স্বীকাৰ কৰিব নোৱাৰিলেহেঁতেন। এনে কোনো সাহসিকতাৰ কাৰ্য্য নাছিল যাৰপৰা তেওঁ পৰাঙ্মুখ হ'লহেঁতেন। কিন্তু সকলোকে শিষ্টাচাৰৰ প্ৰলেপ দি অতি ধীৰভাৱে ক'লে, - "তোমালোকে কিবা অসুবিধা পাইছা নে কি?" বুঢ়াই কৃতজ্ঞতাজ্ঞাপক সুৰত ক'লে, - "অকণো অসুবিধা পোৱা নাই, কিন্তু আপোনাক আমনি দি থকাতো ভাল নহয়।" "তোমালোক যাবা কলৈ?" "আমি যাব লাগিছিল ছিছিলৈ।" "ছিছিত তোমালোকৰ কোনোবা আছে নে কি?" "সেইবোৰ নো কি কব? নিজৰ কোনোবা লগা-ভগা থাকিলে নো বুঢ়াকালত এনে দুৰ্গতি হয় নে?" "তেনেহলে তালৈ কিয় যোৱা?" "কবলৈ লাজ

লাগে। মোৰ যে এই ছোৱালীজনী দেখিছে, তাইক পাবোঁ যদি বিয়া দিবৰ মন - তাতে এজন আমাৰ কালৰ ডেকা আছে।" দুৰ্বাৰ মনত এটা অসাধাৰণ উদ্বেগৰ সৃষ্টি হ'ল। 'তেনেহলে এই ছোৱালীজনীৰ বিয়া হোৱা নাই - নে বিধৱা? অন্ততঃ কাৰো তেওঁৰ ওপৰত বৈধ অধিকাৰ নাই। তেওঁ বিধৱা নে' - আৰু ভাবিবলৈ অলপ টান পালে। বুঢ়াই যেন তেওঁৰ মনৰ ভাব অনুমান কৰিয়ে কলে, - "একেজনী ছোৱালী, তাইক এৰিবও নোৱাৰো বেৰিবও নোৱাৰোঁ, এনে হেন হৈছে।" দুৰ্বাই কলে, - "তোমাৰ আগৰ জোৱায়েৰে ঢুকাইছে নে কি?" "জীয়াই থকা মৰা সমানে কথা। মোৰ ছোৱালীৰ বিয়া দিয়া হোৱা নাছিল। গাৰ অৱস্থা বেয়া বুলি সন্দেহ কৰি দেশৰপৰা পলাই আহিলোঁ, বাটত এই শিশুটো জন্মিছে। হাতত যি দুই এটা পাই-পইচা আছিল বাটতে ঢুকাল, এতিয়া একো নাই। ছিছিত আমাৰ দেশৰ মোৰ বন্ধু এজনৰ ল'ৰা এটা আছে, তাক কৈ মেলি জানোচা ছোৱালীজনী সোধাব পাৰোঁ, এই লৈয়ে তালৈ যাওঁ বুলি ভাবিছো। ছোৱালীয়ে অৱশ্যে আমাৰ অভিপ্ৰায় নাজানে। তাইৰ মনৰ অৱস্থা ভাল নহয়, কথাই কথাই খং উঠে। তাইৰ অন্তৰ ভাঙি গৈছে, তাইক বা দোষ দিওঁ কেনেকৈ?" বুঢ়াই এটা দীঘল হুমুনিয়াহ কাঢ়িলে। দুৰ্বাই টেবুলত থকা কাকতৰপৰা চকু নোতোলাকৈয়ে ক'লে, - "কিছুদিন ইয়াতে থাকা। জিৰাই-শঁতাই লৈ গা-মূৰ ভাল কৰি নহয় যাবা। আৰু যদি ইয়াতে কিবা সুবিধা পোৱা থাকি যাবা। ছিছিত থকা ল'ৰাই যে তোমাৰ ছোৱালীক সহজে বিয়া কৰাবলৈ সন্মত হব কেনেকৈ জানিবা?" "দেউতাৰ দয়াৰ শৰীৰ। আমাৰ বুঢ়ীও তাকে কয়, কিন্তু উপায় নাপাই তালৈকে যাওঁ বুলিয়ে ভাবিছিলোঁ। আপোনাৰ নিচিনা দয়ালু পুৰুষ এজন বাটত পাম বুলিয়ে বা কেনেকৈ জানোঁ?" দুৰ্বা অলপ সন্তুষ্ট হৈ ক'লে, - "এদিনতে ইমানকৈ নশলাগিবা। মোৰ ল'ৰা-ছোৱালী নাই, - তোমালোকৰ শিশুটি দেখি অলপ ভাল লাগে, আমাৰ ঘৈণীয়ো - বাৰু, সম্প্ৰতি ইয়াতেই দুই-চাৰিদিন থাকাচোন।" বুঢ়াই কৃতজ্ঞতা ভৰা ছলছলীয়া চকু লৈ তেওঁৰ সৰু পৰিবাৰটিৰ ওচৰ চাপিল আৰু অলপপৰ বাক-বিতণ্ডাৰ পিছত দুৰ্বাৰ তাতে এই দুই-চাৰিদিন থাকিবলৈ স্থিৰ কৰিলে। তেওঁলোকৰ থকা ঘৰৰ ব্যৱস্থা হ'ল - আলহীৰ অভাব-অভিযোগৰ জোখাতকৈ বেছি বস্ত্ৰ-বাহানিৰ আমদানী হ'ল।

অলপ দিনৰ ভিতৰতে জুলেখাৰ ল'ৰাই দুৰ্বাৰীৰ কোলা পালেগৈ। তাৰ আগৰ লেতেৰা কানি-কাপোৰৰ ঠাই সুন্দৰ নতুন নিকা চোলা-কাপোৰে অধিকাৰ কৰিলে। জুলেখাৰ চুলিৰ ৰুক্ষতা, বেশৰ মলিনতা দূৰ হ'ল - নতুন দুৰৱিত ৰৰযুগ পৰাৰ নিচিনা তেওঁৰ যৌৱনৰ কমনীয়তা, চকুৰ সজীৱতা আৰু মাতৃত্বৰ গৌৰৱ অতি স্পষ্ট হ'ল। দুৰ্বাৰ আগত তেওঁৰ অলপ সংকোচ, অলপ ঘৃণা-ভৰা অভিমান, - আন সকলো সময়তে শৰতৰ শেৱালিৰ দৰে উৎফুল্ল। যদি কেতিয়াবা বিচ্ছেদ-মলিন অন্তৰৰ কোনোবা আন্ধাৰ





চুকত এটি হমুনিয়াহ উঠে, তাৰ কোনোৱে ভু নাপাইছিল। দুৰবাৰ মন এটি উজ্জ্বল ৰত্নলাভৰ গৌৰৱত সদায় প্ৰফুল্ল, কিন্তু সেই ৰত্ন কোনদিন তেওঁৰ কণ্ঠাভৰণ হ'ব, সেই মুহূৰ্তৰ অপেক্ষাত তেওঁৰ প্ৰাণ অধীৰ হৈ উঠিছিল।

এদিন কাছাৰীৰপৰা আহি তেওঁ দেখিলে জুলেখাই দুৰবানীৰ লগত কথা পাতি আছে। দুৰবাই দুৱাৰৰ পৰ্দাখিনি অলপ আঁতৰাই দেখিলে - বেৰত আউজি থিয় দি আছে, তেওঁৰ চুলিৰ দীঘল বেণী বেৰত অলপ চেপা খাইছে, তেওঁৰ মুখটি ধুনীয়া, গাল দুখনি ৰঙা, চকু দুটি বহল আৰু তেজাল, ডিঙিৰ তলত উদি হৈ থকা বুকুখনি বগা আৰু উজ্জ্বল। দুৰবাৰ অনুমান হ'ল, তেওঁ অপূৰ্ব সুন্দৰী। দুৰবা ঘৰ সোমাওঁতেই জুলেখা আন দুৱাৰ মুখেৰে ওলাই গ'ল, তেওঁৰ ল'ৰা দুৰবানীৰ কোলাতে থাকিল। দুৰবাই হাঁহিলে, দুৰবাণীয়ে লুকাই থকা অসন্তোষৰ ওপৰত টানি আৱৰি সন্তোষৰ হাঁহিৰ পাল তৰি দিলে - অলপ পিছত দুয়োৰে হাঁহি নোহোৱা হ'ল, নিজে নিজৰ কথা ভাবিবলৈ ধৰিলে। দুয়োৰে চকু এবাৰ মিল হ'ল, আকৌ আঁতৰি গ'ল।

জোনৰ কোমল পোহৰ, বতাহৰ জুৰ ছাটি, ফুলৰ সুঘ্ৰাণ, সকলোৱে দুৰবাৰ প্ৰাণৰ সৌন্দৰ্য্য-লোলুপতাত অতি তীব্ৰভাৱে আঘাত কৰিবলৈ ধৰিলে। তেওঁৰ প্ৰাণ নাচি উঠিল, মন উন্মাদ হ'ল, সংযম, শিষ্টাচাৰৰ বান্ধ সুলকি পৰিল। তেওঁ গধূলিৰ নীৰৱতাত নিৰল ঘৰৰ চুকত অকলে থকা জুলেখাৰ কাষ চাপিল। বুঢ়া তেতিয়ালৈকে ঘৰ চপা নাছিল, মাক আছিল ৰন্ধা-বঢ়াত ব্যস্ত। জুলেখাৰ দেহলতা আসন্ন টোপনিৰ আলিংগণত শিথিল হৈ পৰিছিল। তেতিয়া জুলেখাৰ মন ল'ৰালিৰ ৰং-ধেমালি কৰা পাতল ঝাউ গছ থকা সৈকত ভূমিলৈ উৰি গৈছিল। ল'ৰালিৰ ৰং-ধেমালি, যৌৱন উন্মেষৰ অনুৰাগ, মুকলি জীৱনত প্ৰকৃতিৰ প্ৰথম পৰশ - সকলো তেওঁৰ মনত সজীৱ হৈ উঠিছিল। খালেকৰ লগত তেওঁৰ দেখা, 'বিশ্ৰব্ধ আলাপ প্ৰীতি, প্ৰাণ বিনিময়', মৰুভূমিৰ মাজতো বসন্তৰ কুহুগীতি, অভাৱক্লিষ্ট জীৱনৰ হাবিয়নিৰ মাজত সুখ স্পৰ্শৰ সেই যূথীবন - আজি সকলো পুনৰ আগৰ দৰে হৈ উঠিছিল। তেওঁৰ স্বাস্থ্যৰ আগৰ লাৱণ্য অহাৰ লগে লগে মনৰো আনুসংগিক বিকাৰ বা বিকাশ ঘটিছিল। এনে সময়তে দুৰবাই জুলেখাৰ হাতখনি আলফুলকৈ তুলি লয়। জুলেখাই অলপ হাঁহিলে, অনুমান কৰিলে, বহুত দিনৰ মূৰত খালেকে আজি তেওঁৰ কৃপা ভিক্ষা কৰিবলৈ আহিছে। যৌৱনগৰ্বত অভিমানিনী তেও চকু মুদিয়ে থাকিল। দুৰবাৰ মুঠি অলপ টান হ'ল, কাৰণ মনত অলপ আশ্বাস পালে। লীলায়িত ভংগীত জুলেখাই হাত মেলি দিলে, ৰঙচুৱা বুকু আদখিনি উদং হ'ল, দুৰবাৰ লোভ অগ্নিদীপ হ'ল, তেওঁ গাত গা লগাবলৈ চেষ্টা কৰিলে। জুলেখাই সাৰ পালে, চকু মেলিলে, সেই চকুত বিজুলীৰ খৰস্ৰোত, বিৰাগৰ তীব্ৰ বহ্নি। দুৰবা অলপ শংকিত হ'ল। জুলেখাই সুধিলে, - "কি লাগে আপোনাক?" দুৰবাৰ কণ্ঠ বন্ধ হ'ল। "তুমি

মোক নুবুজিলা?" "কোনে কয় মই বুজা নাই, প্ৰথম ৰাতিৰ চাৱনিত আপোনাক চিনিছোঁ।" "মই জানোঁ তুমি অপবিত্ৰ?" "পাত্ৰাপাত্ৰৰ বিবেচনাৰ সময় নহয়। আপুনি কোন লাজে মোৰ গাত হাত দিছে - লাজ - চৰম -, ব্ৰীড়া, সংকোচ আপোনাৰ নাই?" দুৰবাই মৰ্মাহত হ'ল, মনৰ তলিত লুকাই থকা সম্ভোগ লালসাৰ বাটত বাধা পাই নিৰ্লজ্জৰ দৰে ক'লে, - "তোমাৰ মুখত ইমান কথা আশা কৰা নাছিলোঁ, বিশেষকৈ মই যেতিয়া জানোঁ যে অবিবাহিতা অৱস্থাত তুমি মাক হৈছা।" "শত ধিক্কাৰ তোক!" বুলি জুলেখা গৰ্জি উঠিল। তেওঁৰ হাতত আত্মৰক্ষাৰ অৰ্থে ৰক্ষিত অস্ত্ৰ তিৰবিৰাই উঠিল, - "অবলাৰ এটা দুৰ্বলতাৰ প্ৰশ্ৰয় লৈ তোৰ পাপ লালসা পুহিবলৈ সুবিধা পাইছিলি। এবাৰ যদি মোৰ প্ৰকৃত ৰূপ চিনি পালিহেঁতেন। ৰাক চা - তোৰ আগতে যাক আশ্ৰয় কৰি তোৰ পাপ লালসা পুহিবলৈ সুবিধা পাইছিলি তাক চিৰাচিৰ কৰোঁ।" এইবুলি জুলেখাই ল'ৰাটো শুই থকা বিছনাৰ কাষ চাপিব খুজিছিল, ল'ৰাটো মাকৰ কাষৰ পৰা দুৰবাই আগেয়ে আঁতৰাই ৰাখিছিল। দুৰবাৰ মনুষ্যত্ব জাগ্ৰত হ'ল, জুলেখাক সাৱট মাৰি ধৰি ক'লে, - "সেই চুৰি মোৰ বুকুত গোভা পাব, নিৰ্দোষ ল'ৰাটিৰ প্ৰাণ নলবা।" জুলেখাই পাৰ্য্যমানে দুৰবাৰ হাতৰ পৰা এৰলবাবলৈ চেষ্টা কৰিলে - কিন্তু তেওঁৰ কোমল কাতৰ দেহা ভাগৰি পৰিল, লাহে লাহে অংগ শিথিল হৈ আহিল, তেওঁৰ চেতনা লোপ পালে।

জুলেখা পিছদিনাৰপৰা অদৃশ্য হ'ল, কিন্তু দুৰবাৰ জীৱনত তেওঁলৈ এটা প্ৰগাঢ় শ্ৰদ্ধাৰ ভাব থাকি গ'ল।

# ফটোগ্ৰাফাৰ

কিবা এটা জীৱিকাৰ বাট বিচাৰি অনাই-বনাই ঘূৰি শেহত কলিকতা ওলালোঁগৈ। ভাবিছিলোঁ তাত বেপাৰ-খামাৰ বেছি; কিবা এটা কৰি পেটৰ ভাত কেইটা উলিয়াব পাৰিম। ইমানবোৰ মানুহ যেতিয়া প্ৰবৰ্তিছে, মোৰ বাবে নো দুবেলা ভাত নিমিলিব নে? অৱশ্যে মই·গ'লেই যে তাত কিবা এটা কামকাজ পোনেই আহি মোৰ আগত দেখা দিব তেনে আশা নাছিল আৰু এনে কোনো মিতিৰ-কুটুমো নাছিল যে দুমাহলৈ সোধ-পোছ কৰি খুৱাব-ধুৱাব। কলিকতাত আহি উঠিবৰ দিন ধৰি নানা ঠাইত কামৰ বাবে খুন্দিয়াই ফুৰিলোঁ, ক'তো 'ছিছেম' মেল নাখায় আৰু ইমানবোৰ মানুহ নিষ্কৰ্মা হৈ বহি আছে যে মই নিজকে সাগৰত জলবিন্দুহে ভাবিলোঁ; ইপিনে পেটে 'ফিলচফি'ৰ দুটা 'দোজ' লৈ পৰি থকা হ'লে মোৰ একো আপত্তি নাছিল, কিন্তু সি একোতে প্ৰবোধ নামানে। দোকানে-পোহাৰে যি পাওঁ তাকে খোৱাত পেটৰ ভিতৰত এটা আন্তৰিক কলহৰ সৃষ্টি হ'ল। সকলোকে শাঁত পেলাবলৈ বুলি এদিন গধূলি কলিকতীয়া গংগা (ভূগোলত হুগলী বুলি পঢ়িছিলোঁ)ৰ দাঁতিত নিশ্চিন্ত হৈ ঘাঁহৰ ওপৰত দীঘল দি শুলোঁ, টোপনি আহিল।

সেই টোপনি বৰ সুখৰ টোপনি। দুখ-ভাগৰ চিন্তা ভাবনা সকলো পাহৰি গলোঁ। মই যেন কোনোবা 'ফাৰাওঁৰ' (ইজিপ্তৰ পুৰণি কালৰ ৰজা) ৰাজ্যতহে উপনীত হলোঁ। মোৰ চকুৰ সমুখত নানা বিলাসী কাচোন কাচি তৰুণী নাচনীসকলে নাচিছে, হাঁহিছে, মাতিছে, দৰ্শকসকলৰ চকুত তৃপ্তি, মুখত আপোন পাহৰা ভাব, মোক কোনে জানোঁ হাঁহিব মাতিব নিদিয়াকৈ আঙুলিৰ সংকেতত ৰাখিছে। মই সেই মানুহজনক সুধিলোঁ, "এই আনন্দত মই কিয় গা এৰা দি মতলীয়া হব নোৱাৰিম?" সেই মানুহজন বুঢ়া আৰু ডাঢ়িয়া, সাজ-পাৰৰ কথা পিছত কম। তেওঁ ক'লে, - "তুমি দুখীয়া।" মই সুধিলোঁ, "দুখীয়া হ'লে হাঁহিব মাতিবওঁ নোৱাৰিনে?" "নোৱাৰা। তোমালোকৰ বাবে স্বৰগ একচেতীয়াকৈ ৰখা হৈছে নহয়?" ধৰ্মশাস্ত্ৰত আছে, Blessed are the poor for them is the kingdom of heaven. এই বুলি কৈ চকুৰে এটা উপহাসৰ 'ইছাৰা' বা সঙ্কেত দিলে। মই যদিও মোৰ বোধেৰে কথাষাৰ বৰ সঁচা যেন নাপালোঁ - তথাপি মোৰ উত্তৰ দিয়া নহ'ল।

ৰাতিপুৱা সাৰ পাই উঠি দেখোঁ যে মোৰ কানি-কাপোৰ, টকা-কড়ি, একোৱেই নাই, কোনোবাই নিছে। কেৱল আধা পুৰণি জোতাযোৰ এৰি গৈছে। কানি-কাপোৰবোৰ সঁচাকৈ এনে লেতেৰা হৈছিল যে তাক বোকোচাত লৈ ফুৰা মোৰ পক্ষে নিচেই

অপমানজনক বুলি বিবেচনা কৰিছিলোঁ; অৱশ্যে এটি টিনৰ সৰু পেৰাও লগত আছিল, কিন্তু কাপোৰবোৰ এনে লেতেৰা হৈছিল যে বাকচৰ বাহিৰৰ পৰাও সেইবোৰৰ মই গন্ধ পোৱা যেন পাইছিলোঁ।

কানি-কাপোৰ, টকা-কড়ি সকলো এনেভাৱে হেৰোৱাত চকুলো ওলাওঁ ওলাওঁ হৈছিল - কিন্তু ভগবানেই নে কোনে জানো হৃদয়ত এনে এটা খুন্দা মাৰি দিলে যে 'এই সামান্য বস্তুখিনি হেৰোৱাত যদি তোৰ মনত ইমান বেজাৰ, ৰাজ্য হেৰুৱা ৰজাবোৰে কি কৰিব?' মনতে শলাগিলো হয়তো। হাঁহিয়ালোঁ, একেলগে কেৱাটাও হাঁহি আহিল। মনতে ভাবিলোঁ চোৱা যাওক। কানি-কাপোৰ ভাল কৰি পিন্ধি চহৰৰ মাজলৈ তীব্ৰ বেগে খোজ ললোঁ, বিশ্বাস হ'ল, আজি কিবা এটা বুধি পামেই। মনতে ভাবিলোঁ, একো কামৰ বাবেই দেখো যোগ্যতা নাই, শিকাও নহ'ল - বিশেষকৈ একোটাকে, কি কৰা যায়। মোৰ দুটা ধাৰণা আছিল যে দুটা কাম উজু, মেজিক কৰা আৰু ফটো তোলা। বাটে-ঘাটে মেজিছিয়ান পোৱা টান, কিন্তু ফটোগ্ৰাফাৰৰ দোকান কলিকতাৰ নিচিনা ঠাইত বৰ কম নহয়, তাতেই মোৰ ভাগ্য পৰীক্ষা কৰোঁ বুলি স্থিৰ কৰিলোঁ। দুটা ডাঙৰ আলিৰ চুকত এখন জাক্‌জমককৈ সজোৱা ফটোগ্ৰাফাৰৰ দোকানলৈ গৈ সুধিলোঁ, - "আপোনালোকক মানুহ লাগে নে?" বুঢ়া এজন পৰিচালক আছিল, তেওঁ হাঁহি ক'লে, - "নাহে বাবা, না।" মই কলোঁ, - "না বুলিলে নহয়। আমি মৰিম পেটৰ ভোকত আৰু আপোনাকোকে ইপিনে টকাৰ ওপৰত টকা দমাই বেংকত জমা টকাৰ সংখ্যাকেইটা পঢ়ি নিজকে নিজে কৃতাৰ্থ জ্ঞান কৰিব - সেইটো অন্যায়।" বুঢ়াই হাঁহি ক'লে, তেওঁৰ নিজৰ ভাষাত "বোপাই কৈছা ভালেই, কিন্তু পইছা এবাৰ কৰিলে নিজেই বুজিবা তাৰ প্ৰতি কি মায়া, কি মমতা।" ময়ো কলোঁ, - "আপুনি বোধহয় পইছাৰ অভাৱত কোনো দিনেই লঘোণে থাকিবলগীয়া হোৱা নাই, হোৱা হ'লে বুজি পালেহেঁতেন সিও কি যন্ত্ৰণা। তাতে যদি অপৰিচিত ঠাইত হাতত ফুটা কড়ি এটাও ভাগ্য দোষত নথকাত পৰে - তেতিয়া তাৰ মনৰ অৱস্থা কেনে হয় ভুক্তভোগী জনেহে বুজে।" বুঢ়াই মোক ভৰিৰ পৰা মূৰলৈকে চালে - "তোমাক কিমান দৰ্মহা লাগিব?" মই কলোঁ - "খোৱা-পিন্ধা।" বুঢ়াজনে হাঁহি ক'লে, - "আমাৰ আন এখন সৰু দোকান আছে, তাত বাৰু তোমাৰ থকাৰ দিহা কৰি দিম। সম্প্ৰতি দু-এদিন ইয়াতে থাকি কাম-কাজৰ অলপ আভাস লোৱা। তুমি বোধহয় ফটো তোলা কাম ই'য়াৰ আগেয়ে কৰা নাই?" মই কলোঁ, - "মানুহ এজনৰ ফটো এটা এদিন বন্ধু এজনৰ কেমেৰাত তুলি দিছিলোঁ। কিবা হেনো ফোকেল লেংথ্ ভুল হ'ল। পিছত কেৱল মানুহটোৰ পেটটোহে উঠিল, বাকীবোৰ নুঠিল।" দোকানত থকা সকলোৱে হাঁহিলে। সঁচা কথা, ইয়াত হাঁহিবলগীয়া কি আছে, বুলি মুখৰ ভিতৰতে কলোঁ।

দুবছৰ পিছত হেৰিছন ৰোডৰ দাঁতিত 'চাৰু চিত্ৰশালা' বুলি ডাঙৰ ডাঙৰ আখৰৰ চাইনবোৰ্ড দি এটা ছবিৰ কাৰখানা পাতি বহিলোঁ। মূলধন আটাইখিনি মোৰ নহয়, মই কেৱল নামমাত্ৰ অংশীদাৰ, ঘাইকৈ কৰ্মচাৰী। ফটোগ্ৰাফাৰৰ কামটো ইতিমধ্যে ভালকৈ শিকিলোঁ; ফটো তোলা, ধোৱা, ৰং দিয়া, এনলাৰ্জ কৰা (ডাঙৰ কৰা), সকলোখিনিকে আয়ত্ব কৰিলোঁ। দুজন এজনকৈ গ্ৰাহকো বাঢ়িল, বহুত সময়ত মানুহৰ ঘৰলৈকে গৈয়ো ফটো তুলিবলগীয়া হ'ল। সমনীয়া বহুতেই সেই সময়ত কৈছিল যে মোৰ চেহেৰাটোত বা আচৰণত এনে কিবা এটা আছিল যাৰ বাবে বহুতৰ ঘৰতে মই এবাৰতকৈ বেছি বাৰ ফটো তোলাৰ আহ্বান পাইছিলোঁ।

কলিকতাত থকা বেছি ভাগেই আন ঠাইৰ মানুহ। চাকৰি, ব্যৱসায় আদিৰ সুবিধাৰ কাৰণে চহৰত থাকে। কিন্তু ল'ৰা-ছোৱালীৰ বিয়া-বাৰু প্ৰায় নিজৰ ঠাইৰ মানুহৰ লগত পাতিবলৈ চেষ্টা কৰে। সকলো সময়তে ছোৱালীক দূৰৰ-ঘৰৰ মানুহে চাবলৈ অহা টান হয় কাজেই ফটোৰ প্ৰচলন বেছি। তদুপৰি বহুত সময়ত বিয়া হয় ঘটক বা খাটনিয়াৰৰ সহায়ত, কাজেই ছোৱালীৰ প্ৰথম পৰিচয় ফটোৰ জৰিয়তে কৰিবলগীয়া হয়। ভদ্ৰ পৰিয়ালৰ ঘৰলৈ ফটো তোলাৰ নিমন্ত্ৰণৰ কাৰণ বহুত সময়ত ছোৱালীসকলৰ ফটো লোৱা। বহুত সময়ত অকল ফটো তুলিলেই নহয়, কানি-কাপোৰ পিন্ধাত কেনে হৈছে তালৈকো চকু দিবলগীয়া হয়, তদুপৰি আপ-টু-ডেট বা সাময়িক ফেশ্যনৰ হৈছে নে নাই তালৈকে চাব লাগে আৰু এই ছোৱালী জাতিটোৰ সাজ-পাৰ, চুলিৰ খোপা, আনকি কাপোৰৰ পিনলৈকে ফেশ্যন ইমানকৈ লৰে যে ভাল ষ্টুডেণ্ট নহলে বহুত সময়ত 'হাল-ফেশ্যন' ধৰা টান হৈ পৰে। অৱস্থাৰ হেঁচাত পৰি মই ফটোগ্ৰাফাৰৰ আনবোৰ বিদ্যা শিকাৰ লগে লগে প্ৰায় নাট্যমঞ্চৰ 'গ্ৰীণৰূম' মেনেজাৰৰ বিদ্যাও শিকিছিলোঁ।

সৰুতে বোধহয় মোৰ নিচিনাকৈ বহুতে ভাবিছিল যে মিঠাইৰ দোকানী হোৱা ভাল, ইচ্ছামতে খাব পাৰি, কিন্তু যেয়ে মিঠাইৰ দোকান দিয়ে সেয়ে ধৰিব পাৰিছে যে সেইটো কেনে লেতেৰা বিধৰ কাৰবাৰ। কানি-কাপোৰতো গুচেই, তদুপৰি বেয়া ঘিউৰ দুৰ্গন্ধ, বাহি মিঠাইৰ কেচেমা-কেচেম গন্ধ, ভন্-ভন কৰে মাখি ইত্যাদি আনুসৰ্গিক অসুবিধা। ফটোগ্ৰাফাৰৰ ব্যৱসায় সম্বন্ধেও সেই কথায়ে খাটে। বহুতে দূৰৰপৰা নিশ্চয় এনে এটা ব্যৱসায়লৈ ঈৰ্ষা প্ৰকাশ কৰিব - বিশেষকৈ মই যি অৱস্থাত পৰিছিলোঁ; কিন্তু মোৰ প্ৰাণে বৰ সন্তোষ পোৱা নাছিল। কোনোবা গাভৰুৰ ৰূপ-লাৱণ্য এদিনীয়াকৈ হঠাৎ ভাল লাগিব পাৰে; কিন্তু সদায় তেওঁলোককে দেখি থাকিলে সৌন্দৰ্য্যবোধ ভোটা হৈ যায়, মন আমুৱায় আৰু এদিনীয়া দৰ্শকৰ চকুত যিবোৰ দোষ বেছি স্পষ্ট হৈ নপৰে সেইবোৰ দোষ ক্ৰমে চকুত পৰিবলৈ ধৰে। অভিভাৱকবোৰে সদায় কয়, - "বোপা, ভালকৈ তুলিবা।" কিন্তু ফটোখন হাতত তুলি ল'লে দেখিবা কাৰো তলৰ ওঁঠটো বৰ মোটোহা,

কাৰো দেখিবা চকুৰ খোৰোংটো বৰ ওখ, কাৰো নাকৰ দিলাটো বৰ চাপৰ, কাৰো দাঁত উচলা বা মুখখন বৰ বহল। ফটোগ্ৰাফাৰৰ সাধ্য নাই যে এইবোৰ দোষ একেবাৰে নাই-নুই কৰে, তথাপি সাজ-পাৰ বা আবেশ ভংগিৰে যিমান পৰা যায় এই দোষবোৰ ঢাকিবলৈ চেষ্টা কৰা যায় আৰু মোৰ কাৰ্য্য-কৌশলৰ বাবে হয়তো এইবোৰ দোষ ফটো চাওঁতা বহুতৰে চকুত নপৰিব পাৰে, কিন্তু অকলে থকাত বহুত সময় তেওঁলোকৰ এই দোষবোৰ মোৰ মনত পৰে আৰু এটা আন্তৰিক অশান্তিৰ সৃষ্টি কৰে। কবি ৱৰ্ডস্ৱৰ্থ এনে অৱস্থাত পৰা হ'লে গালেহেঁতেন -

> "For oft when on my couch I lie
> In vacant or in pensive mood,
> they flash upon 'my' inward eye
> 'And mar' the bliss of solitude."

এদিন দুপৰীয়া বৰ ৰ'দ, কলিকতাৰ বাটত ওলোৱা টান। এজন বুঢ়া মানুহ ঘামত তিতি ৰঙা-চিঙা হৈ আহি আমাৰ চিত্ৰশালাত সোমাল। মই তেতিয়া পেন্সিলেৰে কাকতত কিবা এটা এনেই আঁকি-বাঁকি আছিলোঁ। মানুহজনে মোলৈ চালে। মই বহিবলৈ ইংগিত কৰিলোঁ, তেওঁ মোলৈ ভালেখিনি সময় চাই থাকি লাহে লাহে বহিল। মই সুধিলোঁ, - "কিয় আহিল?" ভাবিছিলোঁ যে নিশ্চয় কিবা ফৰমাছ দিবলৈ আহিছে। তেওঁ ক'লে, - "ছৰবৎ খাবলৈ বুলি।" মোৰ সহকাৰী এজন আছিল, তেওঁ হিচাপ-পত্ৰ ৰাখে, তেওঁ ক'লে, - "এইখনতো ছৰবতৰ দোকান নহয়।" বুঢ়াজনে ক'লে - উৰ্দুহৈ তেওঁৰ মাতৃভাষা যেন ধাৰণা হ'ল, - "মই সেইটো দেখিছোঁ, কিন্তু ট্ৰেজাৰীলৈ গ'লেহে যে টকা পোৱা যায় তাৰ কোনো অৰ্থ নাই, বৰং আন ঠাইতে পাবৰ আশা বেছি। ছৰবতৰ দোকানত ছৰবৎ বেচিবহে, আৱশ্যক থকাজনক নিদিয়েতো। তোমাৰ টকা আছে, পিয়াহ নাই, ছৰবতৰ দোকানলৈ যোৱা, আৰাম কৰি ছৰবৎ খোৱাগৈ, কিন্তু মোৰ পিয়াহ আছে, ছৰবৎ খাবৰ ইচ্ছা আছে, দিবলৈ পইছা নাই।" বুঢ়াৰ কথাৰ ধৰণ দেখি মোৰ মনটো বৰ ভাল লাগিল, এইবোৰ কথা যেন মোৰে বুকুৰ কোনোবা চুকত লুকাই থকা কথাহে। বুঢ়াক মই হাত বাও দি ভিতৰলৈ মাতি নিলোঁ, আমাৰ যিটো 'ডাৰ্করুম', য'ত কোনদিন কালেও সূৰ্য্যৰ পোহৰ পৰিবলৈ নাপায়, তাত ক্ষীণ পোহৰৰ বিজুলী চাকি এটা জ্বলাই দি ওপৰত বিজুলী বিচনী চলাই দি দুয়োজনে বহিলোঁ আৰু চাকৰ এজনক এগিলাছ ছৰবৎ দিবলৈ কলোঁ। বুঢ়াই অলপ পৰ বহি ক'লে, "চাকিৰ একো আৱশ্যক নাই, নুমাই দিয়া, কথা কৰলৈ আন্ধাৰতে ভাল।" চাকি নুমাই দিলোঁ।

দুয়োৰে মাজত বহু পৰলৈকে কথা-বতৰা নাই। তেওঁ কি ভাবিছিল অৱশ্যে মই

কব নোৱাৰোঁ, মই কিন্তু এই মানুহজনৰ কথাই ভাবিছিলোঁ। তেওঁক যেন ক'ৰবাত দেখিছিলোঁ, কিন্তু ক'ত ঠিক মনত পৰা নাছিল। মই বহুবাৰ মনত থকা কথাবোৰ তল-ওপৰ কৰি চালোঁ, মানুহটোৰ ছবিটো মনত পৰে, কিন্তু কি কাৰণত লগ পাইছিলোঁ সেইটো মনলৈ নাহে। ইতিমধ্যে তেওঁ উঠাৰ একো আগন্তুক নেদেখিলোঁ। মই লাহেকৈ কলোঁ, - "কিয় আহিছিল তেনেহলে?" তেওঁ ক'লে, - "তোমাক দেখি ইয়াতে সোমালোঁ।" "মোক জানো আপুনি চিনে?" - মই সুধিলোঁ। "বোধ হয়" - এইবুলি কৈ তেওঁ অলপ মনে মনে থাকিল। মই সুধিলোঁ, - "ক'ত লগ পাইছিলোঁ কওকচোন।" এই কথাষাৰ উলিয়াত ভালেই পালে। তেওঁ সুধিলে, - "তুমি এই ব্যৱসায়ত নামিবৰ কিমান দিন হ'ল?" মই কলোঁ, - "প্ৰায় তিন চাৰি বছৰ।" "তাৰ আগেয়ে কি কৰিছিলা?" এই প্ৰশ্নবোৰত যেন মৰমৰ এটা সুৰ আছিল। "তাৰ আগেয়ে কি কৰিছিলা?" এই প্ৰশ্নবোৰত যেন মৰমৰ এটা সুৰ আছিল। "তাৰ আগেয়ে বিশেষ একো কৰা নাছিলোঁ।" তেওঁ কিবা এটা কবলৈ গৈ হঠাতে বৈ গ'ল যেন লাগিল, পিছত অলপ সংযত সুৰত ক'লে, - "এতিয়া ব্যৱসায় কেনে চলিছে?" মই কলোঁ, "মাজা-মাজি।" "দোকানখন তোমাৰ নে?" "মোৰ নহয়, মই কৰ্মচাৰীহে।" "তুমি কিনি লবৰ মন কৰা নে?" মই এই প্ৰশ্নটোৰ একো উত্তৰ নিদিলোঁ, কাৰণ কিনি লবৰ মন জানিবা কৰিলোঁৱেই, কিন্তু টকা পাম ক'ত? "বাৰু, আৰু কেতিয়াবা দেখা হব" - এইবুলি কৈ মানুহজন ওলাই গ'ল। যোৱাৰ আগতে এষাৰ কথা সুধিছিল - "তোমাৰ ঘৰ অসমত হয় নে?" মই অৱশ্যে হয় বুলি কৈছিলোঁ।

কেইবামাহো গ'ল, মানুহজনৰ দেখাদেখি নাই। মোৰ যদি বুকৰ কোনোবা এচুকত কিবা এটা আশা লুকাই আছিল যে এই মানুহজনৰ সহায়ত মই চিত্ৰশালা নিজৰ কৰি লব পাৰিম, তেনেহলে কব নোৱাৰোঁ; কাৰণ বহুত সময়ত নিজৰ আশা নিজৰ আগত ভাঙি কবলৈকো সংকোচ হয়। কিন্তু কিয় জানো মই এই অপৰিচিত মানুহজনৰ বিষয়ে ভাবোঁতে ভাবোঁতে মোৰ এনে ভাব হৈছিল যে তেওঁৰ অংগ-প্ৰত্যংগ মোৰ চকুৰ আগত মাজে মাজে স্পষ্টকৈ ভাঁহি উঠিছিল। কিমান তৰুণীৰ সাজ-সজ্জা ৰূপ-ভংগিমা দেখিলোঁ, কিন্তু একোৱে মোৰ মন ইমান অধিকাৰ কৰিব নোৱাৰিলে, অথচ এই প্ৰায় সত্তৰ বছৰীয়া বুঢ়াজনলৈ মোৰ এনে কিয় ধাউতি হ'ল মই নিজেই বুজিব নোৱৰা হলোঁ। পাছে এদিন আচলতে এই বুঢ়াজন আহিল। সিদিনাখন খোজ কাঢ়ি অহা নাই, এখন তেজী ঘোঁৰাৰ গাড়ীত আহিছে। মই দেখিয়ে অতি পৰিচিতৰ দৰে উঠি গৈ সাদৰ সম্ভাষণ কৰি লৈ আহিলোঁ; গাড়ীত আন কোনোবা মাইকী মানুহ আছে, খিৰিকীবোৰ কাৰাকাপ মৰা বন্ধ। তেওঁ ক'লে, "মই আজি দেৰাদুনলৈ যাম, তোমাক এবাৰ লগ পাওঁ বুলি আহিলোঁ।" কোচোৱানক ক'লে, বাকচ এটা গাড়ীৰ ওপৰৰ পৰা নমাই দিবলৈ। কোচোৱানৰ





সহায়কাৰীয়ে বাকচটো নমাই আনিলে। বুঢ়াজনে মোক ইংগিত কৰিলে, - "সিদিনাৰ বহা ঠাইলৈ বলা।" মই নিঃশব্দে তালৈ গলোঁ, মানুহজনো গ'ল, বাকচটোও নিয়ালে। বাকচটো থৈ কোচোৱানৰ সহায়কাৰীজন ওলাই গ'ল; বুঢ়াই মোক থিয় দি থকা দেখি ক'লে - "বহা, অলপ কথা আছে।" মই বহিলোঁ। "তুমি দোকানখন সম্বন্ধে কিবা ভাবি চাইছানে?" মই বহুতবাৰ ভাবিছোঁ, কিন্তু টকা পাম ক'ত আৰু কিনা বা নিকিনা সম্বন্ধে এখেতৰ বা স্বাৰ্থ কি? মোক নমতা দেখি কলে - "তোমাৰ দৰ্মহা কিমান?" মই কলোঁ - "খোৱা-পিন্ধা আৰু লাভৰ দুঅনা।" "লাভ কিমান হৈছে?" "হিচাপ হোৱা নাই।" "স্বাভাৱিক" - বুঢ়াই মুখত আঙুলি এটা দি হুমুনিয়াহ কাঢ়িলে, মই হুমুনিয়াহৰ শব্দ ভালকৈ শুনিবলৈ পাইছিলোঁ। কোঠা সিদিনাও অন্ধকাৰ। তেওঁ মোক সুধিলে, - "তুমি যদি আন কাৰোবাৰ সহায় পোৱা দোকানখন কিনিবানে?" মই তেওঁৰ এই ৰহস্যপূৰ্ণ আচাৰ-ব্যৱহাৰত ভিতৰে ভিতৰে অসন্তুষ্ট হৈ উঠিছিলোঁ, তাতে লোকৰ পুতৌ মোৰ মুঠেই সহ্য নহৈছিল। মই গহীনভাবে কলোঁ - "এতিয়া দোকানখন লোকৰ আছে, কিন্তু লোকৰ সহায়েৰে দোকানখন মোৰ কৰিবলগীয়া হ'লে মই নিজে লোকৰ হম, দোকানখনতো লোকৰ স্বত্ব থাকিবই।" - বুঢ়াই ঠিক যেন এই উত্তৰকে আশা কৰিছিল। তেওঁ হাঁহিলে কিন্তু অলপ ইতিকিঙৰ সুৰত ক'লে - "খাবলৈ নোপোৱা, চহৰৰ বাটে বাটে ঘূৰা আৰু শেষত গংগাৰ দাঁতিত উপবাসে নিশা কটোৱাতকৈও এইটো অপমানজনক কথা নে?" কথাষাৰ যেন অলপ উপহাসৰ সুৰত কোৱা নাছিল; ইয়াত অলপ নিজৰ বেজাৰো মিহলি আছিল বুলি অনুমান হ'ল। এই কথাষাৰ কোৱাৰ লগে লগে ছাৎ কৰি মোৰ মনত পৰিল। মই গংগাৰ দাঁতিত পৰি থকা সময়ত যে সপোন দেখিছিলোঁ, এইজন মানুহেই যেন কৈছিল, - "Blessed are the poor, for them is the Kingdom of heaven" দুখীয়া সম্বন্ধে বিদ্ৰূপাত্মক কথাষাৰ এওঁৱেই নিশ্চয় কৈছিল। মই মোৰ কৌতুক দমাই ৰাখিব নোৱাৰিলোঁ, বিজুলী চাকিটো জ্বলাই দিলোঁ। ঠিক সেই একে সাজ-পাৰ কোমলতাপূৰ্ণ অন্তৰেৰে সৈতে একে বিদ্ৰূপসূচক চাৱনি। তেওঁ ক'লে - "চাকিটো আকৌ জ্বলালা কিয়, নুমোৱা" মই আচৰিত হলোঁ। আগেয়ে দেখা মানুহক নহয় সপোনত দেখা সম্ভৱ, কিন্তু সপোনত দেখা মানুহক পিছত দিঠকত দেখা দৃষ্টান্ত বিৰল। এই সকলোৰে অন্তৰালত ভগৱানৰ যদি কিবা অভিপ্ৰায় থাকে ধৰা বৰ টান। চকুৰে নেদেখা শক্তি বা নিয়তিৰ প্ৰভাৱ যে জীৱনত কিবা আছে, ইমান দিনে ভাবিবলৈ আহৰি পোৱা নাছিলোঁ, আজি যেন পৰ্বতৰ টিঙৰ বৰফৰ থিপা গলিহে পানীৰ সোঁত নামিল। মানুহজন যে তাত আছিল মই প্ৰায় পাহৰি গৈছিলোঁ। "তোমাৰ লগত মোৰ বহুত কথা আছে, আজিলৈ যাওঁ, সময় নাই; গাড়ীত মোৰ ছোৱালীজনী আছে, তাই চাগে আমনি পাইছে" - এই বুলি কৈ তেওঁ





উঠিল। কিন্তু যাবৰ সময়ত তেওঁ অনোৱা বাকচটো লৈ দেখুৱাই কৈ গ'ল - "ইয়াত কেবা-কিবি আছে, বাকচটো তোমাৰ ইয়াতে থাককচোন।" মই ভাবিলোঁ যে পিছত তেওঁ নিব, কাজেই সেই সম্বন্ধে একো নকলোঁ।

ইয়াৰপৰা জানো মোৰ কি হ'ল - Imagination ran wild. মই বাৰু খাবলৈ নোপোৱা, চহৰৰ বাটে বাটে ঘূৰা, গংগাৰ দাঁতিত শোৱাৰ কথা তেওঁ কেনেকৈ জানে? দোকানখন মই নিজা কৰি লব খোজো নে নাই, এইবোৰ তেওঁৰ জনাৰ আৱশ্যক কি? লোকৰ সহায়ত মই লব খোজো নে নাই? সেই 'লোক' জন কোন, তেওঁ নিজে নে কি? তেওঁৰে বা মোক সহায় কৰাত কি স্বাৰ্থ আছে? আৰু তেওঁৰ যদি একো স্বাৰ্থ নাই মোক লগেই বা ধৰিছে কিয় আৰু তেওঁ দোকানলৈ অহা উদ্দেশ্য যে মোক লগ ধৰা সিও নিশ্চয়। সকলোতকৈ আচৰিত, এই মানুহজনক মই চকুৰে দেখাৰ আগতে সপোনতে বা দেখিলোঁ কেনেকৈ? এওঁৰ এজনী ছোৱালী আছে বুজিলোঁ, তেওঁৰো দেউতাকৰ নিচিনাই নে কি, তেওঁৰো চকুত এই একে বিদ্রূপাত্মক, একে ছলনাময় দৃষ্টি নে? কি জানোঁ।

এদিন আবেলি এখন ঘোঁৰাৰ গাড়ী আহি আমাৰ দোকানৰ সমুখত থিয় হ'ল। কোচোৱানে মোক চালাম কৰি এখন চিঠি দিলে। এজন ভদ্রলোকৰ ঘৰত ফটো তোলাৰ আৱশ্যক, সাজ-সৰঞ্জামবোৰ লৈ মোক অকলে যাব কৈছে। এনেকৈ বহুতেই মাতে; গতিকে আচৰিত হবলগীয়া একো নাছিল, কিন্তু মোক অকলে মাতিছে কিয়? বোধহয় শব্দৰ কিবা অপব্যৱহাৰ হৈছে। ৰ'দ পৰি আহিব, বেছি সময় নাই - মই লৰা-লৰিকৈ গলোঁ, অকলেই গলোঁ। এটা ডাঙৰ ঘৰৰ সমুখত গাড়ী ৰ'লগৈ। কোনোবা ধনী-মানুহৰ ঘৰ যেনেই লাগিল, কিন্তু এনে সাঙসিঙীয়া কিয়, মানুহ-দুনুহৰ সাৰ-সুৰ নাই। গিৰিহঁত ক'ৰবালৈ গৈছে নেকি? - মই ড্ৰইংৰুমলৈ সোমাই গৈছোঁ। এজন দহ-বাৰ বছৰীয়া লচপচীয়া ল'ৰাই আহি ক'লে, - "আপোনাক ওপৰলৈ মাতিছে।" মই কলোঁ, - "জিনিষ-পত্রবোৰ ইয়াত বেচামালে এৰিব নোৱাৰি।" তেওঁ ক'লে, - "চাকৰ-বাকৰ কাৰবাক পঠিয়াই দিম আহক।" ল'ৰাটোৰ ওঁঠ দুটাত কিবা এটা বিশেষত্ব দেখিলোঁ, গাৰ ৰং উজ্জ্বল, বগা। মানুহৰ অংগ-প্রত্যংগ অৱয়ব নিৰীক্ষণ কৰাই মোৰ কাম হৈ পৰিছিল আৰু কাৰ কোন অংশ কাৰ লগত কিমান মিল থাকে তাকো বহুতো ঠাইত কবপৰা হৈছিলোঁ। এওঁতো তেনে এটা মিল পাইছিলোঁ।

ওপৰলৈ গৈ দেখোঁ যে এজনী গাভৰু ছোৱালী দুৱাৰ মুখত ঠিয় দি আছে। আজিহে বুজিলোঁ, জীৱনত প্রথমবাৰ, যে ছোৱালীৰ ওচৰত মোৰ পৰাভৱ আছে। কি ৰূপ, কি চাৱনি, কিহে জানোঁ মোৰ মৰ্মস্থানত আঘাত কৰিলে। ছিৰিতে মোৰ ভৰি কঁপি উঠিল।

বিহ হোৱা হ'লে কৰ্লোহেঁতেন যে তেওঁৰ ৰূপ, তেওঁৰ চাৱনি সাক্ষাত হলাহল, কিন্তু ভাল বস্তুৰ তীব্ৰতা বুজাবলৈ তেনে একো শব্দকে বিচাৰি নাপাওঁ। মই উঠি গৈ সুন্দৰকৈ সজোৱা কোঠা এটাৰ ভিতৰত বহিলোঁ, কিন্তু জানোঁ যে বহি থাকিলে কাম নচলিব; কিন্তু আনদিনৰ ফটোগ্ৰাফাৰ যে আজি মই নহয়, ভালকৈ বুজিছিলোঁ। তথাপি ব্যৱসায় - ব্যৱসায়। বহুত চিকিৎসকে কোনোবা ৰোগীৰ হাতত ধৰি আকাশ-পাতাল ভাবিব পাৰে, বহুত কূট প্ৰশ্নকাৰী উকেলে কোনোবা সাক্ষীৰ মুখলৈ চাই কৰ খোজা কথা পাহৰি যাব পাৰে, তথাপি ব্যৱসায়ৰ খাতিৰত লোকৰ চক্ষুৰ সমুখত নিজৰ লাজ ঢাকিবই লাগিব। মই ভাবিছিলোঁ যে কোনোবা ডাঙৰ মানুহ আহিব, কিন্তু কাকো নেদেখি ল'ৰাটোক সুধিলোঁ - কাৰ ফটো তুলিব লাগে আৰু ক'ত তোলা হব? ল'ৰাটোৱে হাঁহি ক'লে, - "আপুনি ফটোগ্ৰাফাৰ মানুহ, নিজেই চাই লওক, ক'ত ফটো তুলা সুবিধা হয়। ফটো তোলোৱা মানুহৰ অভাৱ নহয়।" ল'ৰাটোৰ এনে পুৰঠ কথা দেখি মোৰ হাঁহি উঠিল। দুয়োজনে ঘৰটোৰ ইপিনে সিপিনে ঘূৰি ঘৰৰ পিৰালিত ফটো লোৱা ঠিক কৰিলোঁ। মোৰ দিহামতে সতৰঞ্চি আদি পতোৱা হ'ল, ভাল ডিজাইনৰ চকী এখন পাৰি দিয়া হ'ল, মই ল'ৰাটোলৈ চাই ইংগিত কৰিলোঁ, - "আহা, ফটো তোলোৱাহি।" তেওঁ হাঁহি ক'লে, - "মোৰ বাবে ইমান কেৰা কষ্ট ল'লেহেঁতেন নে?" বোলাঁলৈ চাওঁ, বেলি মাৰ যাবলৈ সৰহ বেলি নাই - মই ব্যস্ত হৈ পৰিলোঁ, "কোনে আহা, আহা" বুলি চিঞঁৰি কৰবলৈ মন গ'ল। নহলে পোহৰ কমি যোৱাৰ বাবে ফটো বেয়া হৈ আহিব বুলি মোৰ ভয় হ'ল। গাভৰুজনাই আহিল, তেওঁ বহিল, কিন্তু তেওঁৰ মুখখন মেজ সজোৱা ফুলৰ তেনেই আঁৰ হ'ল। বহুত লাজকুৰীয়া ছোৱালীৰ ইয়াৰ আগেয়েও মই ফটো তুলিছোঁ, কিন্তু মোকেই ইমান লাজ নে ভয়ে আগুৰি ধৰিছিল যে তেওঁক কি বুলি কম ভাবি নোপোৱাত পৰিলোঁ। ওচৰলৈ গলোঁ, হাতেৰে ইংগিত কৰিলোঁ, থিয় দিলে - টেবুলখন দাঁতিলৈ থেলি থৈ চকীত ধৰি থিয় দি থাকিবলৈ ভাব-ভংগিৰে বুজাই কলোঁ, ভাষা ব্যৱহাৰ কৰাত মোৰ আৰু এটা ভয় আছিল, মই, উৰ্দু ভাষা কব নাজানিছিলোঁ অথচ এওঁলোকৰ ভাষা উৰ্দু-প্ৰধান হিন্দী। কলৌ-জপৌ কৰি ফটো ললোঁ। মেছিনত 'ফোকাছ' কেনে হৈছিল বা slideত ছাপ কেনেকৈ পৰিল ভালকৈ কব নোৱাৰিলোঁ; কিন্তু মোৰ চকুৰে যিমান স্পষ্টকৈ পাৰোঁ চাই ললোঁ আৰু অন্তৰত মচিব নোৱৰাকৈ impression (ছাপ) ললোঁ - গধুৰ অথচ লোলুপ অন্তঃকৰণ লৈ ঘৰমুৱা হলোঁ। আহিবৰ সময়ত বাটৰপৰা এবাৰ চালোঁ, খিৰিকীৰ ভিতৰৰ পিনে তেওঁক দেখিবলৈ পালোঁ, মাজতে লোৰ শলা (bar) কেডাল নোহোৱাহেঁতেন!

ঘৰলৈ আহি 'আন্ধাৰ ঘৰলৈ' স্লাইডকেচটো লৈ গ'লোঁ। ভাবিলোঁ, এই ফটোৱেই মোৰ জীৱনৰ অত্যুৎকৃষ্ট ফটো masterpiece হব। কল্পনাৰ সহায়ত ইয়াৰ লগতে বহুত

কথা যুৰিলোঁ। স্লাইডকেচ্‌টো খুলি চাওঁ যে ভিতৰত স্লাইড দিয়া নহ'ল। মোৰ মূৰত স্বৰগ ভাঙি পৰিল, গিৰিহঁতে ফটো নিবলৈ আহিলে কি কম, ফটো যে লোৱাই নহ'ল। নিশা টোপনি নাহিল। পিছদিনা ৰাতিপুৱাতে ভাবিলোঁ - মোৰ অন্তৰকে 'নিগেটিভ' কৰি তাকেই চকুলোৰে ধুই আৰু হমুনিয়াহেৰে শুকাই গাভৰুজনীৰ ছবি আঁকি দিম। মেজত ফুল আৰু চকীৰ ডিজাইন দিয়া অসম্ভৱ। তালৈকে মোৰ চাবলৈ নহ'ল। তিনি দিন তিনি ৰাতি খাটি শেষ কৰিলোঁ। ফটোৰ ব্যাকগ্ৰাউণ্ড কল্পনাৰপৰাই দিলোঁ, কিন্তু খিৰিকী এটা আঁকিবৰ সময়ত মনত পৰিল খিৰিকী পিছৰ ফালে নিদি সন্মুখৰ ফালেই নিদিওঁ কিয় - মই শেষ ভুমুকিত যেনে দেখিছিলোঁ ঠেক তেনেই হ'ব। মোৰ কল্পনা, একাগ্ৰতা আৰু লেখনী চালনাৰ দক্ষতাৰ নিদৰ্শন দেখুৱাবলৈ ইয়াতকৈ ভাল ঠাই বিচাৰি পোৱা নাছিলোঁ। মোৰ ছবি শেষ হওঁ হওঁ হৈছে, এনেতে মোৰ সেই পৰিচিত বুঢ়া ভদ্ৰলোকজন মোক নোকোৱাকৈয়ে আহি মই ছবি আঁকা ঠাই পালেহি। তেওঁ ক'লে - "সিদিনা ছোৱালীজনীয়ে খিৰিকীৰ ভিতৰত থাকি ফটো তোলালে নে কি?" মই হতভম্ব হলোঁ, কি কম। মই কলোঁ, - "ফটো নহয়, ছবি।" তেওঁ ক'লে, - "ছবি বুজিলোঁ, কিন্তু কাৰ?" "কি জানি, নাম সোধা নাই।" "নাম সুধিব নালাগে, মই জানোঁ, মোৰ ছোৱালী, নাম মধুমালতী। তোমাক মই ছবি আঁকিবৰ অধিকাৰ দিয়া নাই, তোমাক মই ফটো তুলিবলৈহে নিয়াইছিলোঁ।" কি কম, মোৰ মুখৰ মাত হৰিল। জগতত ভাল পাবৰ অধিকাৰ আছে, কিন্তু প্ৰকাশ কৰিবৰ বাট নাই।

ভদ্ৰলোকজনে ক'লে, "বহা, কথা আছে। তুমি বাৰু বাকচটো ক'ত থৈছা?" তেওঁ য'তে থৈ গৈছিল বাকচটো তাতেই আছিল, অলপ কাষ লগাই থৈছিলোঁ। তেওঁ এপাত চাবি দি ক'লে -, "বাকচটো খোলাচোন।" খুলিলোঁ, ভিতৰত এটা সৰু টিনৰ বাকচ। তেওঁ ক'লে, - "এই টিনৰ বাকচটো বাৰু তোমাৰ নে?" মই আচৰিত হলোঁ, মোৰ হয়। "বাকচটো খোলা" - তেওঁ ক'লে। খুলিলোঁ, মোৰ পুৰণি কাপোৰ কেখনকে ধুই জাপি-জুপি থোৱা আছে। মই বিস্ময়ত অভিভূত হলোঁ। "আপুনি কেনেকৈ এইবোৰ পালে?" "মই চুৰি কৰিছিলোঁ।" "সঁচাকৈ?" মই আচৰিত হলোঁ।

তেওঁ ক'লে -

"আচৰিত হোৱাৰ একো কাৰণ নাই। মই গংগাৰ পাৰত ফুৰি আছিলোঁ। গধূলি। তোমাৰ মুখত তেতিয়া জোনৰ পোহৰ পৰিছিল, মই যেন হঠাৎ দেখিলোঁ মোৰ ল'ৰালি কালৰ লগ শ্ৰীমন্ত বৰা শুই আছে। তাহানি কলঙৰ পাৰত, সি বহুতদিন আগৰ কথা, দুয়ো এনেকৈয়ে জোনাক নিশা বাগৰিছিলোঁ, কিমান সুখ-দুখৰ কথা পাতিছিলোঁ - কিন্তু মই নিজৰ জীৱিকা বিচাৰি লাহোৰলৈ যোৱা দিন ধৰি তেওঁৰ একো খবৰ নাপাওঁ।

কিন্তু এই কলিকতা মহানগৰীৰ হেজাৰ বিজাৰ মানুহৰ মাজত তোমাক দেখি যদি মোৰ বাল্যবন্ধুৰ কথা মনত পৰিছিল, তোমাক কোন সাহেবে সোধো তুমি ক'ৰ? শেষত ভাবিছিলোঁ - তোমাৰ কাপোৰ-কানিখিনি লুকাই ৰাখি কাকতৰ জৰিয়তে খবৰ দিম যে তুমি মোক লগ ধৰিবা। মই একেবাহে এসপ্তাহ কাকতত জাননী দিলোঁ; তোমাৰ একো খবৰকে নাপালোঁ। পিছতহে বুজিলোঁ যে মোৰ কাৰ্য্যপ্ৰণালী বৰ শোভনীয় হোৱা নাছিল। তোমাৰ বাকচত আন চিঠি পালোঁ। তাৰপৰাই বুজিলোঁ তুমি শ্ৰীমন্তৰে ল'ৰা। তাৰ পিছত তোমাক লগ ধৰাটো মোৰ অৱশ্য-কৰ্তব্য হৈ উঠিল। অসমত খবৰ লৈ জানিলোঁ যে তুমি কলিকতাতে আছা। এদিন অকস্মাৎ এনেকৈ যাওঁতে তোমাৰ মুখটো মোৰ চকুত পৰিল। বাকীবোৰ কথা তুমি জানা।" নই একো নামাতিলোঁ।

আকৌ ইজেল'ৰ ওপৰত থকা ছবিটোলৈ চাই ডেওঁ ক'লে, - "খিৰিকীৰ লো কেডাল মচি দিয়া, বেয়া দেখি। আশাকৰোঁ এই ব্যৱধান তুলি দিয়াত তোমাৰ আপত্তি নেথাকিব।"

* * * * * * * * *

মধুমালতী যিদিনা আহি গৃহলক্ষ্মীবেশে মোৰ ঘৰ সোমাল, সিদিনাই প্ৰথম কৈছিল, - "মোৰ ছবিটো ক'ত থৈছে দেখুৱাবচোন;" কিন্তু তাৰ পিছৰপৰা দুজনেই তাৰ অস্তিত্বৰ বিষয়ে পাহৰিলোঁ। জীৱনৰ গধূলি বেলিকা আজিও গংগাৰ সেই এছাটি বতাহলৈ মনত পৰিছে।

(৫ম বছৰ, ১০ম সংখ্যা আবাহন)

# বে বড়ে ভাই

দুই এখন পুৰণি ধৰণৰ ঘোৰা গাড়ী, দুই এখন নতুন পুৰণি মটৰ গাড়ী, দুই চাৰিটা শ্ৰান্ত ভাৰবাহী কুলি, এই সকলৰ অনিশ্চিত সমন্বয়তে ৰেল-ষ্টেছনৰ কাষতে গুৱাহাটী-শ্বিলং মটৰ ষ্টেছনটি গজি উঠিছে। তাত সকলো কাম লাহে ধীৰে বিজুলী চালিত গধুৰ ঘড়ী এটাৰ নিচিনাকৈয়ে চলে। দেখিলে ধাৰণা হয় যেন ঘড়ীটো মৰা, কিন্তু কিছুপৰ স্থিৰ চকুৰে চাই থাকিলে দেখা যায় যে, মিনিটৰ কাঁটাডালে জাপ মাৰি তাৰ এক মিনিট বহি থকাৰ অন্তত জীৱনৰ পূৰ্ণ আভাস দিয়ে। ঠিক সেইদৰে এই ষ্টেছনখো সকলো কাৰ্য্যৱলী সময়তেই হয়; কিন্তু কেনে লেহেম! 'পাণ্ডু - শ্বিলং ছাৰ্ভিছ'ৰ গাড়ীবোৰ আহে - ধনী-দুখীয়াৰ বিধে বিধে। নিৰ্ধনীৰ গাড়ী আহি বহুপৰ বৈ থাকে, মালৰ গাড়ীবোৰ শ্ৰান্তভাৱে গেৰুৱা ৰং লৈ বৈৰাগ্যৰ হুমুনিয়াহ তুলি এখন দুখনকৈ অদৃশ্য হয়; যাত্ৰীসকলে সাজি পাৰি নিজ নিজ গাড়ীত উঠি যাত্ৰা কৰিবলৈ শুভ সংকেতটিলৈ চাই থাকে, দুই এটাই বাৰে বাৰে উঠি নামি বিদগ্ধতাৰ পৰিচয় দিয়ে আৰু নতুনকৈ দেখা দূৰদেশৰ অপৰিচিত যাত্ৰিয়ে চাৰিওপিনৰ শৈল-শ্ৰেণীলৈ চকু দি ভাৱে - কি অনন্ত পৰ্বতমালাৰ গৰ্ভত আত্মসমৰ্পণ কৰিবলৈ ওলাইছে, ভগৱান যেন সাৰথি থাকে।

এনে এটা ক্ষণতে মলিন ফটা-ছিটা কোট-পেন্ট পিন্ধা ওঠৰ-কুৰি বছৰীয়া ডেকা ল'ৰা এটাই এই মটৰ ষ্টেছনত দেখা দিলে। তাৰ হাতত এডালি বেত, আইৰ দাগ থকা মুখত এটা হাঁহি; কিন্তু দুটা বস্তুৰ তাৰ নিতান্ত অভাৱ - ভৰিত জোতা আৰু চকুত দৃষ্টি। ধৰণ-কাৰণ দেখি বুজা গ'ল ঠাইখিনি তাৰ অপৰিচিত নহয়, বৰং কুলি-মালি কিছুমানো তাৰ পৰিচিত যেন লাগিল। কাৰণ, সি অহাৰ লগে লগে চাৰিওপিনৰ পৰা "ছুলতান, ছুলতান" বুলি শব্দ হ'ল আৰু মানুহবোৰ তাৰ কাষ চাপিল। সি হাঁহি ক'লে হিন্দুস্থানীত, "আজি মই যাবলৈ আহিছোঁ।" সকলোৱে সুধিলে, "ক'লৈ?" সি উত্তৰ দিলে, - শ্বিলঙলৈ।" শ্ৰোতাসকলে ৰস পাই সুধি'ল, "কিয়?" উত্তৰ দিলে, "মোৰ ককাইটিৰ খবৰ লবলৈ।" সকলোৱে গিৰ্জনি মাৰি হাঁহিলে - বোধ হয় নিজৰ চকুৰ অভিমান লৈ আৰু তাৰ অন্ধত্বৰ আলম লৈ। সি তালৈ ভ্ৰুক্ষেপ নকৰি তাৰ কামৰ জৰুৰতা বুজাবলৈ ক'লে - "ককাইটিৰ বহুত দিন বাতৰি পোৱা নাই।" সি নিজে গৈ খপজপাই এখন দীঘলীয়া মটৰ-গাড়ীত উঠিল - এইবোৰৰ আধাখিনিত মাল-বস্তু যায় আৰু আধাখিনি নিম্ন শ্ৰেণীৰ যাত্ৰী যাব পাৰে। "হেৰ, তোৰ টিকট নাই, নাম।" এইবুলি তাৰ হাতত ধৰি কোনোবা এজনে নমাই দিলে। সি বিনা আপত্তিতে নামি ক'লে, "বড় ভাইকা পট্টা নঁহী মিলা।" (ককাইটিৰ খবৰ পোৱা নাই।) চাৰিওপিনৰ মানুহে হাঁহিলে, বোধ হয় উপহাস কৰি - অন্ধৰ আৰু স্নেহৰ আকৰ্ষণ! তাৰ চকুৰে গিৰ্ গিৰকৈ পাণী পৰিবলৈ ধৰিলে নিজৰ

অসহায়তাত। কিন্তু ৰ'দ উঠাত দুবৰিৰ নিয়ৰৰ দৰে নিমিষতে তাৰ চকুলো অন্তৰ্ধান হ'ল, মুখত এটি স্নিগ্ধ হাঁহি বেঙাই গ'ল, সি গীত আৰম্ভ কৰিলে - কবিৰৰ দোহা। কি গীত, কি মাত। চাৰিওপিনে কাঁহ পৰি জিন গ'ল। বোধহয় বেছিভাগ শ্ৰোতাই হিন্দী নুবুজিলে, হয়তো গানৰ ভাষা বহুতৰে অপৰিচিত আছিল; কিন্তু কি সুধাবৰ্ষী সেই সুৰ, তাৰ আইৰ ফুল পৰা চকুৰে-মুখে কি অপূৰ্ব সজীৱতা, পাতল ওঁঠ দুটি আৰু পাতল কৰি কি মধুৰ হাঁহি, অন্তত মাজে মাজে "ৰে, ৰে, ৰে, ৰে" বুলি ধ্বনি উঠে। গায়কৰ কি মন-প্ৰাণ হৰি নিয়া একাগ্ৰতা। যাবলৈ উন্মুখ যাত্ৰীসকল গাড়ীৰপৰা নামি গায়কৰ কাষ চাপিল, গাড়ীৰ চালকসকল আহি তাতে থুপ্‌ খালে, মটৰ কোম্পানিৰ কৰ্মচাৰীসকলে সাৱধান কৰি দিয়া সত্ত্বেও কাৰো গা নলৰিল। বেছি পইছা দিয়া যাত্ৰীসকলৰ যথা সময়ত যোৱাৰ কাৰণে কৰ্মচাৰীবোৰৰ উদ্বেগ বাঢ়িল; কিন্তু কম পইছাৰ যাত্ৰীসকলৰ গাড়ী আগে যাব লাগে। তেওঁলোকে প্ৰমাদ গণিলে। কৰ্মচাৰীসকলৰ এজন কাষ চাপি ক'লে, - "শুন, তোক মই আত্ৰীৰ গাড়ীত উঠিব দিব লোৱাবোঁ; কিন্তু ঢাকনি নথকা মাল গাড়ীত উঠি যাবিনে? কিন্তু বাপু তাৰপৰা যদি উফৰি যাৱ, মোৰ গাত দোষ নাই, সমূলে মৰিবি।" সি শান্তিৰ নিশ্বাস পেলাই ক'লে, - "য'তে ত'তে যাম। ককাইটিৰ বহুত দিন বাতৰি পোৱা নাই।" কৰ্মচাৰীজন অতি ভদ্ৰ আছিল; তেওঁ সুধিলে, "ককায়েৰ শ্বিলঙৰ ক'ত থাকে?" সি অতি উৎসুক আগ্ৰহেৰে ক'লে, "শ্বিলঙত, বাবু শ্বিলঙত।" কুলী এটাই নি এখন মাল নিয়া মটৰৰ কাষত তাক এৰি দিলে, আৰু সি বিনা আয়াসে হাতীত মাউত বহা দি ঢাকনি নোহোৱা মটৰ গাড়ীৰ মাল নিয়া পীৰাখনত দেৱৰাজ ইন্দ্ৰৰ আমোলেৰে বহিল। শ্ৰোতাৰ জুম ভাগিল, যাত্ৰীসকল নিজ নিজ গাড়ীলৈ উভতিল, এখন এখনকৈ, গাড়ীবোৰ পালমতে লৰ দিলে; কিন্তু বায়ু মণ্ডলত তেতিয়ালৈকে ছুলতানৰ উৎফুল্ল স্বৰ-লহৰী, যেন প্ৰিয় বন্ধুৰ স্মৃতিৰ দৰে সজাগ থাকিল।

শ্বিলঙত ছুলতান গৈ গধূলি যেতিয়া নামে, জ্বিপ্‌জ্বিপীয়া বৰষুণ। ৰাজআলিৰ বিজুলী চাকিবোৰে দূৰ আকাশৰ আলফুলকৈ ওলমি থকা তৰাৰ দৰে অকামিলা, নিস্তেজ পোহৰ বিকীৰণ কৰিছে। তাৰে কেৱল খাল আৰু আলিৰ প্ৰভেদ চিনি, মানুহ আৰু গাড়ীৰ অৱয়ৱবোৰ চিনি; কিন্তু আবাল্য অন্ধ ছুলতানৰ পক্ষে সি কি কামৰ হব? গাড়ীৰপৰা নামিয়ে যিজন ভদ্ৰলোকৰ সৌজন্যত আহি সি এইখিনি পালে তেওঁৰ মাত শুনে নে কাণ পাতি চালে, নুশুনিলে; তেওঁৰ উদ্দেশ্যে কৃতজ্ঞতা জনালে আৰু ফটা টুপীটো মূৰত দি ষ্টেছনৰ বাহিৰ ওলাই ৰাজআলিত থিয় দি ভৰিৰে খুপি খুপি আগবাঢ়িলে। কাষেৰে বোকা ছতিয়াই ফৰ্‌-ফৰকৈ ধনীৰ যান-বাহনবোৰ অহা-যোৱা কৰিবলৈ ধৰিলে। সি এপিনে আলিৰ কাষত নৰ্দমাৰ ঢালু মাটি আৰু আনপিনে যান-বাহনৰ বোকাৰ ছিটিকণিৰ গম লৈ আগবাঢ়িব ধৰিলে।

ছুলতান এতিয়াহে ভাবিবলৈ আজৰি পালে, তাৰ ককায়েক কোনখিনিত আছে, সি নেজানে। - কাৰ মুখে শুনিছিল কোনোবা চাহাবৰ বান্ধনি হৈ তাৰ ককায়েক আছে। কিন্তু কোন চাহাব,

→১৫





কি কৰে, কোনখিনিত থাকে, একোৰে তাৰ জনা নাছিল। চাহাবৰ নাম আৰু তাতে এটা অদ্ভুত বস্তু - সকলো চাহাবৰ নাম অবোধ্য - অস্মৰণীয়। মনতে ভাবিলে, কি চাহাব জানো। নামটো শুনিছিল যদিও পাহৰিলে, শুনা নাছিল যদিও এতিয়া তাৰপক্ষে জনা আৱশ্যক। কাৰ তালৈ যাব ? তাৰ "বড়ে ভাই ?" তাকেই বা কোনে জানে ? ককায়েকৰ নাম হোছেন। মনতে নিজেই আবৃত্তি কৰিলে, "হোছেন; ছুলতানকে বড়ে ভাই"। কিন্তু হায়। গাৱঁত হয়তো এই নাম পৰিচয়েই যথেষ্ট হ'লহেঁতেন, কিন্তু ই যে ৰাজপুৰী। ইয়াত নিৰ্ধনীৰ নিমাখিতৰ পৰিচয় ক'ত ? ইয়াত মানুহক চিনে ধন-বিতেৰে, দীঘল উপাধি, ডাঙৰ ঘৰ, ডাঙৰ পদ-মৰ্য্যদাৰে। চাহাবজনৰ নাম উদ্ধাৰ কৰিবপৰা হ'লে চাহাবী পট্টিত গৈ ককায়েক বিছাৰি উলিওৱা সম্ভৱ হ'লেও হব পাৰে। কিন্তু এই আন্ধাৰ, এই কিন্‌কিণীয়া বৰষুণ, এই আওবাটে ভৰা উদাসীন ৰাজপুৰী, তাত কোনে কাক সহায় কৰে, কোনে বাট দেখুৱাই লৈ যায়, বিশেষকৈ এই অন্ধ, 'নাছাৰ' দেউলীয়া ল'ৰাটিক ? সি মনে মনে ভাবি গৈ আছে, ককায়েকক কেনেকৈ বিছাৰি উলিয়ায়। মনতে একো একোবাৰ চিঞঁৰ মাৰি উঠে "ৰে বড়ে ভাই !" জানে, এনেকৈ চিঞঁৰিলে একো নহব, ধৈৰ্য্য ধৰি আৰু দুখোজ আগবাঢ়ে।

লাহে লাহে সি বাট-ঘাটত জনতাৰ অভাৱ বোধ কৰিবলৈ ধৰিলে। ৰাতিৰ নিবিড় নিস্তব্ধতাৰ সংকেত তাৰ মনলৈ আহিল। ভয় আৰু উদ্বেগত অলপ আকুল হ'ল, প্ৰাণ অলক্ষিতে শিয়ঁৰি উঠিল। দীঘল হুমুনিয়াহ এটাই ক্লান্ত মুখখন মলিয়ন কৰি গ'ল। নিজৰ মোনাত হাত ভৰাই বিচাৰিলে ৰুটি এডোখৰ পায় নে, এথবা আধাডুখৰীয়া বিড়ী আছে নে ক'ৰবাত। একো নাই, অলপ হাঁহিলে। বিমৰ্ষতাৰ বোজা অলপ অনুভৱ কৰিলে, বহিব খুজিলে, ক'ত বহে - ভিজা মাটি। পুনৰ হাঁহিবলৈ চেষ্টা কৰিলে, হুমুনিয়াহ আহিল। মনতে ৰিঙিয়ালে - "ৰে বড়ে ভাই।"

লাহে লাহে বতাহৰ বেগ চৰিল, বৰষুণৰ টোপা ডাঙৰ হ'ল, মেঘৰ গাজনি পৰ্বতে-পাহাৰে প্ৰতিধ্বনিত হ'ল, বিজুলীয়ে দুৰ্য্যোগৰ আগ বাতৰি দিলে। ছুলতানে ভাবিলে, 'বতৰ মোৰ বিৰোধী। ৰাতিটোলৈ আশ্ৰয় পালেও বোধহয় বেয়া নাছিল। কিন্তু কাৰ তালৈ এই ৰাতি দুপৰত আশ্ৰয় বিচাৰি যায়।' আলিৰপৰা কিছু দূৰত মটৰৰ ঘৰ্ ঘৰণি, মানুহৰ হাই-উৰুমি, হাঁহি-খিকিন্দালি, তিৰোতাৰ আনন্দৰ কিৰিলি তাৰ কাণত পৰিল। ভাবিলে, তালৈ গ'লে হয়তো আশ্ৰয় পোৱা যাব। কাষ চাপি গ'ল। দুৱাৰমুখ পাঁওতে-নৌপাওঁতে দুৱাৰ-ৰখীয়াই সুধিলে, - "কাক লাগে ?" সি তাৰ হিন্দী সম্ভাষণ শুনি মনতে ভাবিলে, এই যে মোৰ দেশৰ মানুহ, ইয়াৰপৰা ককাইৰো সমিধান পাব পাৰোঁ, নহলে ৰাতিটোলৈ অন্ততঃ আশ্ৰয় সুনিশ্চিত। সি ক'লে, - "চোৱা ভাই, মই চকুৰে নেদেখোঁ। ককাইটিক বিচাৰি আহিছোঁ। ককাইৰ নাম হোছেন, মোৰ নাম ছুলতান, আৰা জিলাত ঘৰ।" দুৱৰীয়ে ক'লে, - "এইখন চাহাববোৰৰ কেলাব ঘৰ। এতিয়া ইয়াৰপৰা আঁতৰ হ, চাহাব-মেমবোৰ যাবৰ হ'ল, ক'ৰবাত গাড়ীৰ তলত চেপা খাই হাড়-মূৰ ভাগি মৰিবি, আঁতৰ হ।" দুৱাৰ-মুখৰপৰা অলপ দূৰত মটৰ গাড়ীয়ে পো পো শব্দ





কৰি সংকেত দিলে; মটৰ চাকিৰ পোহৰত ছুলতানৰ ছাঁটো পৰ্য্যন্ত উজ্জ্বল হৈ উঠিল। গাড়ীৰপৰা দাৰোৱানক উদ্দেশ্য কৰি মদগন্ধি সুৰত অবাচ্য গালি ওলাই আহিল। দাৰোৱানে গোডক তুলিলে, নিষ্ঠুৰভাৱে ছুলতানক ঢোকাৰি তাৰ পৰা আঁতৰ কৰি দিলে। এবাৰলৈকে আশ্ৰয় খুজিবলৈ সি আহৰি নেপালে। অনাথানি জীউ, বাতিটোলৈ মূৰৰ ওপৰত এখন চাল, বাহিৰৰ তিতা মাটিৰ সলনি এডুখৰি শুকান বতাহ-বৰষুণে নোপোৱা ঠাঁই, এগাল ভাত, এখন শুকান কটি, নহলে এডাল আধাপোৰা বিড়ী, শিতান লবলৈ এডুখৰি শুকান কাঠ, একোৱে নিমিলিল। বৌ বৌ কৰে বৰষুণ, নিষ্ঠুৰ বতাহ, হাড়ে হিমজুৰে ঠেৰেঙা লগা প্ৰকৃতিৰ পৰিহাস! আকৌ বাট ল'লে।

বাট পথ তেনেই নিৰ্জন হ'ল। কাক সুধি ককায়েকৰ সন্ধান লয়, এটা সমস্যা হৈ উঠিল। অকস্মাৎ কাৰবাৰ ভৰিৰ শব্দ যেন শুনিলেই সোধে, - "ভাই, কব পাৰ নে মোৰ ককাই ক'ত আছে? তাৰ নাম হোচেন।" কাৰোপৰা একো উত্তৰ নাপালে। লাহে লাহে বৰষুণ কমিল, ফিৰ্‌ফিৰীয়া বতাহ গাত ভাল লাগিল। ওপৰলৈ দৃষ্টিহীন চকুদুটি তুলি ক'লে, - "হে খোদা, মোৰ ককাইৰ সম্ভেদ দিয়া। তুমি জানা, মোৰ শৰীৰ নিশকতীয়া, চকুৰে নেদেখোঁ, অজান বাট-পথ, তুমি জানো সহায় নকৰিবা?" ভগবানে একো নকলে; বাহিৰতো সংকেত নাই, ভায়েকৰ ঠিকনা সমানে অজানিত থাকিল, আশ্ৰয়ৰ আশা সমানে দূৰত থাকিল। তাৰ অন্তৰত এটা অস্পষ্ট প্ৰতিশোধৰ ভাব জাগি উঠিল, কাক উদ্দেশ্য কৰি কব নোৱাৰিলে, বোধহয় ভগবানক উদ্দেশ্য কৰি। এই প্ৰতিশোধে তাৰ সুপ্ত অন্তৰাত্মা জগাই তুলিলে। গান জুৰিলে যেন ভগবানক বিমুগ্ধ কৰিবলৈ। সেই সম্বন্ধে কবিৰ ভাষাত কবলৈ হ'লে -

"সে শুধু শুনেছ নীৰব সন্ধ্যা
নীল নিৰ্বাক সিন্ধু তলে
শুনে গ'লে আৰ্দ্ৰ হৃদয়
শিশিৰ শীতল অশ্ৰুজলে।"

পাইন গছৰ শাৰীয়ে নিৰ্বাকভাৱেই সেই গীতৰ মাহাত্ম্য উপলব্ধি কৰিলে - কোনো জনমানব বা ভগবানৰ তালৈ কৰুণ দৃষ্টিপাত ন'হল। নিজৰাৰ ঝৰ্-ঝৰ্ শব্দ, গছৰ পাতৰ পানী পৰা সৰ্-সৰ্ শব্দ, তাৰ কাণত সকলো পৰে; কিন্তু তাৰ এই অসহায় আৰ্তনাদ আজি কাৰো কৰ্ণগোচৰ ন'হল। এখুজি দুখুজিকৈ অৱশ দেহ ভাৰ লৈ গভীৰ অন্ধকাৰৰ মাজত ককায়েকক বিচাৰি অন্ধ আগবাঢ়ি গ'ল।

কুমাৰী ছাহেৰাবানু 'কীন' কলেজৰ অধ্যাপিকা। কলেজত অংক শিকায় - ঘৰত সাহিত্য পঢ়ে। কথাই-বতৰাই তৰ্ক নোতোলে, প্ৰণয় শাস্ত্ৰত তেওঁৰ ব্যুৎপত্তি কম, নাৰী প্ৰগতিৰ তেওঁ পৰিপন্থী, মনস্তত্ব বিচাৰত (যাৰ অৰ্বাচীন নাম কাৰো কাৰো মতে 'যৌনতত্ত্ব')। তেওঁ পাছ

কৰা কলেজত তেওঁ নাম পাইছিল, মিছ্‌ছা চাহাবা। তেওঁৰ চিলমিলীয়া টোপনিৰ মাজত কাৰ যেন এটা মিহি সুৰ কাণত পৰিল। আকৌ কাণ দিলে. সেই সুৰ যেন বিষাদৰ; কিন্তু আপোনপনে যেন চিত্ত-বিনোদক। চকুৰপৰা টোপনিৰ জাল আঁতৰিল. শুনিবলৈ পালে সংগীতৰ সুৰ। তেওঁ বিচনা এৰি বাহিৰলৈ আহিল, পিৰালিত থিয় দিলে। ঢেৰেঙা লগা চেঁচা বতাহ, গুড়ি-গুড়ি বৰষুণ. কোনোবা পিনৰপৰা যেন আকুল আবেগভৰা গানৰ সুৰ বতাহত ভাঁহি আহিছে। এই সংগীত সুখাভিলাষীৰ মৃদু ছন্দৰ আয়াসৰ গীত নহয়. কাৰ যেন অন্তঃস্থলৰ গভীৰ আৰ্তনাদ - সংগীতৰ মূৰ্ত্তি ধৰি. বিদ্ৰোহীৰ হিয়া ভেদি, তেওঁৰ কৰ্ণিকালৈ বাহিৰ ওলাই আহিছে।চাওঁতে চাওঁতে আকাশ আকৌ মেঘেৰে উপচি পৰিল। কেউপিনে মেঘৰ আন্দোল-দোল লাগিল, বিজুলীয়ে বিদ্ৰোহ ঘোষণা কৰিলে - মেঘৰ গাজনিত গান অস্পষ্ট হ'ল।

কি ধাৰাসাৰ বৰষুণ! ছাট্‌ ছাট্‌ কৰে বাৰে বাৰে ঘৰৰ টিনৰ চালত বৰষুণ কোবৰ জাউৰ পৰিবলৈ ধৰিলে. ছিটিকণি পৰি আধা ভিজা হ'ল, তথাপি মিছ ছাহেবাই গীতৰ মায়া, গায়কৰ মমতা এৰি ভিতৰ সোমাব নোৱাৰিলে। অলপ সময় পিছত গীত নাইকিয়া হ'ল। মাজে মাজে শুনিবলৈ পালে কাতৰ সম্বোধন, - "ৰে বড়ে ভাই!" এবাৰ শুনিলে, - "কাঁহা হো তুম? মই তেৰে ভাই ছুলতান। ৰে বড়ে ভাই!" ছাহেবাৰ অন্তৰত সহানুভূতিৰ তুংগ-ভদ্ৰা মুকলি হ'ল। বুজিলে, কোনোবা অসহায় বালকৰ কান্দোন। কি কৰিব, নিয়মৰ শিকলিৰে বন্ধা! ছোৱালী হোষ্টেলৰ অৱৰক্ষণৰ আৱালত তেওঁ। নিয়মৰ শিকলি দলিয়াই পেলায় কেনেকৈ। অবিবাহিতা তিৰোতা, বাহিৰলৈ ওলাই গৈ নিৰাশ্ৰয় পুৰুষক ভিতৰলৈ আনিব পাৰেনে? কৰ্ত্ৰীসকলে কি কব? জানোচা এই সত্ চেষ্টাত তেওঁৰ পেটৰ ভাত মুঠা যায়? "ৰে বড়ে ভাই" - আকৌ শুনিলে - "ময় তেৰে ভাই ছুলতান।" নিয়মক ভৰিৰে মোহাৰি ছাহেৱা ওলাই যাব, দাৰোৱানক বিছাৰিলে, চাবি লাগে।

আকৌ ঢেৰেকণি বিজুলীৰ সুদীৰ্ঘ কঁপনি, মেঘৰ ভীষণ আৰ্তনাদ, লগে লগে ছুলতানৰ কান্দি উঠা মাত। এনেতে ওপৰৰপৰা যেন জুই একুৰা পৰিল। ইয়াৰ পিছত সকলো শাঁত। ছাহেবাই পুণৰ মাত নুশুনি কান্দোনৰ দিক নিৰূপণ কৰিব নোৱাৰিলে।

ৰাতিপুৱা দেখিলে, ছুলতানৰ অসাৰ দেহটি ছোৱালী হোষ্টেলৰ বেৰৰ আগপিনে আলিৰ পথাৰৰ কাণত পৰি আছে।

দুৰ্যোগৰ ৰাতিত. আজিও ছাহেৱাৰ টোপনি ভাগিলে সেই আৰ্তনাদভৰা গানৰ যে প্ৰতিধ্বনি শুনে, লগে লগে সজল চকুত ভাঁহি উঠে, সেই ভ্ৰাতৃ-বৎসল নিৰ্জীৱ দেহাটি।

# দীপ-শিখা

শ্ৰীযুত হলীৰাম ডেকা, এম-এ, বি-এল

আৱাহন, আহিন ১৮৫২ শঁক

## (১)

প্ৰাণৰ দীপ্তি লৈ যিদিনা মোৰ প্ৰেয়সী ভূমিষ্ঠা হ'ল সিদিনা মই কোন ধূলা-খেলাৰ, কোন বচন-কলৰৱৰ মাজত আছিলোঁ মই নাজানো। সিদিনা কুলি নিমাত নে জিলী নীৰৱ, তাকো চাবলৈ নহ'ল; - জোন আকাশত নে অন্তৰালত তাৰো স্মৃতিৰ অনুমান নাই। প্ৰিয়াৰ কোনো গূঢ় সঙ্কেতে মোৰ ক্ৰীড়ামত্ত হৃদয়তীৰত সৰু কিবা তৌলপাৰ তুলিছিল নে নাই তাৰো একো আভাস মনত নপৰে; - মোৰ শিশুকাল গঙ্গাৰ দৰে অপ্ৰতিহত গতিত যৌৱন-যমুনাৰ সঙ্গমৰ বাবে আগ্ৰহান্বিত প্ৰতীক্ষাত আগবাঢ়ি আহিছিল।

অন্তৰৰ গাঢ় কোমলতা আবৰি বিষয়-বৈষম্যৰ পাতল ছাঁই যেতিয়া মোৰ জীৱনত প্ৰাধান্য লাভ কৰিছিল, যেতিয়া জীৱনৰ সফলতা অৰ্থৰ বিনিময়েৰে বুজিবলৈ যত্ন কৰিছিলোঁ তেতিয়াৰ দিন এটাৰ কথা মনত পৰে। মাৰোৱাৰী ভদ্ৰলোক এজনেৰে সৈতে কথা পাতি তেজপুৰমুৰা মেইল জাহাজত গুৱাহাটীৰ পৰা যাত্ৰা কৰিছোঁ। জাহাজ কুৰুৱাৰ চাপৰিৰ কাষ চাপিছে। বোধ হয়, কোনোবা আঘোণৰ গধুলি; - বতাহ জুৰ, বৰং অলপ চেচা, গধুলিৰ আন্ধাৰ লাহে লাহে ডাঠ হৈ আহিছে। এনেতে মোৰ কান্ধত কাৰবাৰ হাতৰ গম পাই, উভতি চাই অনাথক দেখিলোঁ।

অনাথ মোৰ বাল্যবন্ধু, বৰং কলেজত পঢ়া যুগত প্ৰায় একমাত্ৰ সহচৰ। দুয়োৰে সান্নিধ্য থাকিলেও ব্যৱধানো বৰ কম নাছিল ঃ শৰীৰৰ শ্ৰীযশত মোৰ যিখিনি কীৰ্ত্তি, বুদ্ধিমত্তাত তেওঁৰ তাৰ দুগুণ; বাক্যহীন কৰ্ম্মপ্ৰিয়তা মোৰ পক্ষে যেনে স্বাভাৱিক, যুক্তি আৰু তৰ্কপ্ৰিয়তা তেওঁৰ তেনে মজ্জাগত। তেওঁক দেখি ভাৱৰ সংসাৰখন প্ৰায় সলাব লগীয়া হৈছিল। সুৰৰ উচ্চ-নীচ পৰ্দ্দা মিহলাই তেওঁক কাষৰ চকী এখনত বহিবলৈ কলো, তেৱোঁ বহিল। আমাৰ মাজত আগেয়ে কথা চলিছিল এৰী আৰু মুগা কলত কটোৱা সম্বন্ধে, কিন্তু অনাথৰ উপস্থিতিত এইবোৰ আলোচনা কৰিবলৈ অলপ বেয়া লাগিল। তিনিওজনে প্ৰায় আপোনা-আপুনি নীৰৱ হৈ কিছুপৰ বহি আছোঁ। অনাথে অলপ ক্ষোভৰ সুৰত কলে - "regular nuisance! (নিয়ম মতে অশান্তি!)" কিহত যে তেওঁৰ ইমান বিতৃষ্ণা বা বিৰাগ সুধিবলৈ মোৰ ইচ্ছা হৈছিল, পিছত ভাবিলোঁ, জানোচা মাৰোৱাৰী ভদ্ৰলোকজনৰ বহুবক্তিতাতে তেওঁ অলপ ক্ষুণ্ন হৈছে আৰু সুধিলে

তাকেই জবাব দিয়া হ'লে উভয়ে লাজত পৰিম বুলি ভাবি মনে মনে থাকিলোঁ। আটাইকেইজনে যোগ দিব পৰাকৈ কিবা এটা কথা উলিয়াবৰ মনেৰে মই মাৰোৱাৰী ভদ্ৰলোকজনক সম্বোধন কৰি সুধিলোঁ যে গধূলি খোৱা-বোৱাৰ কি বন্দোবস্ত হ'ব, তেখেতে বোধ কৰো আমাৰ নিচিনা অন্য জাতিৰ পাচকৰ হাতে নাখাব। তেখেতে ঘপহ কৰে উঠি কলে - "মই যাওঁ, সন্ধ্যাৰ সময় হ'ল।" "বাৰু" বুলি কৈ অনাথৰ পিনে মুখ ঘুৰালোঁ। এনেতে দেখিলোঁ জাহাজৰ বটলাৰজনে "পোৰ্টৰ" বোটল এটা লৈ মাৰোৱাৰী ভদ্ৰলোকজনৰ কেবিনত সোমাল আৰু অনাথে যে প্ৰায় লগে লগে কৈ উঠিল - "সন্ধ্যাৰ বাবে সিন্ধু-বাৰিৰ আৱশ্যক বোধ হয়।" মোৰো অলপ হাঁহি উঠিল।

অনাথৰ মুখখনলৈ চাই মোৰ পুৰণি স্মৃতি ভালেখিনি সজাগ হ'ল - দূৰ অতীতৰ মোহিনী আবেশত মই মুগ্ধ প্ৰায় হৈ তেওঁৰ পিনে স্থিৰনেত্ৰে চাই আছোঁ। এনেতে জাহাজৰ বিজুলী চাকিবোৰ হঠাৎ নুমাই গ'ল, - বোধ কৰো তাঁৰ জ্বলি গৈছিল। তাৰ লগে লগে মোৰ ভাববোৰো হঠাৎ বন্ধ হৈ গ'ল। চাকি আকৌ জ্বলিল, ইবেলি অনাথলৈ চাই কিবা নতুন যেন লাগিল বৰং ইবেলিহে বোধ হয় অনাথৰ মুখ মই সুস্পষ্টকৈ দেখিলোঁ, ইয়াৰ আগেয়ে কিবা স্বপ্নাবেশত থকা যেন অনুমান হৈছিল। তেওঁৰ মুখত এটা স্থিৰ বিষাদৰ ভাব, কপালত নৈৰাশ্যৰ ক'লা দাগ। মই সুধিলো - "তোমাক ইমান নিস্তেজ দেখা গৈছে কিয়?" তেওঁ কলে-"মন বৰ ভাল নহয়।" মই কলোঁ যে সেইটো মই বুজিছো কিন্তু তাৰ কাৰণ হে জানিব খুজিছোঁ। তেওঁ গৌৰৱাত্মক সুৰত কবলৈ ধৰিলে, শিক্ষাৰ অভিমান যেন তাৰ মাজেদি বিৰিঙ্গি উঠিছিল, আন্তৰিক দীনতাও মোৰ চকুত ধৰা পৰিছিল, - "সুখ দুখ বোধ কৰোঁ অনুভূতি মাত্ৰ। কিন্তু চিন্তাশীল মানুহৰ মনত দুখ বা চিন্তাৰ প্ৰকোপ যিমান বেছি, সৰ্ব্বসাধাৰণৰ তেনে নহয়। অৱশ্যে মই নিজে মানসিক উৎকৰ্ষতাৰ গৌৰৱ কৰা নাই, কিন্তু মানৱ জাতিৰ বুৰঞ্জীয়ে মূলতঃ ইয়াকেই সমৰ্থন কৰে।" মই মনতে ভাবিলোঁ যে মনৰ ভাব লুকোৱাৰ বাবে ভাষাৰ আবিষ্কাৰ হোৱা 'থিওৰি' এনেবোৰ উদাহৰণৰ দ্বাৰাই সমৰ্থন কৰিব পাৰি। মই বৈষয়িক মানুহ, তেওঁৰ অস্পষ্ট উত্তৰত সন্তুষ্ট থাকিব নোৱাৰি পুনৰ সুধিলোঁ - "তুমি বোধ হয় ইবেলি এম-এ দিছিলা, ফলাফল জানো ওলাইছে?" তেওঁ আগতকৈ অলপ সহৃদয়ভাৱে উত্তৰ দিলে-"মোৰ পৰীক্ষাৰ খবৰ ইমানকৈ ৰাখিছা নে?" ইয়াৰ মাজত অলপ পৰিহাসৰ আভাস পাই নিস্তব্ধ হৈ থাকিলোঁ। তেওঁ নিজেই কলে - "এম-এ যোৱা বেলিয়ে পাছ কৰিলোঁ; তেনেকৈ চালে 'ৰিজাল্টো' বেয়া নহয়; ইবেলি "ল" দিছোঁ, তাৰো ফল সন্তোষজনক।" তেওঁৰ ক্ষণিক উত্তেজনাপূৰ্ণ সুৰ দেখি মই কলো - "ইমান খিনি বিজয়ৰ পিছতো দেখিছোঁ তোমাৰ মুখ ছিজাৰৰ মৰা শৰ দৰে শেঁতা।" তেওঁলোকৰ পাঠ্য কিতাপৰ সংশ্ৰৱ থকা ভাষা দেখি নেকি তেওঁ গৌৰৱৰ লগত কাৰুণ্য





মিহলাই কলে - "ইমানতো সুখী হব পৰা নাই।" মই কলোঁ- "কাৰণ?" "কাৰণ বহুত। য়ুনিভাৰ্ছিটীৰ বেৰৰ ভিতৰত থকালৈকে অতি নিৰাপদ অনুভৱ কৰিছিলোঁ, কিন্তু এতিয়া বাহিৰৰ জগতক বৰং অলপ ভয় কৰো।" মই অলপ নম্ৰভাৱে কলো - "বোধ কৰো বৰ উচিত হোৱা নাই।" তেওঁ ক'ৰবাত বৰ আঘাত পোৱাৰ নিচিনাকৈ বৰং চিঞৰি কলে - "বহুত দিন ভাবিছোঁ, 'হোপ্‌লেছ'। অকল উচিত হোৱা নাই নহয়, অন্যায়ো হৈছে। কিন্তু কি কৰো? তোমাক অন্তৰৰ কথা কবলৈ হলে, বহুত দিন এই বিষয় লৈ অকল ভবা নহয় নিৰুপায় হৈ কান্দিছো। ৰোমৰ সভ্যতা, ইজিপ্টৰ সভ্যতা, বেবিলনৰ অতীত কীৰ্ত্তি ভাবি বহুত দিন শান্তি পাইছোঁ, কিন্তু বৰ্ত্তমান সময়ত ভাৰতৰ শিক্ষিত যুবক শ্ৰেণীৰ কথা ভাবি কেবল নৈৰাশ্য কিয় অন্তহীন দুখৰ কাহিনীত বাহিৰে একো ভাবিব পৰা নাই। অৱশ্যে এম-এ কোৰ্ছৰ ভিতৰত ভাৰতৰ ঐতিহাসিক যুগ সম্বন্ধে যি পঢ়িলোঁ সি বৰ্ত্তমানৰ একো আভাস নিদিয়ে আৰু অতীতো বৰং অস্পষ্ট কৰে। কিন্তু প্ৰাগৈতিহাসিক যুগ বাস্তৱতাত যিয়ে নহক, কল্পনাত এখন বহল সমৃদ্ধিশালী ৰাজ্যৰ আভাস দিয়ে। বিধাতাৰ কোন মহিয়সী মায়াত আমাৰ এই দুৰ্দ্দিন আহিছে তাকেহে কব নোৱাৰো।" তেওঁৰ কথা শুনি মোৰ অন্তৰৰ কোনোবা নিভৃত চুকৰ নিমীলিতপ্ৰায় দেশপ্ৰেমৰ বন্তিৰ যেন ক্ষীণ আলোকে মোৰ শীত-সন্ধ্যাৰ জড়তা আলিঙ্গন কৰা দেহত চৈতন্যৰ পুলক আনিলে। তথাপি মনে যেন কৈছিল - "ইয়াতো বাক্যৰ প্ৰাধান্য বা ভাষাৰ মাদকতা আছে। প্ৰকৃত অৱস্থা তেনে নহবও পাৰে।" মোৰ সন্দেহ অৱশ্যে তেওঁক ভাঙি কবৰ সাহ হোৱা নাছিল, কিন্তু মোৰ অনিচ্ছাতো যেন মুখৰ পৰা ওলাল - "তুমি আহিয়ে কিহৰ বিৰক্তি প্ৰকাশ কৰিছিলা? আমাৰ ব্যৱসায়-প্ৰসঙ্গ তোমাৰ ভাল লগা নাছিল নে কি?" তেওঁৰ কথাৰ মাজত আগৰ উত্তেজনা কমাই নাছিল, তেওঁ কলে- "নহয়। কেজনমান পেছেঞ্জাৰৰ উপদ্ৰৱত মই অতিষ্ঠপ্ৰায় হৈ ওলাই আহিলোঁ। মোৰ খোটালীটোত মই অকলে। একো কাম নথকাত বাতৰি কাকতলৈ কিবা এটা প্ৰবন্ধ লেখোঁ বুলি উলিয়াইছিলোঁ, সি দাঁতিৰ কোঠালী এটাত বিহে হাঁহি-খিকিন্দালি, মোৰ লেখা স্থগিত ৰাখিবলৈ বাধ্য হলোঁ।" মই সুধিলোঁ - "তোমাৰ ৰচনাৰ বিষয় কি আছিল?" তেওঁ গহীনাই কলে - "আমি জানো ৰচনা লোখোঁ? ৰচনা লেখা স্কুলতে এৰিলো।" মই কলো - "নানা ধান্দাত থকা মানুহ, তোমালোকৰ নিচিনা ভাষা-বিন্যাস আমাৰ নাই, ৰখাও টান।" তেওঁ অলপ সন্তুষ্ট হৈ কলে - "বৰ্ত্তমান ইটালী।" নিজৰ অৱস্থা, নিজ দেশৰ অৱস্থালৈ পিঠি দি এই জ্ঞান-গৰ্ব্বী বিদ্যাসেৱী সকলে বিদেশী বাতৰি কাকতৰ জৰিয়তে ভাহি অহা সামান্য সামগ্ৰীকে গোটাই লৈ দূৰণিৰ ইটালীৰ বিষয়ে আলোচনা কৰিব, এনেবোৰ কথা ভাবি মোৰ মনত অৱজ্ঞাৰ তীব্ৰ শিখা দপকৈ জ্বলি উঠিল। অনাথ আৰু মোৰ মাজত যেন অকস্মাতে এখন তুলিব নোৱাৰা আঁৰকাপোৰ পৰি গ'ল। অনাথ





তাৰ পৰা কেতিয়া উঠি গ'ল, কব নোৱাৰিলোঁ।

বহল নৈত জোনাক নিশা। চাৰি পিনে পোহৰ. - মৃদু, কোমল, নিস্তেজ। সন্মুখত জাহাজৰ তীব্ৰ, ঘন, স্বচ্ছ আলোক আৰু দূৰণিত অস্পষ্ট কৃষ্ণ ৰেখাঙ্কিত শৈলমালা। ওচৰৰ পাৰত থকা গছ-গছনিৰ পৰা বতাহৰ সোঁ-সোঁ শব্দ শুনা গৈছে, কেতিয়াবা পানী-যুৱলিত শৃগাল দম্পতিৰ সুখমিলন দেখা গৈছে; মাজে মাজে শিহুৰ আৱৰ্ত্তন আৰু মাছৰ খলকনি শুনিবলৈ পাইছো। এই জোনাক ৰাতিও তৰা উঠে; পানী বালি একোৰে ভেদাভেদ নাই, পাতল কুৱঁলীৰ তলত সকলোৱে নিস্তব্ধতাৰ অঙ্গহীন আভৰণ লৈ নীৰৱে আছে। কি ভাবিছিলোঁ কব নোৱাৰো, মনে যেন এই সকলোলৈ চাই কৈছিল - "সীমাহীন! সীমাহীন।"

জাহাজৰ পৰিবেশনকাৰীয়ে কাষ চাপি কলে - "খানা ঠিক হায়।" ময়ো অলস চিন্তা-সম্ভাৰ তাতে এৰি ছাহাবী ধৰণৰ খানা কাটা-চামুচেৰে আৰম্ভ কৰিলোঁ। অলপ পিছতে মনত পৰিল, মই দুজনৰ বাবে আয়োজন কৰিবলৈ কৈছিলোঁ, অনাথৰ কথাও কৈছিলোঁ। খানচামাজনক সুধিলত কলে যে মোৰ লগৰ আন বাবুৱে খাই গৈছে। মোৰ মনত অলপ কেনেবা যেন লাগিল। এনেতে ওচৰৰ টেবিল এখনত খাবলৈ বহা বঙালী ভদ্ৰলোক এজনে মোৰ মনৰ কথাকে লক্ষ্য কৰি নে কি কলে- "আচৰিত নহব, জগত এনেকৈয়ে চলে।" মোৰ উত্তৰ দিবলৈ একো নাছিল। দুৱাৰমুখৰ ফালে চকু তুলি চালোঁ, এগৰাকী মহিলা, বঙালী সাজপাৰ পিন্ধা. কিন্তু গাত এটা আলষ্টাৰ, মূৰত ওৰণি নিচেই কম। বঙালী বাবুজনে ইঙ্গিত কৰি তেওঁক মাতিলে, তেৱোঁ কাষ চাপি আহিল, - কিন্তু মোক দেখি যেন অলপ অপ্ৰস্তুত বোধ কৰিলে। অলপ লজ্জাৱনতাৰ ভাব দেখুৱাই বাবুজনৰ কাষতে চকী এখনত বহিল। ভদ্ৰলোকজনে আহাৰৰ অন্তত সুৰাপান আৰম্ভ কৰিছিল, মদৰ গ্লাছটো মহিলাজনীৰ হাতত তুলি দি কলে - "অলপ খোৱা।" তেওঁলোকৰ ব্যৱহাৰ দেখি মোৰ ধাৰণা হৈছিল যে এওঁলোক বোধ কৰোঁ দম্পতি নহয়। তেওঁ গ্লাছটো টেবিলত নমাই থৈ কলে - "মোৰ অভ্যাস নাই।" ভদ্ৰলোকজনে প্ৰণয়সূচক নিম্ন স্তৰৰ শব্দ এটা প্ৰয়োগ কৰি কলে যে তেওঁৰ প্ৰণয়ৰ মৰ্য্যাদা ৰাখিবলৈ অন্ততঃ অলপ খাব লাগে। মহিলাজনীয়ে তেতিয়াও অনিচ্ছা জ্ঞাপন কৰাত এওঁৰ সুৰা স্নিগ্ধ প্ৰাণত প্ৰণয়ৰ হিল্লোল উঠিল আৰু শ্লীলতাৰ বান্ধ ক্ৰমে শিথিল হৈ আহিবলৈ ধৰিলে। মোৰ খোৱাত ৰুচি ক্ৰমে হ্ৰাস হৈ আহিল আৰু উঠিবলৈ প্ৰায় সাজু হৈছোঁ এনেতে আন দুজন বঙালী ডেকা সোমাই সুৰাগন্ধী সুৰত একে পাত্ৰীকে লক্ষ্য কৰি আস্ফালন আৰম্ভ কৰিলে; মই খোৱা অসমাপ্ত এৰি বাহিৰ ওলালো; তেতিয়া ভাবিলো, যে অনাথে বোধ কৰোঁ এই দলটোৰ কথাকে কৈছিল।

মোৰ আগৰ আসনত আহি বহাৰ লগে লগে আকৌ চিন্তা-সোঁত পূৰ্ণ আবেগত চলিবলৈ ধৰিলে। অলপ পিছতে নিদ্ৰাৰ অলসতা আহিল আৰু অলপ তন্দ্ৰা যেন বোধ





হ'ল। সৰহ বেলি হোৱা নাই, কোনোবা এজনে চকী এখন কাষলৈ টানি অনা শব্দত সাৰ পালোঁ, আধা মুদ যোৱা চকু মেল খালে। তেতিয়া আকাশত জোন নাই, মাৰ গৈছে। "ডেকত" থকা বিজুলী চাকি কেগছিয়ে নীৰৱে পোহৰ দিছে। জাহাজৰ আগ পিনে ডাঙৰ বিজুলী চাকিটোৰ প্ৰভাৱত দিন যেন পোহৰ আৰু তাৰ সীমাৰ পৰা অন্ধকাৰৰ ঢাকনী দূৰলৈ ক্ৰমে গাঢ়তৰ। জাহাজৰ আগে আগে সৰু কিছুমান পোক পোহৰত উৰি ফুৰা দেখিছোঁ - আৰু দূৰণিৰ পৰা সৰু বেপাৰী নাও এখন লাহে লাহে ভাহি ভটীয়াই অহা দেখিছোঁ তাত তেলৰ চাকি এগছিয়ে দূৰত পৰাই আত্মপৰিচয় দিছে। নাও আমাৰ অলপ আতৰেদি ভটীয়াই গ'ল, কি জানি কি মায়াত সেই চাকি গছিৰ পৰা চকু আঁতৰাব পৰা নাছিলো। বাহিৰৰ জগত সকলো নিস্তব্ধ, কেৱল জাহাজৰ পানী কাটি যোৱা চিৰ-চিৰ শব্দ; সহযাত্ৰী সকলো নিদ্ৰাত মগ্ন, কাৰো ৰাই-কাই নাই।

এনেতে ক্ষণতে কোনে আহি মোৰ কাষ চাপিছে কব নোৱাৰিলেও স্বভাৱতে এটা স্বজাতি বা স্বধৰ্ম্মৰ প্ৰতি অনুৰাগৰ দৰে আকস্মিক আকৰ্ষণ বা প্ৰীতি এই প্ৰাণীটোলৈ জাগি উঠিছিল। চিনিব পাৰিলোঁ, অলপ আগেয়ে দেখা সেই মহিলা গৰাকী। সৌজন্য দেখুৱাবলৈ ভয় কৰি জাহাজৰ সমুখৰ পিনে অলপ সময় নীৰৱে চাই আছোঁ, কিন্তু অনুমান হৈছিল যেন মোৰ পাছ ফালে পিঠিৰ মাজেদি কথা-বতৰা হৈছিল, চকুৱে যেন পাছমূৰৰ পৰা দেখিছিল। এইদৰে থকা মোৰ পক্ষে টান হৈছিল, কিন্তু কি কথা কি সূত্ৰে উলিয়াম তাকেহে বিচাৰি পোৱা নাছিলোঁ আৰু তেওঁৰ লগত কথা কোৱা যে তেওঁৰ ফালৰ পৰা বৰ অপমানসূচক বুলি ঘোষিত নহব, এই কথা খোৱাৰ সময়ৰ দৃশ্যৰ পৰাই অনুমান কৰিছিলোঁ। এনেতে তেওঁ মাত লগালে - "কথা কোৱাত কিবা আপত্তি আছে জানোঁ?" মই অলপ সৌজন্য দেখুৱাই তেওঁৰ পিনে ঘূৰি কলোঁ - "নাই, একো নাই।" "বাৰু" এই বুলি কৈ তেওঁ মনে মনে থাকিল। মই কথা কবলৈ ইমান সাজু হৈছিলো যে তেওঁৰ নিস্তব্ধতাত ক্ষুণ্ণ হলোঁ। চকুৱে এলেহুৱা হৈ বহি নাথাকি তেওঁক ইমূৰৰ পৰা সিমূৰলৈ পৰ্য্যবেক্ষণ কৰিবলৈ ধৰিলে আৰু মনেও যেন অলপ তুষ্টিৰ কোমলতা মিহলাই চকুক সেই কামতে স্থায়ী কৰি ৰাখিবলৈ সিদ্ধান্ত কৰিলে। তেওঁ অলপ ঔদাসাৰ সুৰেৰে কলে - "ক্ষমা কৰিব, মই বিদেশী।" তেখেত যে মোৰ ভাষাভাষী বা একে প্ৰদেশৰ মানুহ নহয় মোৰ আগতে জনা আছিল কিন্তু তেওঁৰ প্ৰকৃতি মোৰ অতি পৰিচিত যেন লাগিছিল। বঙালী ভদ্ৰলোক কেজনৰ তেওঁৰ প্ৰতি ব্যৱহাৰ দেখি মই অৱশ্যে এওঁৰ সম্বন্ধে একো ধাৰণা মনত পোষণ কৰা নাছিলোঁ, বৰং আন সময়ত হোৱা হলে কিজানি ইমানখিনি কাষ চাপিবলৈকে নিদিলোঁ হেঁতেন। মোৰ মনৰ ভাব কি প্ৰকাৰে অনুমান কৰিলে কব নোৱাৰোঁ, তেওঁ কলে - "আপুনি চাগে মোৰ সম্পৰ্কে বৰ হেয় ধাৰণা লৈ আছে?" মই একো উত্তৰ দিব নোৱাৰিলোঁ, কাৰণ মোৰ

মনৰ প্ৰকৃত অৱস্থা ব্যক্ত কৰিবলৈ টান পাইছিলোঁ। মোৰ পৰা একো উত্তৰ নাপায়ে নেকি তেওঁ কলে - "আপোনাৰ অসন্তুষ্টি ভাজন হম বুলি সেই আশঙ্কাতে আপোনাক লগ ধৰিবলৈ সুবিধা বিচাৰি আছিছিলোঁ।" মই তেওঁৰ মুখৰ পিনে চাই বিপদৰ অলপ চিন যেন দেখা পালোঁ অৱশ্যে মোৰ কল্পনাপ্ৰসূতও হব পাৰে। তেওঁ আকৌ কলে - "যদি মোৰ ত্ৰুটি সঁচাকৈ মৰ্ষণ কৰিব নোৱাৰে, মই উঠোঁ?" মোৰ কেতিয়াবাৰ পৰাই কথা কবৰ মন হৈছিল। কিন্তু সুবিধাজনক ভাব বা ভাঁষা বিচাৰি পোৱা নাছিলোঁ। যি সকলে মোৰ ব্যৱসায় বুদ্ধিৰ প্ৰশংসা কৰিছিল তেওঁলোকে মোৰ এই অৱস্থাটো দেখা হলে বিবুধি হলহেঁতেন আৰু নিজৰ মত অতি সোনকালে সংশোধন কৰি ললেহেঁতেন বুলি বিশ্বাস। তেওঁ উঠি যোৱাটো মই অন্তৰৰ পৰা ইচ্ছা কৰা নাছিলোঁ। কিন্তু থাকিবলৈকেও তো কব নোৱাৰোঁ। তথাপি কলোঁ "আপোনাৰ ওপৰত মোৰ অভিমতলৈ আপুনি ইমান ব্যগ্ৰ কিয়? আপোনাক ভাল বা বেয়া পোৱা একোতে মোৰ অধিকাৰ নাই।" তেওঁ কলে - "ইয়াত অধিকাৰ লৈ কথা হোৱা নাই, অভিৰুচিলৈ হে কথা।" "আপোনাৰ ৰুচি মোৰ ৰুচিয়ে একে নহব পাৰে।" তেওঁ অলপমান হাঁহি কলে - "হবও পাৰে।" মই কলো - ঠিককৈ কব নোৱাৰিছোঁ।" "মই হলে পাৰিছোঁ, ঠিক একে।" এই বুলি কৈয়ে যেন তেওঁ গৌৰৱৰ হাঁহি হাঁহিলে। ময়ো অস্বীকাৰ কৰিব নোৱাৰিলোঁ, বৰং কিবা অলপ ভিতৰুৱা সাদৃশ্য থকা ময়ো অনুমান কৰিবলৈ বাধ্য হৈছিলো।

## (২)

তেজপুৰৰ পৰা ঘূৰি আহিবৰ সৰহ দিন হোৱা নাছিল; স্থানীয় কাৰবাৰৰ হিচাপ পত্ৰৰ বুজ লোৱাতে ব্যস্ত আছিলোঁ। এনেতে অফিচৰ ডাকৰ লগতে এখন পোষ্টকাৰ্ডত লেখা খোলা চিঠি পালোঁ, - তিৰোতাৰ হাতৰ লেখা, দস্তখত তিমান অস্পষ্ট নহয়। কথাৰ ভঙ্গিৰ পৰাই লেখিকা কোন অনুমান কৰিব পাৰিছিলোঁ। তাত লেখা আছিল যে মোৰ ঘৰত দুদিনমান লৈ তেওঁলোকে আলহী হব খোজে। মোৰ আপত্তি নাথাকিলে তাঁৰ যোগে জনাব লাগে। চিঠি পাই অলপ বিমোৰত পৰিলোঁ, ভাবিলো অভ্যাগতক আদৰ নকৰা অন্যায় হব তাৰ পিছত আকৌ মনত খেলাল সেই দলটোক আনি বহা দিলে লোকৰ গৰিহণাৰ হে পাত্ৰ হোৱা যাব। চিঠিখন ফালি পেলাওঁ বুলি টান মাৰো, - এনেতে কি জানি কিয় নাফালিবলৈ ইচ্ছা হল, আৰু লাহেকৈ চিঠিখন মোনাত সুমাই থলো। চালো মোৰ আগত থকা কেৰাণীজনে দেখিলে নে নাই, দেখা নাই। টেলিগ্ৰাম কৰা আৱশ্যক নেদেখিলো।

এঘুমটি মাৰি সাৰ পালো। ৰাতি পুৱাবলৈ অলপ বাকী। সিদিনা বোধ হয় কৃষ্ণ





নৱমী - জোন আকাশত আছে, সুন্দৰ পৰিষ্কাৰ। ফুৰফুৰকৈ বতাহ বলিছে, মই বিছনা এৰি বাহিৰ ওলালো। ফুলনিৰ নিয়ৰত ভিজা ফুলবোৰৰ জুৰ সুগন্ধই মনত অপৰিসীম তৃপ্তিৰ উদ্রেক কৰিছে। বতাহত কঁপি থকা নাৰিকলৰ পাতত জোনৰ প্ৰতিবিম্ব তিৰ্‌বিৰাইছে। মনলৈ আহিল কুৰি বছৰ আগৰ এটি দৃশ্য। সিদিনাও মই ৰাতি নৌপুৱাওঁতেই উঠিছিলো, বাহিৰত জোনাক আছিল। হাত মুখ ধুই কানিকাপোৰ ঠিক্‌ঠাককৈ থবলৈ ধৰিছো, ৰাতি পুৱালেই “মর্ণিং-স্কুল” হব আৰু তাৰ পৰা আহিয়ে দুখনমান কিতাপেৰে সৈতে টোপোলাটো লৈ দূৰণিৰ ঘৰমুৱা হম, - বহুত দিনৰ মূৰত আইৰ কোলাত সোমাই কাণে কাণে কথা কম। সাদৰী জগদাই এনেটি ক্ষণতে আহি কাষত থিয় দি কলে “ককাইদেউ আজি ঘৰলৈ যাবঃ” মই আলসুৱা হাতখনিত ধৰি কলো “তোক কোনে কলে, শালিকী? যাম তো।” তেওঁ সৰল চকুযুৰি ওপৰমুৱাকৈ কলে - “আমাৰ ইয়াত কোন থাকিব?” মই তেওঁক সাবট মাৰি তুলি লৈ কলো - ‘আহিম নহয় আকৌ।’ তেওঁ মোৰ গলত সাবট মাৰি ধৰি কলে - “মোক লৈ বলক। আয়ে কৈ পঠিয়াইছে যে আমাৰ তাত জলপান খাই যাব লাগে।” মই তেতিয়া জগদাইঁতৰ আশ্রয়তে আছিলো, তেওঁলোকৰ ঘৰত নহয় আৰু সৌজন্যৰ বাবেই - ঘৰ-ঘৰোৱাহকে এটা নহয় এটা সম্বন্ধ ধৰি মাতিছিলো। মই জগদাক লৈ গৈ মাকৰ আগত শোধাই দি কলো - “খুৰীদেউ, এই অকণমানী ছোৱালীজনীক এই কাল-সন্ধিয়া পৰত কিয় অকলে বাহিৰলৈ পঠিয়াইছিল?” বিধৱা মাকে কলে - “দুষ্ট ছোৱালী বোপা, কথা শুনে নে! অলপ পলমে গলেও হ’ল হেঁতেন,· তাই সেইখিনি থিৰেৰে থাকিব নোৱাৰিলে”। জগদাই অভিমানৰ ভঙ্গিত বাষ্পাকুল চকুযোৰ তুলি মোৰ পিনে চালে। আজি জগদাও নাই, লৰালিৰ সেই সুখৰ সপোনো নাই, - কিন্তু প্ৰকৃতিৰ এনে অপৰূপ আবেশ কিয়? হঠাৎ বতাহ নাইকিয়া হ’ল, সৰ্‌সৰকৈ নিয়ৰ পৰিবলৈ ধৰিলে, জোন মেঘৰ আঁৰত সোমাই নিস্তেজ হ’ল, - মই আকৌ থকাঘৰৰ দুৱাৰমুখ পালোঁগৈ। নতুন লিগিৰাটোৱে তপত পানী আৰু ডাঢ়ি খুৰোৱা সৰঞ্জাম লৈ আগ ভেটিলে। তাক কোৱা আছিল যে মই টোপনিৰ পৰা উঠিয়েই ডাঢ়ি খুৰোৱা অভ্যাস কিন্তু তাৰ প্ৰভুভক্তি আৰু কাৰ্য্যতৎপৰতা যে ইমান দূৰ যাব মই ভাবিব পৰা নাছিলো। যিহক, বিজুলী চাকিৰ পোহৰতে ডাঢ়ি খুৰোৱা কাম সমাধা কৰিলো আৰু জগদাৰ ভাব তেতিয়াও মনৰ পৰা অন্তৰ্হিত নোহোৱাত ক্ষৌৰকাৰ্য্যৰ লগে লগে সুঁৱৰিয়াই আছিলো।

দিনৰ কাম আৰম্ভ কৰাৰ আগতে মনত পৰিল যে চিঠিমতে আলহী বোৰ আহিলে আজিয়ে আহি পাব লাগে। ভাটী জাহাজ গধুলি আহি এইখিনি পায়, আবেলি ফুৰিবলৈ ওলাওঁতে এবাৰ ভাবিলো মটৰখন লৈ যাম নেকি, - পিছত ভাবিলো নিয়াৰ আৱশ্যক নাই, কোনো নাহিলে এনেই গৈ ঘূৰি আহিবলৈ বেয়া লাগিব আৰু যদি দলটো আহেও

কেইজন যে মই আগবঢ়াই অনাৰ যোগ্যবান তাতো সন্দেহ। মই জাহাজ ঘাটলৈ নোযোৱাই সাব্যস্থ কৰিলো, কিন্তু গধুলি পৰত ষ্টেইম জাহাজ যেতিয়া দুবাৰমান উকিমাৰি পাৰৰ মুৱা হৈছে, তেতিয়া মই অজানিতে ব্ৰহ্মপুত্ৰ বালিত তালৈ চাই থিয় দি আছো। কুৱঁলীৰ পাতল আবৰণৰ মাজেদি "বিজুলী বাতিৰ" উজ্জ্বল পোহৰ মোৰ চকুত কেবাবাৰো পৰিল, কিন্তু এবাৰ ৰঙালি কাচৰ মাজেদি বেঙুনী পোহৰে যেতিয়া মোক স্পৰ্শ কৰিলে, মই শিয়ঁৰি উঠিলো - ই যেন মোৰেই অন্তৰৰ ধৰ্ম্ম প্ৰতিবিম্বিত কৰিছে, - সেউজীয়া ঘাঁহনিৰ ওপৰত যেন ৰক্তচ্ছটা। মই এখোজ দোখোজকৈ যাত্ৰী নমা বাটৰ কাষ চাপি গলো, জাহাজ কেতিয়া পাৰত লাগিল কব নোৱাৰিলো, কুলিয়ে কেতিয়াৰ পৰা অহা-যোৱা আৰম্ভ কৰিলে তাকো চাবৰ নহ'ল, আনকি কোন মানুহ পাৰলৈ নামি গল তালৈকো চকু নপৰিল। হঠাৎ মূৰ তুলি চাওঁ যে - এগৰাকী ভদ্ৰমহিলা আগৰ দৰেই চুটি ওৰণি, কিন্তু গাত আলষ্টাৰ নাই, হাতত সৰু এটি 'বেগ' আৰু মূৰত 'হোল্ড-অল' এটাৰ ভিতৰত বিছনা নে কি লৈ কুলী এটা। আলষ্টাৰ কুলীটোৰ কান্ধত। মই হাঁহিবলৈ চেষ্টা কৰি সুধিলো - "বাকীবোৰ" মোৰ এই চেষ্টাৰ উদ্দেশ্য আছিল অন্তৰৰ প্ৰকৃত ভাব গোপন কৰা। তেওঁ গহীনাই কলে - "অকলে আহিছো, লগত কোনো নাই।" কথা কৈ তেওঁ ৰোৱা নাই, গৈয়ে আছে। মই পাছে পাছে যাম নে নাই, ভাবিলো; তেওঁ এবাৰ মুখ ফিৰাই চালে, - দৃষ্টিত কোমলতা আছে। মই নমতাকৈয়ে আগবাঢ়ি গলো। এখন ভাৰা মটৰত কুলীয়ে বস্তু-বাহানি থলে, মই ওচৰ চাপিলত চালকে অভিবাদন কৰি সুধিলে মোৰ তালৈ যাব নেকি? মই ভাবী আৰোহীৰ মুখলৈ চালোঁ, - তেওঁ লাহেকৈ কলে - "আপোনাৰ অসুবিধা হব পাৰে।" এই সৌজন্যৰ মাজেদি অন্তৰঙ্গতা অনুভৱ কৰি তেওঁক একো নকৈ চালকক কলো - "বল, মোৰ তালৈ"। দুয়ো গাড়ীত উঠি বহিছো, এজন ভিকহুৱে আহি হাত পাতিলে। মোৰ হাতত একো নাই, মই যে ফুৰিবলৈ ওলাইছিলো। এনে সময়তে বিছনাখন মটৰৰ পিছফালে দি কুলীয়ে তেওঁৰ চোলাটো শোধাই দিবলৈ আহিছিল, তেওঁ মুখেৰে একো নামাতি মগনীয়াটোক সেইটো দি যাবলৈ কলে। গাড়ী মোৰ ঘৰমুখে চলিল।

বাটত তেওঁ নিতান্ত আপোনভাৱে সুধিছিল "চিঠি পাইছিল?" মই কলো - "হয়"। "টেলিগ্ৰাম নকৰিলে?" মই কলো - "নাই"। "মই তিমানকে ভাবিছিলো, ভবা নহয়, জানিছিলো।" মই সুধিলো - "কেনেকৈ?" "আজি আহি ইয়াত থাকিব বুলি জানিছিলো যেনেকৈ"। মই কলো - "চান্স।" তেওঁ একে সুৰতে কলে - "সকলো 'চান্স'।" মই অলপ সাহ কৰি সুধিলো - "আপোনাৰ লগৰীয়াবোৰ?" তেওঁ হাঁহি উত্তৰ দিলে - "লগৰীয়া সলাইছো।" মোৰ কবলৈ একো নাথাকিল। কিছুৰপৰ নিতান্ত মাৰি থকাৰ পিছত এবাৰ কলো - "কিমান দিন থকা হব?" উত্তৰ দিলে - "গৃহস্থৰ ব্যৱহাৰ চাইহে





অতিথিয়ে কব পাৰে।" মটৰ আহি পদূলিমুখ পালে, দুয়ো নামিলো। তেওঁক মোৰ সৰু দুমহলীয়া ঘৰটোৰ ওপৰৰ মহলাত ঠাই দিলো আৰু মই নৈৰ পাৰৰ পিনে তলৰ মহলাত সৰু খোটালী এটাত শোৱাৰ বন্দোবস্ত কৰিলো।

জীৱনৰ এই পৰ্দ্দাত যেন এটা নতুন সুৰ বাজি উঠিল। এই সুৰ যে মোৰ জীৱনত কেতিয়াবাৰ পৰা প্ৰচ্ছন্ন আছিল নাজানো। দিনৰ প্ৰত্যেক কামতে তাৰ ছাঁ পৰে, ৰাতিৰ প্ৰত্যেক চিন্তাতে তাৰ মধুৰতা মিশ্ৰিত হয়। জীৱনত অপ্ৰত্যাশিত অতিথিৰ এনে প্ৰভাৱ দেখি নিজেই স্তম্ভিত হলো। কিমান চিন্তাৰ আবৰণৰ মাজেদি তেওঁৰ সন্মুখীন হওঁ, একো নেদোখোঁ, - এগৰাকী অপৰিচিতা মহিলা, এই মাত্ৰ। মোৰ জীৱন-পথত তেওঁৰ আবিৰ্ভাৱ কিয়? বিশ্বৰ কল্যাণ কি নুবুজোঁ, আত্মোন্নতি কি নুবুজোঁ, বুজিছিলো - ব্যৱসায়ত সিদ্ধিলাভ, - কিন্তু, আজি চৌভিতি মধুৰতাৰ তৰল প্ৰতিবিম্ব পেলাই এই নাৰী-মূৰ্ত্তিয়ে পথ উজলোৱাৰ কাৰণ কি? মোৰ এই সমস্যাৰ সমিধান দিওঁতা কেও নাই, মনতে উঠে, মনতে মাৰ নিয়াওঁ, কেৱল খলকনি লাগে আবেগভৰা হৃদয়-তীৰত।

অতিথিয়ে ৰন্ধা-বঢ়াৰ কাম প্ৰায় নিজ হাতত কোঁচাই লৈছিল, পুৰণি ৰান্ধনি সাক্ষী গোপাল মাত্ৰ, কিন্তু মোৰ বুঢ়ী বান্দীজনীয়ে মাজে মাজে তেওঁক ৰন্ধা-বঢ়া বিষয়ে উপদেশ দি গৌৰৱ বোধ কৰিছিল। মোৰ খোৱা অভ্যাস আছিল থকা ঘৰতে, এতিয়াও তাতে। আগেয়ে ৰান্ধনিজনে কান্ধত তিতা গামোচা লৈ ভাত খোৱা সময়ত মাজে মাজে দেখা দি গৈছিল, এতিয়াৰ ৰান্ধনীয়ে 'নিশ্চলা সিন্ধুপুত্ৰী'ৰূপে মোৰ সমুখতে বহি থাকে; চালে হাঁহি তলমুৰা কৰে, আৰু নাচালে কয় - "যেন আধা-পেটী নহয়।" মোৰ লিগিৰা-লিগিৰী সকলো অলপ দিনৰ ভিতৰতে তেওঁৰ হাত হৈ গ'ল, কিন্তু বুঢ়ী আৰু বলাই বোলা নতুনকৈ ৰখা মাউৰা লৰাটোৰ উলহ-মালহ বেছি। বুঢ়ীয়ে কেতিয়াবা মোৰ পিনে চোৱাৰ ধৰণ দেখি অনুমান হয় যেন তাই কিবা সুধিব, কিন্তু মই চকুলৈ চালেই তাই ভয় ভয়কৈ পাছমুৰা হয়।

এদিন মই ওপৰৰ মহলালৈ গৈছো, তাত কাৰবাৰৰ মূল্যবান কাকতপত্ৰ থকা আলমাৰী এটা মেলিছো; আলহীয়ে আলফুলকৈ আহি মোৰ ছাবিকোছা হাতত তুলি লৈ সুধিলে - "কাৰবাৰ কেনে চলিছে?" মই ধীৰভাৱে কলো - "বৰ সুবিধা নহয়।" তেওঁ সুধিলে - "কিয়? পুঁজিৰ অভাৱ?" মই কলো - "টকাৰো নাটনি সঁচা, কিন্তু, কাটতিও বৰ কম।" "যদি টকা দিয়া মহাজন ওলায়?" মই কলো - "ধাৰ কৰিবৰ মন নাই!" তেওঁ কলে - "ধাৰ নকৰাকৈ কাৰবাৰ চলোৱা টান।" "সেইটো ময়ো জানো, কিন্তু ধাৰ বিচাৰি ওলালে লোকৰ চকুত অপমানিত হব লাগে।" "লাগে অপমানিতই হ'ল।" "সেইটো টান।" "তেনেহলে আপোনাৰ ছাবি বাজেয়াপ্ত হল" - এই বুলি কৈ

তেওঁ অলপ হাঁহিলে। মোৰ ধাৰণা হৈছিল যে সঁচাৰকাঠি কিয় মানুহ বাজেয়াপ্ত হলেও আপত্তি নাছিল, কিন্তু কেৱল কলো - "আপত্তি নাই।" মই নামি আহিব ধৰিছো, তেওঁ কলে - "ছাবি লোকৰ হাতত এৰা ঠিক নহয়।" "ছাবি কিয়, বিশ্বস্ত মানুহ পালে নিজকো এৰিব পাৰি" - এই বুলি কৈ তেওঁৰ পিনে চালো; - তেওঁ আতৰি গৈ বলাইক কিবা কথা কোৱাৰ ভাও জুৰিলে।

আলহী মোৰ ঘৰত প্ৰায় এমাহমান আছে। এদিন গধূলি খাবলৈ বহিছো, তেওঁৰ মুখলৈ চাওঁ যে মুখখনি মলিন। এবাৰ হাহিবলৈ চেষ্টা কৰিছিল কিন্তু বিষাদৰ আবৰণ ইমান ডাঠ যে তাৰ মাজেৰে হাহি বিৰিঙি ওলাব নোৱাৰিলে। মোৰো মন কেনেবা লাগিল, এটা হুমুনিয়াহ আহিল। এই অনাত্মীয়া ৰমণী কি কাৰণত, কি আশাত কি চিন্তাত মোৰ ইয়াত কালাতিপাত কৰিছে সকলোবোৰ প্ৰশ্নই একেলগে জুমুৰি দি ধৰিলে, কিন্তু মোৰ সাধ্য নাই যে এইবোৰ এটা এটাকৈ তেওঁক সোধো। তথাপি মোৰ এবাৰ সহানুভূতি জনাবৰ ইচ্ছা হৈছিল। মই লৰালৰিকৈ খাই উঠি সুধিলো - "আপোনাৰ মনটো দেখো বৰ মৰা দেখিছোঁ।" তেওঁ কলে - "হয় ভাল লগা নাই।" "কাৰণ?" "কাৰণ কলে যদি প্ৰতিকাৰ নাপাওঁ?" "সেইটো অৱশ্যে কব নোৱাৰো, কিন্তু চেষ্টা বোধ হয় কৰিব পাৰোঁ।" "চেষ্টা কৰা যদি আৰু অপ্ৰিয় হয়?" "তেনেহলে উপায় নাই।" "উপায় আছে।" "আছে যদি কওক।" "আপোনাৰ সকলো সম্পত্তি মোৰ নামে লেখি দিয়ক।" মই কলো - "লেখি কিয় দিব লাগে, এনেই আপোনাৰ।" তেওঁ কলে-"স্থাৱৰ সম্পত্তিৰ দান অকল লেখাই নহয়, ৰেজেষ্টাৰী কৰাবো আৱশ্যক হব।" মই কলো - "ভাল কথা," তাৰ পাছত সন্দেহ আহিল যে কথাৰ বান্ধত পৰি সচাকৈ সৰ্ব্বস্বান্ত হওঁ নেকি। এনেতে তেওঁ কলে - "ভবাৰ আৱশ্যক নাই, - মই ডকা দিবলৈ অহা নাই, যদি আপোনাৰ খুছি হয়, তেনেহলেহে।" "তেওঁক অসন্তুষ্ট কৰি সম্পত্তি ভোগ কৰিবৰ মোৰ সমূলি ইচ্ছা নাছিল, মই তেতিয়াই মোৰ এটৰ্ণিলৈ এখন চিঠি মুচাবিদা কৰিলো। তেওঁ কলে - "মোৰ নাম বোধ হয় আপুনি নাজানে?" মই কলো - "নাই।" "তেনেহলে সেইটো খালি ৰাখক।" মই কলো - "বাৰু।" তেওঁ সুধিলে - "আপোনাৰ দস্তখত হ'ল নে?" মই কলো - "হোৱা নাই।" "ৰব, ভাবি চাব, আপোনাৰ এই ঘৰটোও যাব?" মই কলো - "সকলো ধৰিছো।" তেওঁ সোৱঁৰাই দিলে - "এতিয়া এই ঘৰত আপুনি আলহী" মই কলো - "আপত্তি নাই।" "তেনেহলে শুশ্ৰূষাৰ ভাৰ মোৰ গাত" - এই বুলি তেওঁ মোৰ বাওঁহাতখন আদৰেৰে তুলি ওঠৰ ওচৰলৈ ললে। হঠাৎ লাজতে তেওঁৰ মুখমণ্ডল ৰঙা হৈ উঠিল। লাহেকৈ অভিবাদনৰ ভঙ্গি কৰি আতৰি গল, ময়ো মোৰ শোৱা কুঠৰীলৈ অথিৰ খোজত নামি আহিলো।

আগৰাতি ভাল টোপনি হোৱা নাছিল। পুৱা সময় ৰাতি অলপ চকু লাগোঁ লাগোঁ

হৈছে, এনেতে এটা সমাপ্তিক দেখিলো। জগদাই যেন মৃত্যুশয্যাৰ নিকা কাপোৰ এডুখৰি লৈ কৈছে - "ককাইদেউ, আপোনাৰ আৰু ভোগৰ দিন উকলিল; থওক সকলো কাতি কৰি থওক, এনে পাতল নিকা কাপোৰ পিন্ধিও মনত এটা সুখ আছে।" মই কলো - "যদি সেয়ে সুখৰ, তেনেহলে তোমাৰ চকুত দুটোপ উজ্জ্বল চকুলো কিয়?" তেওঁ হাঁহি কলে - "চকুলোৰ দৰে স্নিগ্ধ আৰু পবিত্ৰ মৰতত কিয় স্বৰ্গতো নাই, বিশেষকৈ তিৰোতা জাতিৰ এয়ে অলঙ্কাৰ।" ইয়াৰ পাছতে তেওঁ নোহোৱা হল। এই দৃশ্য বিয়োগান্তক হলেও মোৰ মনলৈ শান্তিৰ জুৰ বতাহ বোৱালে, আৰু তেওঁৰ সেই পুলক-স্পন্দিত নত আঁখিযুগলৰ কথাকে ভাবি আছো। এনেতে হাতত সাৰে ভৰিত সাৰে আলহীয়ে মোৰ শোৱা কোঠা সোমাই আঠুবাখন ডাঙি দিলে। মই ভাবিলো যে ইয়ো সপোনৰে এটা অংশ। কিন্তু তেওঁৰ হাতৰ স্পৰ্শ পাই অনুমান কৰিলো যে নহয়, সচিত। কিন্তু জগদাৰে সৈতে সেই একে অশ্ৰুভাৰাপ্লুত আঁখি। আজি মানৱৰ সমাজগঢ়া কোনো ৰীতিনীতিয়ে মোক বাধা দিব নোৱাৰিলে। মই অন্তৰৰ সকলো আবেগে সৈতে তেওঁক বাহুৰে আকোঁৱালি ধৰিলো। তেওঁ বাহুবন্ধনত পাৰেমানে কান্দিলে। অলপ শান্ত হৈ কলে - "আপুনি শুৱক।" আৰু চকু মচি কলে - "মোক যাবলৈ অনুমতি দিয়ক।" সুধিলো - "কলৈ?" উত্তৰ দিলে - "আপোনাৰ ঘৰ এৰি।" মই মাতিবই পৰা নাছিলো, তেওঁ অলপ ঠন ধৰি কলে - "কি উদ্দেশ্যে জীৱন ধৰিছিলো কব নোৱাৰো কিন্তু আজি মোৰ বিশ্বাস হৈছে যে মোৰ জীৱন সফলতামণ্ডিত হৈছে। কাতৰভাৱে অনুনয় কৰো যদি পাৰে আপোনাৰ স্মৃতিমন্দিৰত এডুখৰি সামান্য ঠাই দিব।" মই কলো - "আপোনাৰ কথা একো বুজা নাই।" তেওঁ কলে - "বুজিবৰ একো আৱশ্যক নাই; সেইটো মোৰ কেৱল অনুৰোধ। মই এতিয়াই যাম, কেৱল সেৱা জনাবলৈ আহিছো।" আৰু আচলতে মোৰ হাতত এটুপি তপত চকুলো পৰিল। মোৰ প্ৰাণত অসহ্য বেদনা অনুভূত হল। তেওঁ আকৌ কবলৈ ধৰিলে - "মোৰ জীৱনৰ এটা অংশ অতি হেয়, ঘৃণনীয়, কিন্তু আপোনাৰ স্পৰ্শত" - মই বাধা দি কলো "সিবোৰৰ আৱশ্যক নাই, মিছাতে অনুতাপ নকৰিব।" তেওঁ ৰুদ্ধকণ্ঠে কলে - "নহয়, শুনিব লাগিব। মদাপী সকলৰ সংস্পৰ্শত থকা অৱস্থাত যেতিয়া আপোনাক প্ৰথমে দেখিলো, মোৰ মনে যেন কৈ উঠিল - 'সেয়া মানুহ, নাৰী, এই উপাসা কৰ।' আপুনি যেতিয়া জাহাজৰ ডেকত বহি নৈৰ ফালে চাইছিল, মই আপোনাৰ দৃষ্টিকে লক্ষ্য কৰি আছিলো, - তাত কামুকতা নাই, বিলাস-বাসনা নাই, আছিল কেৱল গভীৰ অস্পষ্টতা, মৌন কাতৰতা। আপোনাৰ দৃষ্টিৰ লগে লগে মোৰো চকু সেই বেপাৰী নাৱৰ সৰু চাকি গছিলৈ গৈছিল, তাৰ পৰা অলক্ষিতে ছোৱালীকালৰ তুলসীৰ তলৰ সৰু চাকি গছিলৈ মোৰ মন উধাতু খাই লৰি গৈছিল। তাত দেখা পালো আইৰ স্নেহসিক্ত বদন আৰু বালগোপালৰ হৰ্ষোৎফুল্ল নয়ন। সেই





সকলোৱে যেন সঙ্কেত কৰিছিল - 'তোৰ আগত জীৱনৰ শুভপন্থা।' মোৰ মন শৈশৱৰ ক্ৰীড়াস্থলীৰ পৰা উভতি আহি দেখিলে আপোনাৰ কাৰুণামণ্ডিত ছবিখনি। মোৰ দৃঢ় বিশ্বাস হ'ল - আপুনি পৰিত্যাগ কৰিব নোৱাৰে, পতিতা বুলি ঘৃণা কৰিব নাজানে। মোৰ ৰাপ যৌৱনৰ মাজেৰেই আপোনাক সম্বৰ্দ্ধনা জনালো, কিন্তু ঋষি বালকৰ দৰে নিষ্কাম নিস্বাৰ্থ প্ৰীতিৰেই তাৰ সমিধান দিলে। এয়ে আপোনাৰ চৰণ প্ৰান্তত মোৰ শিক্ষা। মোৰ পাৰ্থিৱ যি আছে সকলো আপোনাৰ হাতত অৰ্পণ কৰিলো, সকলোৰে নিৰ্দ্দেশপত্ৰ আপোনাৰ কাকত-পত্ৰৰ লগতে এৰিছো। তাৰ সদ্ব্যৱহাৰ কৰা ভাৰ আপোনাৰ ওপৰত"। মোৰ ভৰি দুখন সাবটি ধৰিলে। মই কঠোৰ যন্ত্ৰণা অনুভৱ কৰি লুইতৰ বুকুৰ সেই সৰু চাকি গছিলৈ আকৌ এবাৰ চালো, মনেৰে। তেওঁ লাহে লাহে ওলাই গ'ল। মোৰ হিয়াভৰা হুমুনিয়াহ এটাই দুখৰ কালকূট উবুৰিয়াই দিলে। এবাৰ ভাবিলো বাটলৈ লৰি গৈ বাধা দিওঁ; পিছতে আকৌ ভাবিলো - "ধাৰে কাক কেনি উটুৱাই নিব, বাধা দি কি লাভ।" এই বিচ্ছেদত ভাবৰ যি ভূমিকম্প আহিল তাক বাধা দি ৰাখিব নোৱাৰিলো। মোৰ প্ৰিয়া চিৰকালৰ বাবে অস্ত যাব পাৰে, কিন্তু চাকিৰ সেই ক্ষীণ দীপ্তি মোৰ জীৱন সন্ধ্যাৰ নীৰৱ অন্ধকাৰৰ মাজত এতিয়াও হীনপ্ৰভ নোহোৱাকৈ আছে।

ইতি

# চন্দ্ৰ-গ্ৰাস

শ্ৰীযুত হলীৰাম ডেকা, এম-এ, বি-এল

অচলাকান্ত বৰুৱাৰ জীৱনৰ ওপৰত কোনো দিনেই আস্থা নাছিল। তেওঁ জীৱনত এটা দিনো সুখৰ বুলি ধৰা নাছিল আৰু সুখ যে কেতিয়াবা হব তেনে বিশ্বাসো ৰখা নাছিল, কাৰণ সৰুৰে পৰা বহুত দিন দুখত কাটি গৈছে। তেওঁৰ প্ৰথম পুত্ৰ প্ৰফুল্ল যেতিয়া ভূমিষ্ঠ হয় তেতিয়াও তেওঁৰ একো আনন্দ নাই, যদিও তেওঁৰ ঘৈণীয়েকৰ অপাৰ আনন্দ যে বিয়াৰ দহ বছৰ পিছত শিশু পুত্ৰৰ মুখ দেখিবলৈ পালে। বৰুৱাৰ মাক তেতিয়াও আছিল। তেৰোঁ নাতিৰ মুখ দেখি জীৱনত নতুন সুখৰ সপোন দেখিলে। প্ৰফুল্লৰ জন্মৰ ছবছৰ পাছত বৰুৱাৰ কন্যাৰত্ন এটি উপজিল, নাম ৰাখিলে তৰুলতা, সংক্ষেপতে "তৰু"।

অচলা বৰুৱা নিঃকিন অবস্থাৰ হলেও কলেজৰ বেৰ প্ৰায় দেওঁ দেওঁ হৈছিল, কিন্তু আকস্মিক হৃদ্‌ৰোগত পৰি "ডিগ্ৰী" এৰি কোনো ৰকমে প্ৰাণ লৈ পলাল। চাকৰিজীৱী হবলৈ তেওঁ সৰুৰে পৰা ভয় কৰিছিল কিন্তু উপায় নাপাই মিউনিছিপালিটীৰ ত্ৰিশটকীয়া বেতনত চাকৰীয়া জীৱনৰ সূচনা কৰে। অৱশেষ অচিৰতে উপত্যকাৰ কমিচনাৰৰ চকুত পৰি তেওঁ কমিচনাৰ অফিছৰ এছিষ্টাণ্ট, হেড এছিষ্টাণ্ট আৰু কেবছৰমান পিছত নিগাজীকৈ ছবডেপুটি কলে"াৰৰ পদত কালুগাৰলৈ যায়। তাত বছৰচেৰেক থকাৰ পিছতে প্ৰফুল্ল আৰু তৰুৰ জন্ম আৰু তাৰ পিছতে বৰুৱাই ট্ৰেজৰীৰ চাৰ্জত নগাৱলৈ যায়, তাতে ছবডেপুটি মেজিষ্ট্ৰেট আৰু বছৰচেৰেকৰ মূৰত কামৰূপৰ হেড কোৱাৰ্টাৰত দ্বিতীয় শ্ৰেণীৰ ক্ষমতাপ্ৰাপ্ত এক্সট্ৰা এছিষ্টাণ্ট কমিচনাৰ। বৰুৱাৰ এই উন্নতিত তেওঁৰ বন্ধু সকলে ভাল পাইছিল, অপৰিচিত সকলে সন্দেহৰ চকুৰে চাইছিল আৰু শত্ৰু পক্ষই তেওঁক চালাক, চতুৰ, কপতাচাৰী নানা বিশেষণেৰে সুশোভিত কৰিছিল।

ইয়াতে বৰুৱাই বহুত সহপাঠিক লগ পাইছিল আৰু ইয়াতেই তেখেতৰ চৰিত্ৰ ভালেখিনি ধৰিব পৰা গৈছিল। বৰুৱাৰ কাম কৰাৰ ক্ষমতা অসীম, ধৈৰ্য্যৰ পৰিধিও অতি বহল আৰু অমায়িকতাৰ এটা নিদৰ্শন। কেৱল একেটা অসন্তুষ্টি - "জীৱনত একো নহল আৰু নহবও।" সকলোৰে আগত অৱশ্যে এই মত ব্যক্ত নকৰে, কিন্তু তেওঁৰ প্ৰায়বোৰ অন্তৰঙ্গ বন্ধুৰ আগত এনে ৰকমৰ এটা হাহমুনিয়াহ প্ৰকাশ কৰে। কলেজৰ অধ্যাপক বন্ধু এজনে তেওঁক কথা প্ৰসঙ্গত কলে - "তুমি আৰু কি বিচৰা? যথেষ্ট কৰিছা। টকা-পইছা যেছি ৰাহি কৰিব পৰা নাই, তাকে যদি কোৱা, শুনোঁ।" তাৰ উত্তৰত

বৰুৱাই হাঁহি কলে "তোমালোকৰ লগত তর্ক কৰিবলৈ ভয় কৰোঁ; কিন্তু মোৰ অন্তৰখন তোমাক দেখুৱা হলে অকল হা-হুমুনিয়াহকে দেখিলা হেঁতেন।" অধ্যাপকজনে সহানুভুতিজ্ঞাপক সুৰত কলে - "এয়ে মানুহৰ ধৰ্ম্ম।" বৰুৱাক কবলৈ আৰু অলপ সুযোগ দিয়া হলে কলেহেঁতেন - 'পৰাধীন দেশত উন্নতিৰ পথ অতি সঙ্কীর্ণ।' এনেবোৰ কথা তেওঁ গবৰ্ণমেণ্টৰ চাকৰিয়ালক কোনো কালেও নকৈছিল - কাৰণ সেই দিনত এটা বিশ্বাস আছিল যে বেলিৰ পোহৰৰ বাবে পশ্চিমলৈ চাব লাগে কাৰণ সিপিনে ইংলণ্ড; আৰু ইয়াৰ অন্যথা আচৰণ কৰিলেই সি ৰাজদ্ৰোহী। এতিয়া অৱশ্যে এনে বিশ্বাস কিমানৰ আছে নাজানো।

বৰুৱাৰ ল'ৰাছোৱালী হালি সদায় তেওঁৰ লগতে ফুৰে আৰু গধুলি পৰত তিনিজনকে নৈৰ পাৰত বা বালিত নিতৌ লগ পোৱা যায়। ল'ৰা-ছোৱালী দুটাই কেতিয়াবা কথা কয় - বৰুৱাই গাড়ী বা মটৰ দেখিলে সিহঁতক হাতত ধৰি একাষৰীয়া কৰে, নহলে আপোনমনে ভাবত গধুৰ খোজত গম্ভীৰ মূৰ্ত্তিখনি লৈ এনেভাবে ফুৰে যেন জগতৰ সকলো কাৰ্য্যলৈ উদাসীন।

বৰুৱাৰ বাহিৰৰ জগতলৈ যিমানখিনি নিৰপেক্ষতা, তেওঁৰ ঘৈণীয়েকৰ লগতো তিমানখিনি স্বাভাৱিক ব্যৱধান। বৰুৱা স্বভাৱতে কাৰ্য্যতৎপৰ, অল্পভাষী আৰু স্বচ্ছন্দতাপ্ৰিয়। স্বাভাৱিক ইমান বৈষম্য থকা স্বত্ত্বেও পাৰিবাৰিক বিবাদ বা মনোমালিন্য তেওঁলোকৰ একো নাই, দুয়োৱে দুয়োৰে বন্ধুৰ দৰেই ব্যৱহাৰ কৰে আৰু তেওঁলোকৰ যত্ন আৰু স্নেহত ল'ৰা-ছোৱালী দুটা সকলো ৰকমৰ, শিক্ষাত সুপৈণত হৈ আহিবলৈ ধৰিলে। বৰুৱা বৰুৱানীৰ ব্যৱহাৰত এই ফেৰাই ব্যৱধান দেখা গৈছিল যে ইপক্ষৰ বন্ধু সিপক্ষৰ প্ৰিয় নহৈছিল আৰু বোধকৰোঁ তেওঁলোকৰ নিজ নিজ মানসিক অৱস্থাগুণত হব নোৱাৰিছিলও। বৰং সময়ত ইজনৰ চকুত লগা বিষয়লৈ সিজনৰ অপৰূপ বিৰাগ বা ঘৃণাৰ ভাব প্ৰকাশ পাইছিল। বৰুৱানীৰ নিজৰ ধাৰণামতে তেওঁলোকে সমাজত যথেষ্ট ওখ আসন পাইছে, যাৰে তাৰে লগত সমান ব্যৱহাৰ কৰিব পাৰে, ইচ্ছা কৰিলে বহুতৰ প্ৰতি অবজ্ঞা কৰাও অন্যায় নহয়, কিন্তু বৰুৱাৰ ধাৰণা সম্পূৰ্ণ বিপৰীত। তেওঁৰ মতে আমাৰ এই সমাজত পশ্চিমৰ সমাজৰ দৰে ধনীদুখীয়াৰ বিভিন্ন শ্ৰেণী নাই, আভিজাত্যও নাম মাত্ৰ, অজ্ঞতাত কোনোবাই অলপ ফিতাহি মাৰিলেও বুজালে তেওঁৰো বোধ হয়। নিচেই দুখীয়া মানুহৰ প্ৰতি তেওঁৰ সহানুভূতি আছে আৰু আঢ্যৱন্ত বুলি গপ মৰা সকলক পুতৌ কৰে। বৰুৱা বৰুৱানীৰ ভাব অলক্ষিতে ল'ৰা-ছোৱালী দুজনৰ আয়ত্ত হ'ল, প্ৰফুল্লৰ আদৰ্শই পিতাকৰ ফালে আৰু তৰুৰ ধাউতিয়ে মাকৰ আদৰ্শৰ পিনে গতি ললে।

অচলাকান্ত বৰুৱাই ভাল কাম কৰাৰ বাবে ৰজাঘৰত নাম আছে আৰু পচাপন বছৰ উকলি যোৱাত এবছৰলৈ তেওঁক extension বা কাৰ্য্যকাল বঢ়াই দিয়া হৈছিল। এই





বছৰতে বৰুৱাৰ দুৰ্য্যোগ, জ্যোতিষীৰ ভাষাত দ্বাদশত বৃহস্পতি। ৰেলৱেৰ মোকৰ্দ্দমা এটাৰ বায় লৈ জিলাৰ বৰ ছাহাব আৰু বৰুৱাৰ ভিতৰত মনান্তৰ ঘটে, তাত গৱৰ্ণমেণ্ট পক্ষৰ প্ৰায় পঞ্চাশজন সাক্ষী সোধা হৈছিল আৰু ন্যূনাধিক পাঁচ হাজাৰ টকা খৰচ পৰিছিল। আছামী আছিল তেত্ৰিশজন। প্ৰমাণ অভাৱ বুলি বৰুৱাই আছামীক খলাচ দিছিল, তদুপৰি পুলিছৰ কৰ্ত্তৃপক্ষৰ ওপৰত বৰুৱাৰ বিৰুপকটাক্ষ আছিল। ডিপুটী কমিশ্যনাৰে বায়ত অসন্তুষ্ট হৈ, বিশেষকৈ পুলিছ চুপাৰিণ্টেণ্ডেণ্টৰ অনুৰোধত বৰুৱাৰ কৈফিয়ৎ খুজিলে, তদুপৰি পুলিছৰ বৰমূৰীয়া সকলৰ বিৰুদ্ধে থকা কথাখিনি কাটি পেলাবলৈ আদেশ কৰিলে। বৰুৱা অমান্তি হ'ল আৰু অবাধ্য হোৱা বা insubordinationৰ বাবে হয় ক্ষমা চাব, নহয় কাম এৰিব, গৱৰ্ণমেণ্টৰ পৰা এই আদেশ পালে। বৰুৱাই দপ্তৰ ডিপুটী কমিশ্যনাৰক শোধাই দি তেওঁৰ আসন খালি কৰি দিলে। বৰুৱাই এইটোকে বৰ ডাঙৰ ভাগ্যবিপৰ্য্যয় বুলি নভাবিছিলহেঁতেন কিন্তু প্ৰায় এই সময়তে বাতৰি পালে যে প্ৰফুল্লই কলিকতাত সন্নিপাত জ্বৰত ভুগিছে। তেওঁ মেডিকেল হাস্পতালত আছে, অৱস্থা বৰ ভাল নহয়। সিবেলি প্ৰফুল্লই এম-এ দিয়াৰ কথা আছিল। বৰুৱা সপৰিবাৰে কলিকতালৈ গ'ল, নিজে ঘৰ ভাড়া কৰি প্ৰফুল্লক ৰাখি চিকিৎসা কৰালে - প্ৰফুল্ল মৃত্যুৰ হাতৰ পৰা ৰক্ষা পৰিল, কিন্তু নৰিয়াৰ দুটা দোষ বৈ গ'ল - দৃষ্টিশক্তি ভালেখিনি লোপ পালে আৰু মস্তিষ্কৰো বিকৃতি ঘটিল। চিকিৎসকে কলে যে ইয়াৰ বাবে দৰৱজাতি খুউৱাৰ আৱশ্যক নহব, প্ৰকৃতিয়ে স্বাভাবিক অৱস্থালৈ আনিব। বৰুৱাই বিশ্বাস কৰিলে কিন্তু মাকে চকুলো টুকিবলৈ নেৰিলে। আটাই কেজন ঘৰমুৱা হ'ল।

বৰুৱাই সুদীৰ্ঘ চাকৰীয়া জীৱনত ক'তো থিতাপি হৈ থকা নাই আৰু ক'তো স্থায়ীভাৱে থাকিব লাগিব বুলি ঘৰ-দুৱাৰো সজা নাছিল। পুৰণিকলীয়া গাৱঁৰ বাপতীয়া ঘৰ কেতিয়াবাই অনাদৰতে খহিজহি গৈছে, বুঢ়াকালত এই দৰে আথানি হব বুলি কেতিয়াও ভবা নাছিল। গাৱঁৰ ঘৰলৈ যোৱা এতিয়া অসম্ভৱ, কাৰণ তাত বৰুৱাই জীৱিকাৰ একো উপায় বিচাৰি নাপাব আৰু ল'ৰা-ছোৱালী বা বৰুৱানীৰ পক্ষেও তাত থকা সুবিধা নহব। ধনৰ বাহি বৰুৱাৰ হাতত নাছিল, পেন্সনৰ আশাতে টকা জমাবলৈ বেছি চেষ্টাও কৰা নাছিল, হাতত দুপইছা থাকিলেও বৰুৱানীয়ে অনাৱশ্যক বোধত কেনিবাদি উলিয়াই দিছিল। জীৱন বীমাৰ টকা দেৰবছৰমান পলমে তিনি হাজাৰমান পোৱাৰ আশা আছে কিন্তু এই কেইটা দিন কটায় কেনেকৈ, এয়ে এটা সমস্যা হৈছিল। গৱৰ্ণমেণ্টলৈ মেম'ৰিয়েল দিলে কিবা প্ৰতিকাৰ পাব পাৰে কিন্তু তেওঁৰ মন সৈমান নহয়, আত্মশ্লাঘাই কয় 'মই ইমান নামিব নোৱাৰোঁ।' প্ৰফুল্লৰ চিকিৎসা, কলিকতালৈ যোৱা-অহা, ইয়াত পথ্য, ডাক্তৰ, দৰৱ অলপ-চলপ আছেই - ইয়াতেই বৰুৱাৰ অৱস্থা দিনক দিনে হীন হৈ আহিবলৈ ধৰিলে। লোকৰ ওচৰত ধাৰ বিচাৰিবলৈ বেয়া পায়,

কেএন, মহাজনৰ পৰা বস্তু কালিয়নে লোৱা অভ্যাস নাই, এতিয়া কেনেকৈ সংসাৰ নিৰ্ব্বাহ কৰে - এয়ে চিন্তা।

প্ৰফুল্ল নবিয়াত পৰি যেতিয়া তেনেই দুৰ্ব্বল আছিল তেতিয়া মাকৰ লগত নিতান্ত কেচুৱাটিৰ দৰে ব্যৱহাৰ কৰিছিল, কিন্তু অলপ ঠন ধৰাৰ লগে লগে পিতাকৰ কাষ ললে; তেওঁৰ মস্তিষ্ক সবল হোৱা নাছিল, সেই কাৰণে তেওঁৰ ব্যৱহাৰত মাকবাপেকে একো বিসদৃশ দেখা নাছিল। চকুৰ শক্তি অলপ দিনতে আগৰ দৰে তীক্ষ্ণ আৰু তেজাল হৈ উঠিল। তৰুৰ প্ৰতি প্ৰফুল্লৰ ব্যৱহাৰত একো বৈষম্য ঘটা নাছিল বৰং দুয়োৰে ঘনিষ্ঠতা আগতকৈ বাঢ়িছিল, প্ৰফুল্লই তৰুক দুবছৰীয়া ছোৱালীটিৰ দৰে আদৰসাদৰ কৰিছিল।

এদিন ৰাতিপুৱা বৰুৱাই নিজৰ অৱস্থাকে ভাবি ঘৰৰ সমুখৰ পিনৰ বাৰাণ্ডাত বহি আছে, প্ৰফুল্লই হাতত কিতাপ এখন লৈ আহি পিতাকক দেখুৱাই কলে "এইখন উইলিয়মছৰ ইন্টেগ্ৰেল কেলকুলাছ; কলেজৰ ল'ৰা কোনোবাই লয় নে সুধি আহোঁ গৈ। মোৰ বোধকৰোঁ আৰু এম-এ দিয়া নহব; ফাৰ্ম্মাছীয়ে দৰৱৰ বিলৰ বাবেও তাগিদা কৰিছে।" বৰুৱা মৰ্ম্মাহত হ'ল, মুখেৰে একো নকলে, প্ৰফুল্লক ইঙ্গিত কৰিলে - 'এতিয়া যাওক।' মূৰ ভো-ভো কৰিবলৈ ধৰিলে, চকুলো ওলোৱা হলেও কি জানি অলপ শান্তি পালেহেঁতেন; ইপিনে বাহিৰত কিন্‌কিনীয়া বৰষুণ, বৰুৱাই আকাশলৈ কাতৰ অথচ বিৰসভাৱে চাইছে। এনেতে তেওঁৰ পদুলিত মটৰ ৰখাই ইংৰাজ ভদ্ৰলোক এজন তেওঁৰ কাষ চাপি গ'ল। নিচেই ওচৰ পোৱাত হে বৰুৱাই লক্ষ্য কৰিলে যে মিঃ কপিঞ্জল। এখেতেই বৰুৱাৰ বিপদৰ উদ্ধাৰনকৰ্ত্তা ডিপুটী কমিশ্যনাৰ। মিঃ কপিঞ্জলক বৰুৱাই যথাবিহিত সন্মান দেখুৱাই সুধিলে, তেখেত কিয় আহিল। তেখেতে কলে যে বৰুৱাক দেখা কৰাই অভিপ্ৰায়, অইন একো নহয়। মিঃ কপিঞ্জলৰ বয়স বৰ বেছি নাছিল আৰু বৰুৱাৰ লগত কথা-বতৰাত যথেষ্ট সন্মানৰ ভাব ৰাখিয়ে কৈছিল। কথা প্ৰসঙ্গত মিঃ কপিঞ্জলে কলে যে বৰুৱাই গৱৰ্ণৰৰ ওচৰত পেঞ্চনৰ বাবে আবেদন কৰা ভাল আৰু তেওঁ নিজে যিমান ফেৰা পাৰে সাহায্য কৰিব। আগৰ বিৰোধৰ ভাব বৰুৱায়ো খন্তেকলৈ পাহৰিছিল আৰু অকস্মাৎ তেওঁ কৈ পেলালে যে শ্বিলঙলৈ যাবৰ খৰচপত্ৰও তেওঁৰ হাতত নাই। মিঃ কপিঞ্জলে স্বাভাৱিক মৃদু সুৰতে কলে - "মোৰ গাৰীখন নিব পাৰে আৰু যদি নগদ কিবা আৱশ্যক হয় ......"। তেওঁ শেষ কৰিবলৈ নৌপাওঁতে বৰুৱাৰ পূৰ্ব্ব চৈতন্য ঘূৰি আহিল আৰু অলপ কৰ্কশ সুৰত কলে - "আবেদন নিবেদনৰ হাত সাৰিছোঁ বুলি অনুমান হয়, মূৰ বৰকৈ ঘোৰালে মাটিত খুন্দা খাব লাগে।" মিঃ কপিঞ্জল অলপ অপ্ৰস্তুত হ'ল, তেৱোঁ সুৰত ৰুক্ষতা মিহলাই কলে - "আপুনি তেনেহলে এতিয়া কি কৰিব খুজিছে?" বৰুৱাই নভবাকৈ উত্তৰ দিলে, - "মই 'পি-এল্' দি প্লীডাৰ হব খুজিছোঁ।" ইয়াৰ আগলৈকে কিন্তু বৰুৱাই এই ভাব মনতে ঠাই দিয়া নাছিল। ডিপুটি

কমিশ্যনাৰে কলে - "আজিকালি উকীল হৈ কিমানখিনি পইছা পাব পাৰে বুলি আশা কৰে?" বৰুৱাই উত্তৰ দিলে, "আশা-নিৰাশাৰ মাজত মোৰ জীৱন উটি যাবলৈ ধৰিছে - আই-ছি-এছ, অফিচাৰৰ সমান অৱশ্যে নাপাব পাৰোঁ।" মিঃ কপিঞ্জলে ব্যক্তিগত অপমান বুলিয়ে এইষাৰ কথা লবলৈ ওলাইছিল এনেতে বৰুৱাৰ আকৌ চিন্তাধাৰা ঘূৰিল, তেওঁ আলহীক কলে, "মিঃ কপিঞ্জল, দেখিবলৈয়ে পাইছে, মোৰ মানসিক অৱস্থা ভাল নহয়। আপুনি ইয়ালৈ অহা অৱশ্যে কৰুণাৰ পৰিচায়ক, আপোনাক শলাগিছোঁ।" প্ৰফুল্লই আঙুলিয়াই কলে - "ইয়াৰ জীৱনটো অকালতে বিকলাঙ্গ হোৱাত মই আৰু কাতৰ হৈছোঁ।" বৰুৱাৰ এটা হুমুনিয়াহ আহিল।

বৰুৱা আৰু মিঃ কপিঞ্জলে দেখা-শুনা হোৱাৰ কেদিনমান পাছতে বৰুৱা সপৰিবাৰে শ্বিলঙলৈ গ'ল। অকল গৱৰ্ণৰক দেখা কৰাই উদ্দেশ্য নাছিল, কপালত কি আছে তাকে বৰণ কৰোঁ বুলিয়ে ওলাইছিল - ইয়াত লামলাকুটি যি আছিল সোণাকে ওচৰ-চুবুৰীয়া, দুখীয়া মগনীয়াক ভগাই-বটাই দি সাং কৰিছিল। প্ৰফুল্লৰ মূৰৰ অৱস্থা আগতকৈ ভালৰ ফালে আহিছিল আৰু বাটৰ প্ৰাকৃতিক সৌন্দৰ্য্যত প্ৰফুল্লই অতিশয় আনন্দ আৰু কৌতূহল প্ৰকাশ কৰিছিল। তৰুৰ লগত এনেভাৱে কথা বতৰা পাতিছিল যেন দুয়ো ক'ৰবাত উমলিছে হে। শ্বিলঙলৈ বৰুৱা গৈ লাবানত এটা সৰু ঘৰত সোমাল। তাতেই দুমাহমান কটাওঁ বুলি মনে মনে ভাবিলে। বৰুৱাৰ গৱৰ্ণৰক দেখা কৰা নহ'ল - ভাবে মানে দিনক দিনে মন এই প্ৰস্তাৱৰ পৰা আঁতৰি গ'ল আৰু শেষত এদিন স্থানীয় 'চিম' এজনৰ পৰা কাঠৰ মহল লৈ সৰল কাঠৰ কাৰবাৰ আৰম্ভ কৰিলে। বৰুৱা যদিও এই বিষয়ত তেনেই অনভিজ্ঞ আছিল, নিজৰ বুদ্ধি আৰু অধ্যৱসায়ৰ বলত উনষাঠি বছৰ বয়সত এজন খ্যাতনামা ব্যৱসায়ী বুলি পৰিগণিত হ'ল।

(২)

বৰুৱাৰ এই বাৰৰ উন্নতিৰ লগত আগৰ উন্নতিৰ বৰ মিল নাছিল - আগেয়ে চেষ্টা কৰিছিল বহুত, সেই পৰিমাণে উন্নতি হৈছিল কম, কিন্তু ইবেলি চেষ্টাতকৈও সফলতা বেছি। বৰুৱাই ত্ৰিশ টকা আশা কৰি কামত হাত দিলে নব্বৈ টকা পায়। এই লাভৰ ফল কিন্তু অন্যৰূপ। বৰুৱাই আগেয়ে ভাবিছিল যে দিন কাটি গলেই জীৱন যাপন কৰা হয়, এতিয়া কিন্তু ক্ৰমাৎ ধাৰণা হবলৈ ধৰিলে - মানুহে বুজা উচিত যে মই আছোঁ, - কৰ্তৃপক্ষৰ হাতত লাঞ্ছনা নহলেও যন্ত্ৰণা ভুগিয়ে বোধকৰোঁ এই ধাৰণা হ'ল যে - সংসাৰে সকলোৰে প্ৰতি ন্যায় আচৰণ কৰোঁ বুলি থকা নাই, যেয়ে যিমান পাৰে আদায় কৰি লব, এয়ে নীতি। এই কাৰণেই বৰুৱাই আগৰ সৌম্য মূৰ্ত্তি এৰি এতিয়া





গম্ভীৰ প্ৰকৃতি ধাৰণ কৰিলে, আৰু যেয়ে অলপ ক্ষমতা বা ঐশ্বৰ্য্যৰ ভাব লৈ তেওঁক দেখা কৰে তাকেই জানিবলৈ দিয়ে যে তেওঁৰ অৱস্থা আন জনতকৈ হীন নহয়। ইয়াৰ ফলত সামান্য অৱস্থাৰ মানুহবোৰে তেওঁক গপাল বুলিবলৈ ধৰিলে - আৰু ভাল অৱস্থাৰবোৰে বিদ্বেষৰ চকুৰে চাবলৈ ধৰিলে।

"লা মঁদে (Le monde) খিলঞৰ ভিতৰতে এটা ডাঙৰ আৰু সুন্দৰ ঘৰ। ফৰাছী কৰ্ণেল ফাউকি পৃথিৱীৰ নানা ঠাই ঘূৰি আহি খিলঞত সোমাল। তাতে তেওঁ প্ৰাকৃতিক কমনীয়তা আৰু স্বাস্থ্যপ্ৰদ জলবায়ু দেখি এনে মুগ্ধ হ'ল যে জীৱনৰ বাকীখিনি কাল তাতে কটাবলৈ স্থিৰ কৰি আজীৱন সঞ্চিত ধনৰ সৰহ ভাগ ভগন কৰি এই ধুনীয়া ঘৰটো সজায়। এই ঘৰটো এটি সৰু টিলাৰ ওপৰত, তাৰ প্ৰায় চাৰিও ফাল বেঢ়ি এটি নিজৰা বৈ গৈছে - দুটাঁৰমান বহল এটি বাটেৰে টিলাটোৱে নামনিৰ লগত যোগ ৰাখিছে। নিজৰাটো বৈ গৈ টিলাটোৰ পূব দাঁতিত শিলৰ বেৰৰ মাজত বহল পুখুৰী এটা ৰচনা কৰি শিলৰ তলে তলে ভৈয়ামলৈ বৈ গৈছে। টিলাটোৰ মূৰটো চকলিওৱা চাকলি পীৰাৰ দৰে ঘূৰণীয়া, তাৰ কেউ দাঁতিত কেবা ঠাইত ডাঙৰ ডাঙৰ নিমজ শিল পাৰি থোৱা আছে, তাত বহি কেউপিনৰ প্ৰাকৃতিক সৌন্দৰ্য্য উপভোগৰ বাবে। টিলাৰ ওপৰত ঘৰটো - তাৰ সমুখত বহল চোতাল, তাৰ পিছত টিপ্-টিপীয়াকৈ ভৰা পুখুৰী, কেউদাঁতিত জুৰিৰ মনমোহা সঙ্গীত আৰু শীতল ৰূপালী পানীৰ গতিভঙ্গিমা। টিলাটোৰ ওপৰত পাতল গছৰ শাৰী আৰু দাঁতিৰ বিচিত্ৰ বৰণৰ লতাই লেও খাই আছে। মাজে মাজে দু-এজোপা উইলোৰ ডাল গৈ প্ৰায় জুৰিৰ পানী ছোওঁ ছোওঁ হৈছে - জুৰিৰ ইপাৰে যেনে সিপাৰেও তেনে লতা আৰু ফুলৰ সম্ভাৰ। ঘৰৰ চোতালখন এখন বহল ঘাঁহনি, তাৰ মাজে মাজে ফুল আৰু ঠায়ে ঠায়ে ইটালীয় শিল্পীৰ কলাজ্ঞানৰ চাৰু নিদৰ্শন - মৰ্ম্মৰ মূৰ্ত্তি।

ঘৰৰ বাহিৰৰ সাজ-সজ্জাতকৈ ভিতৰৰ সাজসজ্জা আৰু বেছি। কৰ্ণেল ফাউকিয়ে আৰ্ট নথকা বিজ্ঞানৰ সেৱক হৈ যদিও জীৱনৰ সৰহ ভাগ কাল কটাইছিল তথাপি শিল্প সম্বন্ধীয় ধাৰণাত বহুত পণ্ডিতৰ ওচৰত তেওঁ অযাচিত শলাগ পাইছিল আৰু তেওঁৰ জীৱনৰ স্মাৰক চিহ্ন স্বৰূপে এই ঘৰটোকে এৰি যাব খুজিছিল। কৰ্ণেল ফাউকি সৰহ দিন থাকিবলৈ নাপালে, কালে লীলা সামৰিলে আৰু তেওঁৰ এটৰ্ণিয়ে ঘৰ বেচাৰ জাননী দিলে। যদিও কৰ্ণেল ফাউকিৰ জীৱন কালত বহুত ধনী বিলাসীয়ে তালৈ বিলাস বা আপ্যায়নৰ বাবে গৈছিল আৰু ঘৰটোৰ নাম হৈছিল গৈ 'লা বোঁ মঁদে' (The fashionable world) কোনোৱে কিনিবলৈ সাহ নকৰিলে। অচলা বৰুৱাই কাকো জানিবলৈ নিদিয়াকৈয়ে ঘৰটো কিনিলে আৰু যিদিনা তেওঁ সপৰিবাৰে এই ঘৰত সোমাল বিদেশীৰ মহলত এটা ডাঙৰ হমুনিয়াহ পৰিল আৰু 'অসম ক্লাব'ত আনন্দৰ ৰোল উঠিল।





খিলগুত প্ৰফুল্লৰ স্বাস্থ্যৰ যথেষ্ট উন্নতি হ'ল। জলবায়ু, আহাৰ আৰু পাৰিপাৰ্শ্বিক অৱস্থাই মনৰ আৰু শৰীৰৰ ভালেখিনি কল্যাণ সাধিলে। তেওঁৰ শৰীৰ আৰু মনৰ শক্তি যি পৰিমাণে বাঢ়িল, সেই পৰিমাণে কাম নাপাই অলপ উদ্বিগ্ন হ'ল, পিতাকে আকৌ তেওঁক পঢ়িবলৈ পঠিয়াবলৈ সাহ নকৰে। মাকে বিয়া কৰাই দিব খোজে কিন্তু প্ৰফুল্লই তাৰ নামকে নুশুনে। প্ৰফুল্লই আগযাচি পিতাকৰ কাৰবাৰৰ হিচাপ-পত্ৰ কৰে আৰু কেতিয়াবা কাঠৰ ব্লকবোৰ চাই ফুৰে - তেতিয়াও কিন্তু মস্তিষ্ক আগৰ দৰে সবল হোৱা নাছিল - দুই এটা কথাত মাজে মাজে প্ৰকাশ পাইছিল আৰু এই দুৰ্ব্বলতাৰ বিশেষ চিন পোৱা গৈছিল পিতাকৰ প্ৰতি তেওঁৰ অনুৰক্তি বা নিৰ্ভৰতাত। বৰুৱা যদিও বৰ বৈষয়িক হৈ উঠিছিল পুতেকৰ লগত অসংশ্লিষ্ট বা তাহানিৰ পঢ়া দিনৰ কথা কৈ বৰ ৰং পাইছিল। প্ৰফুল্লই পিতাকৰ লগত লাগ্ৰেঞ্জ, লাপলেছ, ডেকাৰ্টে, কেপলাৰ, আৰ্কিমিডিয়াছৰ কথা পাতে, বৰুৱাই বেন্থাম, নিট্‌জে, ছপেনহৰ, এৰিষ্টট্‌লৰ মতৰ কথা উলিয়ায় - এইবোৰ তেখেত সকলৰ নিজা পক্ষৰ তদুপৰিও উমৈহতীয়াভাৱে মেজিনি, গাৰিবল্ডি, ৰুছো, ভল্টেয়াৰ, ৰবছ্‌পিয়াৰে, নেপোলিয়ন, চাণক্য, বিছমাৰ্ক, আকবৰ, অশোক, বাবৰ, ক্লাইভ নানা জনৰ চৰিত্ৰৰ নানা বিষয় লৈ আলোচনা চলে। এইবোৰ কথা বতৰাত প্ৰফুল্লতকৈও অচলা বৰুৱাৰ আগ্ৰহ কেতিয়াবা বাঢ়ি যায় কাৰণ তেতিয়া তেওঁ যযাতিৰ দৰে বাৰ্দ্ধক্যৰ ঠাইত চিৰ যৌৱন পোৱা যেন অনুমান কৰে।

বাপেক পুতেকৰ জীৱনৰ লগত কিন্তু মাকজীয়েকৰ জীৱন ৰিজাব নোৱাৰি। বৰুৱাৰ অৱস্থাৰ উন্নতিৰ লগে লগে তেওঁলোকৰো লোক-সমাজত মৰ্য্যাদা বাঢ়িছিল আৰু নিজৰ ব্যৱহাৰৰ দ্বাৰা সকলোৰে সমাদৰৰো পাত্ৰ হৈছিল। বৰুৱানীয়ে মহিলা সমাজত সদায় উচ্চ আসন পাইছিল আৰু তেখেতে ইমানবোৰ আলহী ঘৰত নিতৌ সোধপোছ কৰিছিল যে কোনোবাই তেখেতৰ প্ৰতিপত্তি অস্বীকাৰ কৰিব খুজিলেও পিছৰ দিন নিমন্ত্ৰণত তেওঁ আপুনি দোঁ খাইছিল। বৰুৱানীক এই বুঢ়া বয়সতো তেজাল বোলা, ধুনীয়া বোলা, গাৰ বান্ধ সুন্দৰ বোলা মহিলাৰ বা তিৰোতাৰ অভাৱ নাছিল - অৱশ্যে তেওঁলোকে এনেবোৰ মতৰ বাবে নানা প্ৰকাৰে উপকৃতও হৈছিল। তৰুৰ প্ৰকৃতি অন্যৰূপ। পিতাকৰ অৱস্থা বেয়া হোৱাৰ লগে লগে তেওঁ পঢ়া শুনা এৰি ঘৰৰ কামত ধৰিছিল আৰু তাত যথেষ্ট উন্নতিও কৰিছিল কিন্তু বৰুৱাৰ অৱস্থা ভুৱাৰ লগে লগে তেওঁৰ হাতৰ কাম লিগিৰী, 'ঠাকুৰে' কাঢ়ি ললে; তেওঁৰ বাবে কেৱল একেটা কাম থাকিল - তেওঁৰ স্বাভাৱিক সৌন্দৰ্য্য বিকাশত কৃত্ৰিমভাৱে সহায় কৰা। প্ৰকৃতিয়ে অযাচিতভাৱে তৰুণ ৰূপলাৱণ্যৰে তেওঁক মণ্ডিত কৰিছিল, চকুত বিস্ফাৰিত কোমলতা, মুগ্ধ মৌন দৃষ্টিয়ে শৰীৰৰ সকলো সম্পদৰ মাজেদি যৌৱনৰ গৌৰৱ প্ৰকাশ কৰিছিল। তাত অপ্ৰাকৃত একোৰে আৱশ্যক নাছিল - কিন্তু সমাজে নেৰে। ধনীৰ ঘৰৰ ছোৱালী, কানিকাপোৰে

অলঙ্কাৰেপাতিয়ে পিতাকৰ চিনাকি দিব লাগিব, তাতে মাকৰ সৌন্দৰ্য্যৰুচিৰো পৰিচয় থাকিব লাগিব। সকলোৱে সম্মান ৰাখিবলৈ গৈ তৰুক জনসমাজৰ চকুত এজনী বিলাসী যুৱতীৰূপে পৰিগণিতা হৈছিল।

তৰুৰ বিয়াৰ বাবে বহুত প্ৰস্তাৱ আহিছিল, ৰুদ্ৰবাই ছোৱালীৰ বয়স হোৱা নাই বুলি এই বিলাকলৈ মনকাণ নিদিছিল, ৰুদ্ৰানীয়ে কিন্তু সদায় চকু ৰাখিছিল কেতিয়া এজন ভাল ঘৰৰ ডেকা জোঁৱাই হবলৈ ওলায়। ৰুদ্ৰানীৰ জোঁৱায়েক হোৱা উদ্দেশ্য থাকক বা নাথাকক বহুত সুশিক্ষিত ৰূপহ ডেকাই ৰুদ্ৰবাৰ ঘৰলৈ গৈছিল - কোনোৱে ৰুদ্ৰবাৰ লগত দেখা কৰা ভাও জুৰি, কোনোৱে প্ৰফুল্লৰ লগত কথা পতা ছল কৰি, কিন্তু তেওঁলোকৰ সকলোৰে উদ্দেশ্য আছিল - তৰুক এবাৰ কাষৰ পৰা চোৱা, তেওঁৰ হাঁহিটি নিৰীক্ষণ কৰি নিজন পৰত তাৰ সৌন্দৰ্য্য উপলব্ধি কৰা। অপ্ৰকাশিতভাৱে বহুতৰ মাজত চেষ্টা চলিছিল তেওঁৰ প্ৰীতিৰ কিবা নিদৰ্শন পাবলৈ - তেওঁৰ হাঁহি, মাত, চাওন সকলোকে তেওঁলোকে নিজ নিজ অৰ্থত অনুবাদ কৰিছিল কিন্তু প্ৰায় সকলোৱে নিৰাশাৰ হুমুনিয়াহত বাহিৰে আন একো পাৰিতোষিক পোৱা নাছিল। ৰুদ্ৰবাৰ ঘৰলৈ ঘনকৈ যোৱা সকলৰ মাজত নৃপেন্দ্ৰ চৌধুৰী, চাৰুভূষণ দত্ত আৰু ৰোহিতাশ্ব নেওগৰ নাম উল্লেখযোগ্য। নৃপেন্দ্ৰ এডমণ্ড কলেজৰ ইংৰাজীৰ অধ্যাপক; তেওঁ প্ৰায় সদায় কাব্য আৰু সাহিত্যৰ আলোচনাতে থাকে চচাৰ, ছেলি, টেটাৰটন, কীটছ, বাৰ্ণছ, ব্ৰাউনিং, টেনিছন - এওঁলোকৰ চিন্তাধাৰাই তেওঁৰ আলোচনাৰ বিষয় - গধূলি আহি ৰুদ্ৰবাৰ ঘৰ সোমালে ৰাতি দহ বজাত হে ওলাই যায়। ৰোহিতাশ্ব আগেয়ে কেমিষ্ট্ৰীৰ লেক্‌চাৰাৰ আছিল, পিছত কৃষি বিভাগত অস্থায়ীভাৱে ৰাসায়নিক এ'পাৰ্টৰ কাম কৰে - তেওঁৰ কথাত আগেয়ে বিদ্যাৰ বেছি আভাস নাছিল, কিন্তু নৃপেন্দ্ৰৰ প্ৰকৃতি দেখি তেৰোঁ লাহে লাহে কথাই কথাই প্ৰিছলি, লেভইছাৰ, কেভেণ্ডিছ, নোবেল, জাণ্টনৰ নাম কৰিবলৈ ধৰিলে। চাৰুভূষণৰ পিতাক চহকী মানুহ, তেওঁ নিজে বিশেষ কাম একো নকৰে, স্বাস্থ্যকৰ ঠাই বুলিয়ে শ্বিলঙত আছে - তেওঁৰ জীৱন কেৱল অৱকাশ, কেৱল সুখৰ সপোনেৰে ভৰা। ৰুদ্ৰবাৰ মনে মনে ধাৰণা, নৃপেন্দ্ৰত ছোৱালীজনী দিব পাৰিলে বেয়া নহয়, ল'ৰাটোৰ অলপ 'আইডিয়া' আছে; প্ৰফুল্লৰ মতে ৰোহিতাশ্বই ভাল পাত্ৰ হব, ল'ৰাটো দুখীয়া হলেও বা কাম অস্থায়ী হলেও ভৱিষ্যতে এটা সুবিধা কৰি লব পাৰিব, নৃপেন বৰ বাচাল। ৰুদ্ৰানীৰ কিন্তু ইচ্ছা চাৰুৰ দৰে লৰা পালে এৰি দিয়া উচিত নহয়, - লৰাটোও সুশ্ৰী, ঘৰৰ অৱস্থাও ভাল। ব্যৱহাৰতো বৰ সুন্দৰ।

এদিন ৰাতিপুৱা চাৰুৰ দেউতাক আহি ৰুদ্ৰবাৰ আগত ওলাল। ৰুদ্ৰবাই তেওঁ অহাৰ কাৰণ-পূৰণ সুধিলত কলে যে চাৰু বিলাতলৈ গ'ল, বেৰিষ্টাৰী পঢ়িব। তেওঁ হেনো যোৱাৰ আগেয়ে আভাস দি গৈছে যে ৰুদ্ৰানীৰ পৰামৰ্শ মতেই তেওঁ বিলাতলৈ যাবলৈ





ওলাল আৰু বৰুৱাৰ ছোৱালীয়ে তেওঁৰ জীৱনৰ ধ্ৰুৱতৰাৰূপে থাকি বিপদসঙ্কুল বিদেশত চলাব। নহলে সিদ্ধদত্তৰ ইচ্ছা নাছিল যে পুতেকক আবিয়ৈ অৱস্থাত শিথিল নীতিৰ দেশলৈ পঠিয়াব। বৰুৱাই এই সম্বন্ধে আগেয়ে একো জনা নাছিল আৰু তেওঁৰ নিজৰ অভিপ্ৰায় ঘৈণীয়েকৰ অভিসন্ধিয়ে আগ ভেটা দেখি মনে মনে অলপ অপ্ৰস্তুত হৈছিল যদিও বাহিৰত একো বিৰক্তি প্ৰকাশ নকৰি সিদ্ধদত্তক যথেষ্ট সৌজন্য দেখুৱাইছিল। মিঃ দত্ত গ'লত বৰুৱানীক মতাই আনি বৰুৱাই আচল কথা কি সুধিলে। বৰুৱানীয়ে কলে যে ল'ৰা ছোৱালীৰ মাজত মনৰ মিল দেখি তেওঁ বিয়াত মত দিয়া সঁচা। বৰুৱাই কলে - "মোক তো কব পাৰিলাহেঁতেন।" বৰুৱানীয়ে কলে "পকা হৈ নুঠাকৈ আপোনাক কৈ একো লাভ নেদেখিলোঁ।" "তোমালোকেনো কিমান আগ বাঢ়িছা, পকা হবলৈ কিমান বাকী?" বৰুৱাৰ সুৰ অলপ ঢিলা দেখি বৰুৱানীয়ে কলে - "আচল কথা কওঁ, বেয়া নাপাব। এদিন সিহঁত দুয়ো গাৰীত ফুৰিবলৈ গৈছিল; তাতে হেনো বিয়াৰ কথাটো ওলাইছিল - তেতিয়া ছোৱালী জনীয়ে হেনো কলে 'আপুনিও কিবা এটা পাছ-তাছ নকৰে কিয়?' চাৰু, লাজ জনা ল'ৰা, সি তাৰ পিছতে বিলাতলৈ যাবলৈ মন কৰে, আৰু যোৱাৰ আগতে মোক কৈ যায় .......।" বৰুৱানীয়ে শেষ কৰিবলৈ নৌপাওঁতেই বৰুৱাৰ ভাবৰ পৰিবৰ্ত্তন ঘটিল, "বাৰু বুজিছো, যোৱা" বুলি তেওঁক খেদাই দি টেবিলত কিলাকনি থৈ দুহাতেৰে মূৰটো ধৰি কিবা ভাবিবলৈ ধৰিলে। ডেকা ল'ৰা ছোৱালীৰ ঘনিষ্ঠতা কি বস্তু, বৰুৱাই প্ৰায় পাহৰিব লগীয়া হৈছিল; কিন্তু অকস্মাৎ তেওঁৰ মনলৈ ভাবৰ কি প্ৰস্ৰবণ আহিল, তেওঁৰ ঘৈণীয়েকক সেই প্ৰথম দেখা, সেই প্ৰথম আবেগভৰা আলিঙ্গন, - সকলো মনত পৰিল আৰু সেই চিত্ৰৰ লগে লগে যেন ধাৰণা হ'ল - এখন মটৰ যেতিয়া পলো গ্ৰাউণ্ডৰ মুৱা হৈ ঘূৰে আৰু মটৰে আপ-গিয়াৰত ওপৰমুৱা হৈ যায় তেতিয়া দুজন তৰুণ আৰোহীৰ যেন ইটোৰ বাহুত সিটোৱে আশ্ৰয় লৈছে আৰু তেতিয়াই ডেকাজনে গাভৰুজনীৰ কাণৰ কাষত কৈছে 'আমাৰ এনে বান্ধন কি সুখকৰ!' ছোৱালীজনীয়ে মৃদু কটাক্ষ হানি কৈছে - 'পথাৰখন দেখাত কেনে ধুনীয়া।" বৰুৱা শিয়ৰি উঠিল, এই চিত্ৰ যেন তেওঁৰ ছোৱালীৰে। এনেতে প্ৰফুল্ল আহি ভিতৰ সোমাল। বৰুৱাই সুধিলে "চাৰুৰ লগত তৰুৰ বিয়াৰ কথা শুনিছ?" "নাই শুনা, তালৈ নোৱাৰি দিব" প্ৰফুল্লই কলে। "মাৰে বোলে কথা দিছে।" "থৈ দিয়ক আইৰ কথা।" "নহয় আজি চাৰুৰ পিতাক আহি গ'ল।" "সেই ফোপাই জোপাই অহা ভোকোন্দামুৱা জনে চাৰুৰ পিতাক নে?" "টকা আছে।" "নহলে নো ইমান শকত হয় নে? - আপুনিও কিবা আশা দিলে নে কি?" "মই বিশেষ একো কোৱা নাই।" "নকব; ইহঁত দেখোঁতেই বুৰ্ব্বক। ছোৱালী ইহঁতৰ ঘৰলৈ দিয়াতকৈ কোৱাই মৰা ভাল।"

প্ৰফুল্লৰ সিদিনাৰ পৰা আচৰণ অলপ লৰিল। তৰুক দেখা কৰিবলৈ বা তেওঁৰ





লগত কথা পাতিবলৈ অসংখ্য গাভৰু ছোৱালী আছে, বৰং বেছি ভাগৰ চকুত ৰুৰুৱাৰ ঘৰৰ সৌন্দৰ্য্যৰ এইবোৰো এবিধ উপকৰণ। প্ৰফুল্লই চাৰুক তেওঁৰ লগৰীয়াবোৰৰ লগত এৰি নিজে প্ৰায় অকলে ফুৰে। কিন্তু পিতাকে চাৰুৰ লগত এই বিয়াৰ কথা কোৱাৰ পৰা তৰুক তেওঁ এখন্তেকলৈও লগৰ পৰা এৰিব নোখোজে চিৰদিন যেন ভায়েক-ভনীয়েকে ল'ৰালিৰ দৰে হাতত ধৰাধৰিকৈ কাল কটাব এনে ইচ্ছা। গাভৰুবোৰৰ প্ৰতি তেওঁৰ আকৰ্ষণ নাই, ছোৱালীবোৰ আহিলেও তাৰ মাজৰ পৰা তৰুক মতাই আনে আৰু নানা কথা কৈ লগতে ৰাখে। লাহে লাহে তৰুৰ ককায়েকত বাহিৰে আন কোনো বন্ধু নাইকিয়া হ'ল, থাকিলেও তেওঁলোকে কাষ চপা দুৰূহ হ'ল। প্ৰফুল্লৰ মূৰৰ অৱস্থা আগৰ দৰে নোহোৱাত ঘৰৰ কোনো মানুহে তেওঁক একো কথাতে বাধা নজন্মাইছিল আৰু তৰুৱেও আজলী ছোৱালীটিৰ দৰে ককায়েকৰ হাতত ধৰি বা কাষে কাষে ফুৰিছিল। কিন্তু প্ৰফুল্লৰ মস্তিষ্কৰ বিকাৰ অলপ বাঢ়িল আৰু লগে লগে মাক পিতাকৰো উদ্বেগ চৰিল। প্ৰফুল্লৰ সন্তোষৰ বাবে নানাৰূপ বন্দোবস্ত কৰিবলৈ ধৰিলে, কিন্তু একোতে তেওঁৰ মন নবহে; কেৱল পিতাকৰ হিচাপ সম্বন্ধীয় কাম-কাজ অতি আনন্দেৰে কৰে, গণিতৰ সম্বন্ধ থকা যেই সেই কামকে ভাল পায় আৰু সময়ে সময়ে পিতাকৰ লগত 'থিওৰি অব ইকুৱেশ্যন্স', 'কনভাৰ্জেণ্ট, ডাইভাৰ্জেণ্ট ছিৰিজ', 'থিওৰি অব এন্ ডাইমেনচনছ' আদি নানা কথা কয়, সৰহ ভাগকে পিতাকে নুবুজে।

তৰুৱে যেতিয়া ৰাতিপুৱাতে সৰল গছ এজোপাৰ তলত থিয় দিয়ে আৰু শুভ্ৰ হিমবিন্দুবোৰ তেওঁৰ মূৰে কপালে পৰে, তেতিয়া তেওঁক মানৱীতকৈ আন কিবা বুলিব পাৰি; সুন্দৰ বহল চকুযুৰিৰে যেতিয়া নিস্পন্দভাৱে সূৰ্য্যৰ ক্ষীণ ৰশ্মিলৈ চায়, তেওঁক বিশ্বশিল্পীয়ে আদৰেৰে সজা মৰ্ম্মৰ মূৰ্ত্তি যেন অনুমান হয়; গধূলি পৰত যেতিয়া পুখুৰীৰ পাৰত ককায়েকৰ লগত পাতল দেও দি ফুৰে, তেতিয়া মৰালৰ সাধ্য নাই, গতিভঙ্গিত তেওঁক পৰাভৱ কৰিব । তৰুৰ মুখত সদায় হাঁহি, কিন্তু মৃদু, ক্ষীণ। তেওঁ চাৰুক পঢ়িবলৈ যাবলৈ পৰামৰ্শ দিয়া সঁচা, কিন্তু তেতিয়া স্বাৰ্থৰ কোনো সম্বন্ধ ৰাখি তেওঁ কোৱা নাছিল; ডেকা ল'ৰা এজনে মিছাতে সময় কটোৱাতকৈ কিবা এটা কৰা ভাল, এই ভাৱত হে কৈছিল। কিন্তু সকলোৰে মুখত যেতিয়া ই অন্যৰূপ ধৰণ কৰিলে তেতিয়া ভিতৰে ভিতৰে অলপ লাজ পাইছিল কিন্তু চাৰুৰ প্ৰতি অলক্ষিতে ঘনিষ্ঠতা বাঢ়িছিল। মাজে মাজে দু-এখন চাৰুৰ পৰা চিঠিও পাবলৈ ধৰিলে, পালেই কিন্তু মাকক দেখুৱায় আৰু তাৰ উত্তৰখনো মাকক পঢ়ি শুনায়। প্ৰফুল্লৰ অৱস্থাৰ পৰিবৰ্ত্তনৰ লগে লগে তৰুৰ সাজ-পাৰৰ চাকচিক্য কেনিবাদি গ'ল, আনকি চাৰুৰ প্ৰতি আগ্ৰহো ক্ৰমে কমি আহিবলৈ ধৰিলে। প্ৰফুল্ল আচৰণত অলপ অসংযত হ'ল আৰু মাজে মাজে চাৰুৰ প্ৰতি অনাস্থা তেওঁ কামে কথাই প্ৰকাশ কৰিছিল, লগে লগে বোহিতাশ্বৰ গুণ বঢ়াই কৈছিল। তৰুৰ





যদিও ৰোহিতাশ্বৰ প্ৰতি বিশেষ আস্থা নাছিল, ককায়েকক সন্তুষ্ট কৰিবলৈ তেওঁৰ লগত জীৱন যাপন কৰিবলৈকো কুণ্ঠিত নহল হেঁতেন। কিন্তু এইবোৰ ভাবৰ প্ৰকাশৰ বাট নাই, য'তে উদ্ভৱ ত'তে বিলয়।

প্ৰফুল্লই এদিন পিতাকক গৈ কলে যে তেওঁৰ এটা দূৰবীক্ষণ যন্ত্ৰৰ আৱশ্যক, আৰু সৰু হলে নহৱ "অবজাৰ্ভেটৰি" (নক্ষত্ৰ আদিৰ গতিবিধি লক্ষ্য কৰা অনুষ্ঠান) কৰিবৰ তেওঁৰ অভিপ্ৰায়। পিতাকে মনতে ভাবিলে যে কোনো প্ৰকাৰে প্ৰফুল্লক একাগ্ৰচিত্তে ক'ৰবাত লগাই দিব পাৰিলে ক্ৰমাৎ মস্তিষ্কৰ উন্নতি হব পাৰে, আৰু একোৰাৰ সন্দেহ কৰে, জানোচা তেনেই বলিয়া হৈ যায়। পুতেকৰ কথা পেলাব নোৱাৰি বৰুৱা ত্ৰিশ হাজাৰ টকা দিবলৈ সন্মত হ'ল আৰু প্ৰফুল্লই আগ্ৰহেৰে আমেৰিকালৈ চিঠি পত্ৰ লিখি চিকাগোৰ পৰা এজন বিশেষজ্ঞই সৈতে এটা টেলিস্কোপ অনাৰ দিহা কৰিলে। কিন্তু টেলিস্কোপ আহি পোৱাৰ আগতে অবজাৰ্ভেটৰিৰ বাবে এডোখৰ ভাল ঠাই বিচাৰিবলৈ ধৰিলে। চাই-চিতি তেওঁলোকৰ দাঁতিত থকা নিজৰাৰ সিপাৰৰ পাহাৰৰ টিংটোকে সমান কৰি লবৰ মন কৰিলে তেতিয়া প্ৰফুল্লৰ মনত অপাৰ আনন্দ, শৰীৰত বিপুল উদ্যম আৰু লগে লগে তৰুৰ মনতো প্ৰফুল্লতা আহিছে - অকল ভায়েক ভনীয়েক কিয়, ঘৰখতে সন্তোষৰ জুৰ বতাহ বলিছে। বৰুৱাই ভাবিছে প্ৰফুল্লক সংসাৰৰ লেঠা শোধাই দি সুখে-সন্তোষে জীৱন লীলা সামৰিব, বৰুৱানীয়ে ভাবিছে, চাৰু নিশ্চয় অলপতে আহি পাব আৰু ৰং-ধেমালিৰ মাজত বিয়াখন হৈ যাব, পুহী নামে লিগিৰীজনীয়ে ভাবিছে, নতুন কেৰু নিশ্চয় তাই অলপতে পাব।

এনে দিনতে তৰুৱে এখন চাৰুভূষণৰ পৰা চিঠি পালে। চিঠিখন ছুৱেজৰ পৰা লেখা। তাত নানা কথাৰ পিছত সামৰণিত লেখিছে - "তোমাৰ প্ৰীতিয়ে মোক পাপৰ পৰা মুক্ত ৰাখিব নোৱাৰিলে। মিছ ছোলডা বুলি কুমাৰী এজনীৰ লগত মোৰ প্ৰণয় হয় আৰু তাৰ পৰিণতি স্বৰূপে কলঙ্ক আৰু শিশুপুত্ৰ এটি মোৰ লগত আছে। মাকে সন্তানক সংসাৰ দেখুৱায়ে ইয়াৰ পৰা বিদায় লয়। মই তোমাক আৰু সংসাৰক মুখ দেখুৱাবলৈ লাজ কৰিছোঁ। বোম্বাইত বোধ হয় ল'ৰাটো এৰি যাম। তুমি যদি পাৰা কথাষাৰ প্ৰকাশ নকৰিবা। যদি বিশ্বাস কৰা, - তোমাৰ প্ৰতি স্নেহ ......., আৱশ্যক নাই, বিশ্বাস নকৰিবা।" তৰুৰ লগত মাকে চিঠিখনি নিয়মতে পালে, আৰু ঘৰত কথাখিনি প্ৰকাশ হৈ পৰিল, লগে লগে প্ৰফুল্লৰ বায়ু আৰু চৰিল।

চাৰুৰ ব্যৱহাৰ শুনি বৰুৱাই অলপ মনতে লাজ পালে, কিন্তু এইবোৰ মানুহৰ আচৰণ এনে হোৱা সম্পূৰ্ণ স্বাভাৱিক, এই বুলিয়ে সকলোকে সান্ত্বনা দিবলৈ তেওঁ চেষ্টা কৰিলে। ছোৱালীজনীৰ মুখলৈ চালে, তেনেই শেঁতা, প্ৰফুল্লৰ চকু ৰক্তিম। প্ৰফুল্লই কলে -

"আপুনি যিয়ে নক'ক, মই প্ৰতিশোধ লম।" প্ৰফুল্লৰ এই দৃঢ়তাত যথেষ্ট কৰ্কশতা আছিল আৰু তেওঁ আচলতে কিবা কৰক নকৰক, বিভীষিকাৰ ভাব এটা স্পষ্ট হৈছিল।

বৰুৱাই ইতিমধ্যত এটা ডাঙৰ কামত হাত দিছিল - খ্বিলঙৰ পৰা চেৰাপুঞ্জিলৈ যোৱা বাটত পাঁচ মাইল দীঘলকৈ এখন "ৰোপ লাইন" বা শিকলিৰে দলঙ নিৰ্ম্মাণৰ চেষ্টা কৰিছিল। ইয়াৰ প্ৰথম উদ্যোগকৰ্ত্তা আছিল প্ৰফুল্ল নিজে, বৰুৱাৰো কথাটো মনত লাগিল, আৰু তাৰ বাবে - বিশেষজ্ঞ ইঞ্জিনিয়াৰ অনাই আৱশ্যকীয় চিত্ৰ আদি আঁকাই খৰচ আদিৰ ইষ্টিমিট কৰালে। দিন ঠিক হ'ল, গবৰ্ণৰে নিজ হাতে প্ৰতিষ্ঠা কৰিব, আৰু তাৰ আগতে বৰুৱাই খ্বিলং মিউনিছিপালিটীৰ পৰা অভিনন্দন গ্ৰহণ কৰিব। ঘৰঘৰোৱাহে সবাইলৈ যাবলৈ সাজু হৈছে - প্ৰফুল্ল নাই। পদুলিত মটৰৰ শব্দ শুনি বৰুৱা অলপ আগবাঢ়ি গ'ল '- দেখে যে এখন এম্বুলেন্স গাড়ী। বৰুৱাৰ মনটো চিৰিংকৈ উঠিল। চালকজনে অভিবাদন কৰি কলে - "হুজুৰকা লেৰকা।" বৰুৱাই লৰি গৈ গাৰীৰ দুৱাৰ খুলিলে - প্ৰফুল্লৰ গা তেজেৰে ৰাঙলী, শৰীৰ নিস্তেজ মুখ শেঁতা, - মূৰত থেঁতেলা খোৱা জখম। প্ৰফুল্লই শেষ চেষ্টা কৰি কলে - "পিতা, অবজাৰ্ভেটৰিৰ পৰা চালোঁ, - দেখিলো, - তৰু এটি সৰু নক্ষত্ৰ। নক্ষত্ৰ হৈয়ে নাথাকিল, ক্ৰমাৎ মোৰ চকুৰ আগতে চন্দ্ৰৰ আকাৰ আৰু উজ্জ্বলতা পালে, - আৰু চাৰু, সেই পিশাচটোৱে ৰাহুৰ মূৰ্ত্তি ধৰি তেওঁক গ্ৰাস কৰিবলৈ আহিছে। তৰুৰ মুখ লাজ আৰু ভয়ত বিবৰ্ণ হৈছে। সেই দৃষ্টি মোৰ সহ্য নহ'ল, টেলিস্কোপৰ মুখ ফিৰালোঁ। টেলিস্কোপৰ দাপোণত সেই দৃশ্য নোহোৱা হ'ল - কিন্তু মোৰ মানসলিপি অপনয়ন কৰোঁ কেনেকৈ? যন্ত্ৰ এৰি প্ৰতিশোধৰ বাবে শূন্যলৈ জাপ দিলোঁ - আৰু কব নোৱাৰোঁ। জোন আৰু নুঠে, পিতা।" প্ৰফুল্লই গাৰীৰ শিতানত মূৰ ৰাখি নিমাত হ'ল, বৰুৱাই যদিও জানিছিল সকলো ভ্ৰম, তেওঁৰো অঙ্গ বিকল হ'ল, - গাৰীখনতে ধৰি ঢলি পৰিল।





# সহজ সম্বন্ধ

আবাহন আহিন ১৮৫৮শক
৭ম বছৰ ১০ সংখ্যা
শ্ৰীযুত হলীৰাম ডেকা, এম. এ. বি, এল্.

"সহজ সহজ সবাই কয়
সহজ জানয় কে?" - চণ্ডীদাস -

সিদিনা ভৈৰৱ ঘৰলৈ আহা কথা। তেওঁ বাপেক মাকৰ বৰ আদৰৰ ল'ৰা ; অকল ডাঙৰ বুলিয়েই আদৰৰ নহয়, লোকক আপোন কৰিব পৰা গুণ এটাও তেওঁৰ গাত আছিল। বাহিৰৰপৰা দেখিলে তেওঁক নিতান্ত সৰল, বৰং মূৰ্খ বুলিয়ে ধাৰণা হৈছিল, কথা-বতৰাটো চালাক চতুৰ বা তথা-কথিত smartnessৰ লক্ষণ নাছিল। কিন্তু তেওঁৰ অন্তৰত আছিল একুৰা জুই আৰু মুখত এটা সহনশীল হাঁহি। তেওঁ ঘৰলৈ ফিৰিছিল যুদ্ধক্ষেত্ৰৰ পৰা নহয়, কলিকতাৰ পৰা। তেওঁৰ ঘৰ আছিল নলবাৰী এলেকাৰ পাঁজিপাৰ গাঁৱত। ভৈৰৱে দৰ্ম্মাহাটাৰফালে সৰু এটা কাৰবাৰ কৰি জীৱিকা নিৰ্বাহ কৰিছিল ; ব্যৱসায় অলপ ঠন ধৰাত ঘৰখন আৰু দেশখন এবাৰ চাওঁ বুলিয়ে গৈছিল—ঘৰ এৰি অহাৰ ন বছৰ পিছত।

অসহযোগ আন্দোলনৰ সময়ত ভৈৰৱে কলেজ এৰে; কিন্তু স্বেচ্ছা-সেৱকৰ কেম্পত যোগ দিবৰ তেওঁৰ আগ্ৰহ নহ'ল। সেইকাৰণেই বোধ হয় সেই সময়ত অভিভাৱক আৰু ওচৰ চুবুৰীয়া সকলোৱে নিন্দা গৰিহণাৰ মাত্ৰা চৰিছিল। তেওঁলোকৰ মতে কলেজ এৰি তেওঁ দোষণীয় কাম কৰিছিল আৰু যদি স্বৰাজৰ আন্দোলনত কলেজ এৰিছিল, অন্ততঃ স্বৰাজ আহিলে কিবা এটা চাকৰি-বাকৰি পোৱাৰ সুবিধাৰ কাৰণে এতিয়াই গান্ধী আন্দোলনত কেদিনমান গাঁৱে-ভূঁয়ে ফুৰা হলেও ভৱিষ্যতে কিজানি কিবা এটা হ'বই পাৰে। এনে এটা বিশ্বাসৰ পৰাও বহুতে ভৈৰৱৰ কামত গৰিহণা প্ৰকাশ কৰিছিল। ভৈৰৱেও দিনে-ৰাতি ভাবিছিল কি এটা কৰিব। ভাৱে চিন্তাই তেওঁৰ মন ব্যাকুল হ'ল, শৰীৰ আগেয়ে দুৰ্বল, পিছত প্ৰায় অৰস হৈ আহিল, বিছনাত পৰিল ; গধূলি অলপ গাৰ তাপ বাঢ়ে। এদিন ৰাতি নৌপুৱাওঁতেই তেওঁ ঘৰ এৰি বাজ ওলাল আৰু পোন্ধৰ দিনৰ মূৰত খোজকাঢ়ি কলিকতা ওলাল। এয়ে তেওঁৰ জীৱনৰ আদি-ছোৱা বুৰঞ্জী।

এইবাৰ ভৈৰৱে যেতিয়া অলপ টকা-পইচাৰ মুখ দেখি গাঁও সোমাল, গাঁওৰ ডাঙৰ সৰু বহুতেই তেওঁৰ খবৰ লোৱা হ'ল। বাপেক-মাকেও মনত অলপ গৰ্ব অনুভৱ কৰিলে।





ইঘৰে বা জালত পোৱা দুটা মাছকে দিলে। সিঘৰে বা দুপোৱা গাখীৰকে দিলে আৰু এজনী বাঁৰী তিৰোতাই এটা পকা অমিতাকে আনি ক'লে—"বাপা আহা শুনি আইহঁলু আই দিবাৰ থবাৰ একো নাই। বোলো শুদা হাতে যাম না ? বাপাই তাতে ৰাজভূগ খাই থাকে। কি আছে কি দিম গছৰ মইথ্‌ফল এটাকে লৈ আইহঁলু।" নানা জনৰ আদৰ অভ্যৰ্থনা পাই ভৈৰৱৰ মনটোও অলপ নাচি উঠাৰ উপক্ৰম কৰিছে। তথাপি মাজে মাজে একোবাৰ তেওঁৰ ঘৰটো কিবা যেন উৰুঙা উৰুঙা লাগে এনে অনুভৱ কৰিছে। ইয়োখিনি কোৱা ভাল যে তেওঁ ঘৰত দুই চাৰিদিন থকাৰ ভিতৰতে কেবাজনো পাত্ৰীৰ পিতাক, খুৰাক, ভায়েক ককায়েকে তেওঁক চাই গৈছে। কোনো কোনোৱে তেওঁলোকৰ ফালে ভৈৰৱক ফুৰিবলৈ যাবলৈ অনুৰোধ কৰি গৈছে।

ভৈৰৱে ঘৰ পোৱাৰ পঞ্চম দিন। বহুতৰ অনুৰোধ নাৰাখিলে যদিও মৰোৱাৰ মহন্ত এঘৰত নিমন্ত্ৰণ ৰাখিবলৈ বুলি ৰাতি পুৱাতে চাহ-জলপান খাই ভৈৰৱ সিমুৱা হ'ল। ভৈৰৱৰ এটা নৰিয়া আগৰপৰাই আছে, বয়স হোৱাৰ লগে লগে অলপ বাঢ়িছেও। অৱশ্যে কোনো চিকিৎসকৰ কাষো তেওঁ চপা নাই, নৰিয়াটো হৈছে এই যে তেওঁ অকলশৰীয়া হ'লে বৰকৈ ভাৱে। লগৰ লগত বন্ধুৰ লগত বা কাৰ্য্যক্ষেত্ৰত তেওঁৰ মুখত সদায় পৰিমিত আৰু সহনশীল হাঁহি কিন্তু অকলশৰীয়া হলেই হঁহা ওঠ জাপ খাই যায়, কপালৰ গাঁঠি কোচ খাই উঠি যায়। কুমৰ সিৰ টন্‌টনীয়া হয়, হাতৰ মুঠি বান্ধ খাই যায়। বাহিৰৰ পৰাই ক'ব পাৰি তেওঁ কিবা চিন্তাত মগ্ন, কি চিন্তা তেওঁ হে বুজে।

কুচিয়া গাঁওখন পাৰ হওঁ হওঁতে প্ৰায় কেৰা দুপৰ হৈছে। কাতিমহীয়া ৰ'দ লাগি ভৈৰৱৰ গাটো অলপ চেং চেঙাইছে। পুখুৰীৰ পাৰত দূৰৰ পৰাই গছ কেজোপামান দেখি তেওঁৰ মনতে লোভ লাগিছিল যে ছাঁত অলপ গাটো জুৰাব। আলি এৰি পুখুৰীৰ কাষ চাপি গৈছে। পুখুৰীত গাঁওৰ বুঢ়া মেথা দু-এগৰাকী তিৰোতাই গা-পা ধুইছে, পাৰতে দুই এজনী তিৰোতাই সাজ-বাচন ধুইছে। কাৰো লৰাই কাষতে খিতিঙালি কৰি আছে, কাৰো গেৰখেনীয়া শিশুক মাকে, হাতত ধৰি দাঙি আনিছে, কোনো মাকে বাপেকৰ ওপৰত উঠা খঙ ল'ৰাকে মাৰি মনৰ খেদ গুচাবলৈ যত্ন কৰিছে। ভৈৰৱৰ চকুত পৰিল এজনী নতুন বোৱাৰী, বয়স পোন্ধৰ-ষোল্ল তেওঁ আগেয়ে পাছমুখ দি পানী বুৰাইছিল, পানীৰ কলহ কাষত লৈ ৰিহাৰ আচল দাঁতেৰে চিপি ধৰি এতিয়া ওপৰলৈ এবাৰ চকু কাৰোতেই ভৈৰৱৰ চকুত তেওঁৰ চকু পৰিল। গাভৰু বোৱাৰীজনীয়ে এবাৰ তলমূৰ কৰিলে। ভৈৰৱে তেওঁৰ মুখখন ভালকৈ এবাৰ চাই ল'বৰ সুবিধা পালে। "ধুনীয়া মুখখনি" ভৈৰৱে মনতে ভাবিলে। ছোৱালীজনীয়ে আকৌ মুখতুলি ভৈৰৱৰ পিনে চালে; এইবাৰ যেন তেওঁৰ চকুত আগতকৈ এটি স্পষ্টতৰ চাৱনি, মুখত দৃঢ়তৰ ভাৱ। ভৈৰৱে সেই অনুপাতে কুণ্ঠা বোধ কৰিলে। মনতে ভাবিলে, "মই বোধ হয় তেওঁৰ চকুলৈ





চোৱাত ভালপোৱা নাই। এয়ে বোধহয় সতীত্বৰ তিৰস্কাৰ। তেওঁ ইতিমধ্যে গছৰ ছাঁত বহিবলৈ আয়োজন কৰিছিল, ভাবিলে নিজিবোৱাহে ভাল হ'ব। বোৱাৰীজনী কাষত কলহলৈ ভৈৰৱৰ ফালে আহিল। ভৈৰৱে বাটৰ কাষত থিয় দিয়া বুলি নিজকে অলপ ধিক্কাৰ দি আঁতৰি যাবলৈ ওলাল; ছোৱালীজনীয়ে অলপ দূৰৰে পৰাই অবিচলিতভাৱে ভৈৰৱলৈ চাই বোৱাৰীৰ লাজকুৰীয়া সুৰত মাতিলে "দাদা !" ভৈৰৱে লাজ পালে। তেওঁ ততাতৈয়াকৈ আঁতৰ হবৰ চেষ্টা কৰিলে। ছোৱালীজনীয়ে অলপ ডাঙৰকৈ মাতিলে "দাদা শুনাচোন" ভৈৰৱে যদিও মনতে ভাবিলে যে কিজানি ভুলকৰি মোক কোনোবা চিনা মানুহ বুলি মাত লগাইছে, তথাপি বৈ সেই সন্দেহটো ভঞ্জন কৰিবৰ তেওঁৰ সাহ নহ'ল। তেওঁ বেগা বেগিকৈ তাৰপৰা আঁতৰ হ'ল; আকৌ গৈ আলি উঠিল। কিন্তু তাৰপৰাও দেখিলে যে সেই ছোৱালীজনীয়ে চল্‌চলীয়া চকুৰে তেওঁৰ পিনে চাই আছে। ভৈৰৱৰ বুকুও চম্‌চমাই গ'ল। মনতে ভাবিলে, কি মায়া। কিন্তু কৰপৰা এই আকস্মিক মৰমৰ নিজৰা মুকলি হ'ল একো ধৰিব নোৱাৰিলে। গভীৰ হমুনিয়াহ এটা পেলাই আকৌ খোজ ললে। দহ নল বাট গ'ল নে নাই, পাছৰপৰা এটা আঠ-দহ বছৰীয়া লৰাই তেওঁক মাতিবলৈ ধৰিলে—"হেৰা মানুহটো, হেৰা মানুহটো, তোমাক মাইত্‌ছিল।" ভৈৰৱে তালৈ ভ্ৰূক্ষেপ কৰা নাছিল, কিন্তু লৰাটোৱে গৈ খপ্ কৰি তেওঁৰ হাতত ধৰি ক'লে—"তুমি কালা নেকি হে ; আটাহ পাৰি গ'ল ফাইললু, তেওঁ নুশুনা না ? ভৈৰৱে অলপ অপ্ৰস্তুতভাৱে ক'লে মোক মাত্‌ছিছা নেকি বোপাই ?" "তুমাকতো তেইতাৰপৰা মাইত্‌ছু, খুৰী বোলে তুমাক মাইতলাক, তুমি হেনো নুশুনি গুচি আইহ্‌লা। তেওঁ তাত থিয়া দি আছে তুমাক মাতি নিবা মোক খেদেইছি।

"কোন খুৰী বোপা তোমাৰ?" ভৈৰৱে লাজতে মৰা যেন পাইছে। মনতে ভাবিলে "কাৰ কি জগৰ লগালো জানো ? মোক মাতিবলৈ পঠোৱা কোন ওলাল? ছোৱালীজনীৰ মুখলৈ চাইছিলোঁ। কোনোবা শাহুৱেকে দেখিলে নেকি, নে কি হ'ল জানো?" লৰাটোৱে হাতত ধৰি ভৈৰৱক পুখুৰীৰ ফালে টানিলে আৰু ক'বলৈ ধৰিলে "বোলা খুৰী চাই আছে।" ভৈৰৱে অলপ খঙতে ক'লে "কোন খুৰীয়েৰে?" "আমাৰ মাজুখুৰী।" ভৈৰৱে দেখিলে যে সেই পানী নিব ধৰা গাভৰু জনীয়ে কলহ কাষৰ পৰা নমাই থৈ তেওঁলৈ চাই আছে। ভৈৰৱৰ মনত ধাৰণা হ'ল যে ছোৱালীজনী নিশ্চয় বলিয়া। তেওঁ এজন ডাক্তৰ বন্ধুৱে কোৱা মনত পৰিল যে গাভৰু ছোৱালী তেজ-পানী বেছি ভাল হ'লে— প্লেথৰিক (plethonic) নে কিবা হিষ্টিৰিয়া হোৱাৰ ভয় বেছি। এই গাভৰুজনীয়ো নিশ্চয় তেনে কিবা এটা বিকাৰ গ্ৰস্থ, নহ'লে অপৰিচিত মানুহৰ লগত এনেকৈ উপযাচি কথাই বা ক'ব কিয় আৰু কথা ক'লেও এনেকৈ ধৰি বান্ধি আনিবলৈ পঠিয়াব কিয় ? তেওঁ ইতস্ততঃ কৰিয়ে বোৱাৰী জনীৰ কাষ চাপিল আৰু চকুলৈ চায়েই বুজিব





পাৰিলে যে ইতিমধ্যে ছোৱালীজনীয়ে এবাৰ কান্দিছে। ভৈৰৱ নিৰ্বাক নিস্পন্দভাৱে থিয় হৈ ৰ'ল। ছোৱালীজনী স্থিৰভাৱে ভৈৰৱৰ চকুলৈ চাই সুধিলে—দাদা তুমি মোক চিনা নাই? ভৈৰৱে তেওঁৰ মুখলৈ নাচাই ভৰিৰে মাটি লিখি নিতান্ত মূৰ্খৰ দৰে ক'লে "উহঁ।" ছোৱালীজনীয়ে হুক্ হুকাই কান্দিবলৈ ধৰিলে। ভৈৰৱে মনতে প্ৰায় থিৰাং কৰিলে—নিশ্চয় হিষ্টিৰিয়া। এনে ধুনীয়া, এনে লাৱনী ছোৱালীজনীৰ এনে হেন নৰিয়াটো হৈছে অভিভাৱকসকলে ধৰিব পৰা নাই বা ইয়াৰ প্ৰতিকাৰ কৰিবৰ কোনো চেষ্টা কৰা নাই ইয়াতকৈ কি দুখৰ বিষয় হ'ব পাৰে । ময়ে বা কি কৰিম," এই বুলি নিঃসহায়তা অনুভৱ কৰিছে। ছোৱলীজনীয়ে তেওঁৰ হাতত ধৰি ক'লে—"দাদা তুমি আমাৰ ঘৰক যাবা লাইংগৰ ভৰিত ধৰছু" এনে বুলি চকুলোত তিতা তেওঁৰ মৰমিয়াল চকুযুৰিৰে ভৈৰৱৰ মুখলৈ চালে। ভৈৰৱৰ মূৰ ঘূৰি যোৱা যেন হ'ল, খপৰ কৰে গছৰ তলত তেওঁৰ বহিব ইচ্ছা গ'ল। এনে মৰমিয়াল, এনে আপোন, এনে ধুনীয়া ছোৱালী এজনীৰ সৈতে গছৰ তলত বহিলত যদি গোটেই বিশ্ব মুহূৰ্ততে বিলীন হৈ যায় তথাপি ভৈৰৱ অপৰিসীম আনন্দ অনুভৱ কৰিলেহেঁতেন ; কিন্তু কি ভ্ৰম বিপাকত আজি তেওঁৰ আনন্দ অভ্যৰ্থনা নে লঘু লাঞ্ছনা হৈছে তেওঁ একোকে বুজিব নোৱাঁৰি স্তম্ভিত হৈ থিয় দি আছে। তেওঁৰ হাতৰ ওপৰত অপৰিচিতা ন-বোৱাৰী এজনীৰ হাত, দিন-দুপৰীয়া ৰাইজৰ মানুহে দেখিছে। অথচ কোনেও এবাৰ প্ৰতিবাদ কৰা নাই—নিজে নিজে আচৰিত হৈছে ভৈৰৱ। আজি যাচি আহি অপৰিচিত ডেকা এজনৰ গাত ধৰাত কাৰো আপত্তি হোৱা নাই, অপৰিচিতা ছোৱালীৰ হাতত ডেকা এজনে ধৰাহেঁতেন কি হ'ল হয়, একে হ'লহেতেন নে? ভৈৰৱৰ দুৰ্বলতা বাঢ়িল। "মোৰ পাৰিপাৰ্শ্বিক কাৰো একো পৰিবৰ্তন দেখা নাই, কোনেও এই দৃশ্যটোক অস্বাভাৱিক বুলিও ভোৱা নাই, মোৰ মস্তিষ্কৰ কোনোৰূপে বিকৃতি ঘটা নাইতো ? ভৈৰৱক বিবুধি যেন দেখি গাভৰুজনীয়ে ক'লে—"তুমি আমাৰ তাকে যাবাই লাগবো দাদা, এনেতো নাহাই, মাতদিলি মাত নেদি গুচি যাব।" এইবাৰ বিজয়ৰ গৌৰৱৰ অনুভূতিত গাভৰুজনীৰ মুখেৰে পাতল হাঁহি এটি বেঙাই গ'ল। বাটৰপৰা যিটো ল'ৰাই হাতত ধৰি ভৈৰৱক টানি আনিছিল সিয়ে হাতত ধৰি ভৈৰৱক ওচৰৰ গৃহস্থ এগৰাকীৰ ঘৰলৈ টানি লৈ গ'ল। গৃহস্থ ঘৰৰ সদৰ দুৱাৰ মুখেৰেই ভৈৰৱক লৈ গ'ল। অপৰিচিত ঘৰ, অপৰিচিত-মানুহ। সমুখত কেডাল মান কৰবীৰ, গন্ধৰাজ, জবা আদি ফুল; বাৰীৰ ফালে তামোল-পান, নাৰিকল আদিৰ গছ। ভৈৰৱৰ বুজিবলৈ বাকী নাথাকিল যে এইখন যোত্ৰৱান খেতিয়কৰ ঘৰ। সোমায়ে ডাঙৰ এটা চৰা-ঘৰ, তাৰে এটা খোটালীত দুখন নে এখন খাট পৰা আছে, মাজৰ খোটালীত কেজনমান মানুহে বহি কথা পাতি আছে আৰু আন মূৰৰ কোঠাটোৰ এপিনে বেৰ নাই, দেওনা আছে, তাত দুটা মানুহে পাচি খৰাহি সাজিব ধৰিছে। কাথিৰ বেৰত চাধা

ধপাতৰ পাত হালিচা গাথি শুকাবলৈ দিছে। দুই এটা শুকাই খৰ্ম্মহা দিছে। ভৈৰৱৰ প্ৰবৃত্তি হ'ল যে আহিছে যেতিয়া চৰাঘৰতে সোমাব কিন্তু ল'ৰাটোৱে নেৰে, সি কয়— "ও তুমি ইয়াত ৰইহ্বা ন'ৰা, ভিত্‌ৰোক লগি বুলা, খুৰী তুমাক লৈ যাবা কইছি।" লৰা জনৰ লগত টনা-আজোৰা কৰা বেয়া দেখি; ভৈৰৱে ভাবিছিল যে মতা মানুহবোৰেই আপত্তি কৰিব, অপৰিচিত মানুহ এজনক কিয় ভিতৰলৈ যাবলৈ দিব? কিন্তু তেওঁ নিৰাশ হ'ল। যদিও মানুহবোৰে তেওঁৰ মুখলৈ চাইছিল, কোনেও প্ৰতিবাদ নকৰিলে। ল'ৰাটোৱে ভৈৰৱক কয়েদীৰ দৰে লৈ গৈ হাউলীৰ ভিতৰত সৰু এটা ঘৰৰ পানী পঁচাত তেওঁক এৰি দিলে। পানী আনিবলৈ যোৱা গাভৰুজনীয়ে ইয়াৰ ভিতৰতে কানি-কাপোৰ সলাই আৰু যেন শুৱনি হৈছে, আগৰ অলপ বতাহত আলি মুলি হোৱা আগ-মূৰৰ চুলি কেডালৰ ওপৰেদি যেন এৰচা ফনিও ফুৰাইছে। মুখখন মচি যৌৱনৰ চিত্ৰখনি. যেন আৰু পৰিস্ফুট কৰি তুলিছে। ছোৱালীজনীয়ে অতি সহজভঙ্গিৰে ক'লে-"আহা দাদা ভিত্‌ৰক।" ভৈৰৱে উপায়ন্তৰ নেদেখি ঘৰৰ ভিতৰলৈ সোমাল মনতে ভাৱিলে "এই ভ্ৰম, অভিনয়ৰ অন্ত ক'ত ? হে ভগৱান, তুমি জানা মনলৈ যেন কলঙ্ক নাহে।

ভৈৰৱে দেখিলে—নতুন দম্পতীৰ সাজ-সৰঞ্জামেৰে ন-বোৱাৰীৰ থকা ঘৰ। মজিয়াত কেইটামাত উঘা অলপ অলপ সূতাৰে সৈতে বাগৰি আছে। দূৰত তাঁতৰপৰা নকৈ কাটি উলিয়াই যোৱা পাছৰা এযোৰ, দহি পাকোৱা নাই। মজিয়াত ঢাৰি পাৰি দিলে। ভৈৰৱ বহিল। মাজত বটা লৈ গাভৰু গৰাকী বহিল আৰু কথা পাতিবলৈ ধৰিলে। ভৈৰৱৰ মন উচাই বিচাটকৈ আছে, শান্তি নাই ক'ত আহি সোমালো এই ভাৱত। ভৈৰৱক আগেয়ে তেওঁৰ দূৰ-সম্পৰ্কীয় দুই-চাৰিজন আত্মীয় স্বজনৰ কথা সুধি পিছত তেওঁৰ ভায়েক, ভনীয়েক, পেহীয়েক প্ৰত্যেকৰ কথা ভিন্ ভিন্‌কৈ ছোৱালীগৰাকীয়ে সুধিব ধৰিলে। তেওঁ কেতিয়া আহিছিল কেইদিন থাকিব, বিয়া বাৰু এইবাৰ হ'বনে নাই, ইত্যাদি নানা কথা সুধিবলৈ ধৰিলে। ভৈৰৱে তবধ মানিলে। এই ছোৱালীজনীয়ে কিবা মায়া জানে নে পূৰ্বজন্মৰ পৰিচিতা ভৈৰৱৰ সন্দেহ হ'বলৈ ধৰিলে। ভৈৰৱে এইবোৰ ভাৱত অন্যমনস্ক হৈ পৰিল। বোৱাৰীজনীয়ে দুটা নে এটা কথাত খোকোজা লগা দেখি মুখলৈ অলপ পৰ নীৰৱে চাই সুধিলে—দাদা তুমি মোক চিনা নাই ? ভৈৰৱে আগৰ নিচিনাকৈ ক'লে "উহু।"

ছোৱালীজনীৰ চকুৰে যেন অভিমানত জুইৰ আগুনিহে উফৰি পৰিল, কিন্তু এই আগুনিত জুই নুঠে। বাষ্পাকুল চকুত পানীৰ ধল আহিল তেওঁ হুক্ হুক্‌কৈ কান্দিবলৈ ধৰিলে। ভৈৰৱৰ ইচ্ছা হ'ল কয়—"আইটি ! মই চিনা নাই, দেহিটি মোক ক্ষমা কৰিবা।" তেওঁৰ বুকুতো দুখে খুন্দা মাৰি ধৰিলে, কিন্তু প্ৰকাশৰ বাট নাই। এনেতে বুঢ়ী এগৰাকী আহি সেই ঘৰত সোমাল। ভৈৰৱ নিমাত। বুঢ়ীজনীয়ে চকুৰ কোনেৰে ভৈৰৱলৈ চাই




বোৱাৰীজনীক লক্ষ কৰি সুধিলে—“কিয়া কাইন্‌ছাহে মাজু আপী? কোৰ আপা ইটু এ ?” ছোৱালীজনীয়ে হঠাৎ যেন টোপনীৰপৰা সাৰ পালে আৰু চকু মোহাৰি অলপ দৃঢ় স্বৰত ক’লে কলিকাতাত থকা আমাৰ বাপুদাদা। মোৰ খবৰ ল’বা আইছুছিল।” ইটুহে না তোৰ বাপু দাইদেবে । গহেঁ বামনোৰ ছলি হেন। মোৰ বাপা ভাল কোইৰছাহ দে আইছাহ” বুঢ়ীজনীয়ে ভৈৰৱলৈ চাই ক’লে। ভৈৰৱৰ গাত যেন অগনিহে জ্বলিল। উঃ মোক এনেকৈ চিনে, এনেকৈ জানে অথচ ছোৱালীজনী কোন মই চিনিব পৰা নাই। আৰু শাহুৱেকৰ আগত ইমানখিনি আত্মীয়তা দেখুৱাৰ পিছত ময়ে চিনা নাই বুলি কেনেকৈ কওঁ। ভৈৰৱে ভাবিলে। “বাপা মই খুন্দনাটু লৈ আহোঁদে মোৰ সোণামুৱা ব’হ।” এই বুলি কৈ বুঢ়ী ঘৰৰ পৰা ওলাল আৰু বোৱাৰীজনীয়ে সৰুকৈ ক’লে - “দাদা মই মৰনৈ পাৰৰ সাবি, মোৰ বিয়া যাবাৰ দুই বছৰ হল।” ভৈৰৱে হাতেৰে স্বৰগ ঢুকি পালে। সাবি আন কোনো নহয়, তেওঁৰ মোমায়েকৰ জীয়েক। ধনী-দুখীয়াৰ মাজত অহা যোৱা কম, খবৰা খবৰিও তিমানেই পাতল। সাবিৰ বাপেক মৰে তেনেই সৰুতে, মাকে কোলাত বোকাত লৈ একেজনী ছোৱালী সাবিক ডাঙৰ কৰে। সাবিয়ে ভৈৰৱক দেখিছিল ভৈৰৱ ন বছৰ আগেয়ে নৰিয়া পৰি থকা অৱস্থাত। তেওঁ ভৈৰৱক দেখিয়েই চিনিব পাৰিছিল; কিন্তু ভৈৰৱৰ চকুত ক’ত সাত বছৰৰ, সৰু, দুখীয়াৰ চেৰেলী ছোৱালী এজনী আৰু আজি ক’ত যৌৱনৰ, সৌভাগ্যৰ সম্পদলৈ আগবঢ়া সুঠাম শৰীৰৰ গাভৰু এগৰাকী।

সাবিৰ (ভাল নাম সাবিত্ৰী) শাহুৱেক আহি পুনৰ ঘৰ সোমালত ভৈৰৱে ভনীয়েকে কোৱা অঠিক কথাষাৰকে ভেটি কৰি ক’লে, “মই মাইটিক নিবলৈহে আহিছোঁ।” “তোৰ বিয়া নাকি বাপা?” বুঢ়ীয়ে সুধিলে। “নহয় আই, মই কলিকতাক যাম নহয় সোনকালে-আমাৰ তৰু আহিব, চাৰু আহিব, বোলো সাবিকো লৈ আহোঁ এই বুলিয়ে আহিলোঁ। “নিবি দে বাপা। নাক কাটীৰ জীয়েক, বাপাই চাহ-তাহ খায় হবো একধান তাকে কৰি নেদাহ কিয়া? বুঢ়ীয়ে বোৱাৰীয়েকক ক’লে। সাবিৰ চকুত ককায়েকৰ মৰমৰ সঙ্কেত পাই আনন্দৰ হাঁহি তিৰ্ বিৰাই গ’ল।

* * * * * * *

পিছদিনা পাগলাদিয়াৰ বুকুত। বেলি মাৰ যাওঁ যাওঁ, জুৰ্ জুৰকৈ বতাহ বৈছে। ভৈৰৱ স্নেহত উভৈনদী হোৱা অন্তৰ এখনি লৈ ভনীয়েকলৈ চাই মাত লগালে “সাবি”। ছোৱালীজনীয়ে ক’লে—দাদা ! ভৈৰৱে কি ক’ব ভাবি নাপালে। সাবিত্ৰীয়ে ক’লে—দাদা কলিকাতা খেন কেনে ? ভৈৰৱে মৰম সনা মুখত ক’লে তইঁতৰ দৰে ছোৱালী নাই অ’ তাত।”

# উদ্দীপনা

শ্ৰীযুত হলীৰাম ডেকা, এম. এ. বি, এল্.
আৱাহন ১৮৫৮শক
৭ম বছৰ ১ম সংখ্যা

মোৰ তেতিয়া কাৰবাৰৰ কঁকাল পৰিছে, চকুত বিতচকু উঠিছে, দূৰৰপৰাই মানুহলৈ চাওঁ, ওচৰ চাপিলে মূৰ দোৱাঁও। অৱশ্যে তেওঁলোকৰ ওচৰত মোৰ ধাৰ নাথাকিব পাৰে, তথাপি কিজানি কোনে কি কয় কাৰণ মোৰ ব্যৱসায় পানী হৈ গৈছে। 'লোকৰ ওচৰত মূৰ তুলি কথা কোৱাৰ মোৰ অধিকাৰ নাই' এইভাৱে মোৰ মনত বহুদিনপৰা শিপা মেলিছিল। সিদিনাও দূৰৰপৰাই দেখিছিলোঁ কোনোবা এগৰাকী তিৰোতা আহিছে—কাষপালে, মই চোৱা নাই। ৰাতিপুৱা ন-দহ মান বাজিছে, চাৰ্চ্চ ফিল্ডৰ কাষতে ৰ'দ যদিও ভালকৈ উঠিছে, জাৰ তেনেকৈ যোৱা নাই, মোৰ গা-মূৰ এড়িয়া কাপোৰ খনেৰেই ঢকা। "ছোৱালী" তিৰোতা বোলাতকৈ আবিয়ৈ আইটিহঁতৰ পক্ষে এইটোৱেই সজ নাম, ছোৱালী জনীয়ে মোলৈ চাই ক'লে—"আপোনাৰ জাৰ এৰিবৰ হোৱা নাই নে এখোন ?" মই তেখেতৰ মুখ নোচোৱাকৈয়ে ক'লো "এৰা"। পাছত আকৌ মনত পৰিল যে এয়া জানোছা বেয়াদপি' হয়—আজিকালি আকৌ 'ফৰ্ম' (ৰাজ্যিক আচৰণ) হে ঘাই কথা—কাজেই মুখ ঘূৰাই চালো। দেখিলো আমাৰ "জান্তি" আইদেউ—বোধহয় সাধু নাম জয়ন্তী কি জগদম্বা। মোৰ কৃত্ৰিম কফে ধৰা ডিঙি অলপ চাফ কৰি সুধিলো, "কলৈ যোৱা আইটী?"

তেওঁৰ ভৰিত বুতাম মৰা জোতা, হাতত এটা চামৰাৰ বেগ, পিঠিত ওলমিপৰা বেণী, তাতে ক'লা সূতানে নোমৰ নেজ, পৰিধানত মুগাৰ মেখেলা ওপৰত ছাপ থকা জাপানী খদ্দৰৰ বৰ্ডাৰ দিয়া চেলেঙ, দুকাণত দুটা ৰূপৰ জিলিমিলি দিয়া মাকৰি। উত্তৰ দিলে—"দেশৰ কামত ওলাইছো।" মোৰ মস্ত কিবা এটা বিষাক্ত বায়ুৰ উৎপত্তি হ'ল, হুমুনিয়াহ আহিল, "মৰি নাযাওঁ কিয়"? তেওঁ মোৰ মুখলৈ চালে, কথা নকলেও বেয়া যেন দেখি, কবলৈকো একো নাই—শেষত ক'লো—কিনো দেশৰ কাম?" তেওঁ মোক হাঁহি ইতিকিং কৰি ক'লে—"আপুনি ক'ত আছে ? দেশৰ কি অৱস্থা হৈছে আপুনি নাজানে নে? মুলান চাহাবে কি কৈছে আপুনি গম পাইছেনে নাই ? অসমীয়া জাতি আৰু সৰহ দিন নিটিকে !" মই সুধিলো আইদেউ, কাৰণটোনো কি?" "কাৰণ-তাৰণ আপোনাক বুজাৰ সময় নাই। বাতৰি কাকত কোনোদিন নপঢ়ে যেন পাইছো। দেশৰ

কিমানবোৰ সমস্যা, আপোনালোকে নাকত তেল দি শুই আছে।” মই ছোৱালীৰ লগত কথা কটা-কটি কৰিবলৈ ভাল নাপাওঁ—এই ভয়তে মই বিয়াকে নকৰালো। নাজানো ইয়াৰ পিছত কি কথা ওলালহেঁতেন, অন্ততঃ মিঃ মুলানৰ মন্তব্যৰ বাবে কোনে জগৰীয়া এই বিষয়ে বোধহয় মোৰ মূল্যবান মত ব্যক্ত কৰিলোহেঁতেন, কিন্তু এনেতে মিষ্টাৰ ছাইকীয়া (Saikia)ৰ মটৰ গাড়ীৰ অনুগ্ৰহত আমি আঁতৰা আঁতৰি হ'লো। তেওঁ ফাঁচী বজাৰ জাহাজ ঘাটৰ মুখে আৰু মই ছত্ৰাকাৰৰ ফালে খোজ ললোঁ—দুয়োৰে মাজত ৰঙা-ধূলিৰ এটা বিপুল ব্যৱধান।

মই যদিও উজাই খোজ ললো মনটোৱে যেন পিছলৈ টানিবলৈ ধৰিলে। নাহৰৰ ফুলবোৰলৈ চাওঁ, সিহঁতেও যেন কয়—অলপ বৈ নোযোৱা কিয়?' কৃষ্ণচূড়াবোৰ সাধাৰণতে নিমাত, কিন্তু আজি যেন সিহঁতেও সৰ্‌সৰকৈ নিয়ৰৰ চকুপানী টুকি কয়—“ঠিক কথা, অসমৰ দুৰ্দিন। তুমি বৈ অলপ ভাবি চোৱা।” মই ভাবিলোঁ। “মোৰ এনে চিত্ত বিক্ষেপৰ কাৰণ কি? জীৱিত চৌধুৰীৰ আত্মাই অথবা তেওঁৰ হুমুনিয়াহে দেশৰ বায়ু মণ্ডল দূষিত কৰি-নহয়-মই ইমান নিৰ্দয় হ'ব নোৱাৰো; বোধ হয় কবিতাৰ মূৰ্চ্চনাত, নহলে কোনোবা দূৰদৰ্শী ভাবুকৰ চিন্তাৰ অনলত অথবা কম্পিত আশঙ্কাত আজি মোৰ দেশৰ গছ-লতা, চৰাই চিৰিকতিয়েও ক'বলৈ শিকিছে—“দেশৰ কথা এবাৰ ভাবি নোচোৱা কিয়?” মোৰ দীপ চকুৰে নেদেখা হ'লো, নিয়ৰৰ জুলীয়া বায়ুৱে তাক জিপ্‌জিপিয়া কৈ তিয়াই তুলিছিল,—যদি মোৰ চকুৰ কোনতো দুৰ্বলতা বশতঃ দুটুপি নিৰাশাৰ পানী ওলাইছিল ক'ব নোৱাৰিলোঁ। মনতে ভাবিলো এই নিৰাশাৰ শেষ ক'ত? মুলান চাহাবে কি কৈছে? বোধ হয় ১৯৩০ চনৰ কংগ্ৰেছ ৰিপৰ্টত কোৱা সেই কথাষাৰি—যে অসমীয়া জাতিক কেউপিনৰপৰা নানা বিদেশীয়ে এনেভাৱে চানি পেলাইছে আৰু এওঁলোকৰ (অসমীয়াৰ) ইমান সংখ্যা হ্ৰাস হৈছে যে আৰু কিছুমান বছৰৰ পিছত এওঁলোকৰ অস্তিত্বই নাথাকিব, বৰ জোৰ শিৱসাগৰ জিলাত এমুঠিমান অসমীয়া ভাষা-ভাষী মানুহ পোৱা যাব পাৰে।”

মোৰ এটা আকস্মিক খং উঠিল—অসমীয়া জাতি সম্বন্ধে এই সকলোবোৰ কথা এওঁলোকহে আৱিষ্কাৰ কৰিব লাগে নে? বিদেশীয়ে চকুত আঙুলি দি নেদেখুৱালে আমি একোকে ধৰিব নোৱাৰোঁ নে ? ব্ৰনচন নহা হ'লে অসমীয়া অভিধান নোলালহেঁতেন নে? ছুদমাৰ্ছন নোহোৱা হ'লে অসমীয়াৰ কলেজৰ অধ্যক্ষই নোলালহেঁতেন নে ? মুলান চাহাব নথকা হলে আমাৰ জাতিৰ এই আসন্ন মৃত্যুৰ আমি গমকে নাপালোহেঁতেন নে? বাবু অমুক নথকা হ'লে অসমত নাট ঘৰৰ ‘গোড়া-পত্তন’ নহল হেঁতেন নে? অথবা ধৰ্মাচাৰ্য্য ভচুক বাবু নথকা হেঁতেন অসমৰ চহৰবাসী নামঘৰৰ আকালত মৰিলাহেঁতেন নে? মোৰ ধাৰণা হ'ল - সকলো এটা চাল, সকলো নিতান্ত ভদ্ৰ

অসমীয়াসকলৰ ওপৰত এটা ষড়যন্ত্ৰ, কথাৰ ব্ৰহ্মজাল। আমাৰ দোষ তেওঁলোক দিয়া টোপ আমি বৰ সহজে গিলো।

কথা ভাবি ভাবিয়ে গৈ মই ঘৰ পালোঁ। দুৱাৰত টুকুৰিয়ালো লিগিৰাৰ ল'ৰাটোৱে দুৱাৰখন মেলি দিলে। তাক সুধিলো—তই দেশৰ কথা ভবা নাই? সি ক'লে—"ভাত হবলৈ অলপ পলম আছে।" "এছিলিম ধপাত আন" মই কলো। মনতে ভাবিলো—"ইয়াৰ মানত দেশখন একেৱেই নহয়, ভাত হ'বলৈ অলপ পলম আছে, ভাতেই যেন সৰ্বস্ব।" বেৰত জেঠিয়ে টিক্ টিক্ কৰিলে মনতে ভাবিলো ঠিক কথা। দুৱাৰৰ ওপৰত থকা দুৰ্দ্দান্ত ঘৰীয়ে একেৰাহে টং টং কৰি বাৰটা কোব মাৰিবলৈ ওলাল মোৰ অসহ্য হল। হঠাৎ কিয়জানো মনত খেলালে, ছোৱালীৰ মুখৰ মিহি শব্দ কেইটা, "দেশৰ কামত" এয়ে মোৰ এনে চিত্ত-চাঞ্চল্য ঘটালে নেকি? নহ'লে বয়সৰ প্ৰায় পয়ত্ৰিশৰ আঁৰ কাপোৰ পেলালো। কিন্তু এনে উন্মাদনা, এনে অসংশ্লিষ্ট ভাব দেখো কোনোদিন অহা নাছিল। হোকা আহিল। তাৰ বদন নিৰীক্ষন কৰি 'আবেগভৰা চুম্বন যাচিলোঁ—সিও যেন আদৰত বলিয়া হৈ কোনোবা আজনিতা প্ৰিয়াৰ ছুলি মেডালিৰ দৰে ধোঁৱাজাল বিস্তাৰ কৰি মোক বিবশ আৰু তন্ময় কৰিলে। মোৰ কানিভক্ত পিতৃ-পুৰুষ সকলৰ উদ্দেশ্যে হিয়া উতলা হৈ উঠিল—সেই সময়ত ছন্দ আৰু ভাষা অলপ অনুকূল হোৱাহেঁতেন নাজানো অহিফেন আৰু তেওঁৰ সহচৰ তাম্ৰকূট সম্বন্ধে কি অমৰ সাহিত্যৰচি জাতীয় সাহিত্য টনকিয়াল কৰি গলোঁহেঁতেন।

দিনটোৰ ভিতৰতে সঁচাকৈ ভাৱৰ অলপ পৰিবৰ্তন হ'ল। ভাবিলো ব্যৱসায় এবাৰ পৰিল বুলিনো ওবে জীৱন বিফলে যাবনে ? ইটালিৰ হৰ্তা কৰ্তা বিধাতা মুছলিনিৰ কাকতখন 'নহয় মৰা পৰিল। তাতে বুলিনো তেওঁ থকা নাইনে—বৰং এতিয়া তাৰ বহু ওপৰত। জাৰ্ম্মান অধিনায়ক হিটলাৰৰ, পেৰত ৰং দিয়া বুৰুজ বা বাঢ়নিতাৰ নহয় ভেকুৰিছে তাতে বুলি তেওঁ এতিয়া থাবলৈ পোৱা নাইনে? বিধাতাৰ কুচৰ্চুট অভিসন্ধি কি আছে কোনে ক'ব ? বাইবেলৰ ভাষাত—"Out of evil cometh good." মোকো বা ভগৱানে কোন বাটেদি কোন উদ্ধাৰৰ হেতু দেখুৱায় কোনে ক'ব ? ইত্যাদিবোৰ ভাবি চিন্তি মনৰ দুৰ্বলতা ভালেখিনি আঁতৰাই গধূলি "ক্লাবৰ" পিনে বুলি এবাৰ খোজ ললোঁ। ক্লাব কথাটো আজিকালিৰ দিনৰ অসমীয়াক বোধ হয় ভাঙি পাতি বুজোৱাৰ আৱশ্যক নাই। যদি গাঁৱে-ভূঞে কোনোবা এজন এই পৰম পদাৰ্থটো নেদেখা বা নুশুনা আছে, তেনেহ'লে তেখেতসকলক অনুৰোধ কৰিছো যেন ওচৰৰ চহৰখনলৈ আহি এবাৰ উকি মাৰি চাই যায়হি। ইয়াৰ আমদানি বিলাতৰ পৰা; কিন্তু আমি বঙ্গ দেশৰ মাজেদি নি ইয়াক অতি সৰৱৰহী তাছ-পাশা, লুডু খেল আৰু হাঁহি খিকিন্দালিৰ মেৰ-ঘৰ কৰিছোঁ। পৰচৰ্চ্চা, প্ৰেমালাপ, বাক্যালাপ হা-হুতাশ সকলো ইয়াৰ বেল

কেইখনে কানপাতি শুনে; এয়ে সময়ত আমাৰ ৰাজনৈতিক সকলৰ মন্ত্ৰনা কক্ষ হয়, মিউনিছিপেল্ল ইলেকশ্বনৰ প্ৰপেগাণ্ডাৰ ক্ষেত্ৰ হয়, আৰু কেতিয়াবা ৰাতৰি কাকতৰ প্ৰতিবাদলিপি পঠিওৱাৰ ইয়াতেই বীজ গজি উঠে। ক্লাবত মোক দেখি দুই এজনে মুৰ দাঙি চালে, দুই এজনে কেৰাহিকৈ চাই আকৌ নিজৰ খেলত লাগি গ'ল। মই কাৰ লগত ক'ত বহো তাকে চাইছোঁ। শেষত চিদা দাসৰ কাষতে বহিলো। তেখেত ডেপুটি কমিশ্যনাৰ অফিচত ৰেভিনিউ এছিষ্টেন্ট। পঞ্চমুখে চাহাবৰ গুণ-গান চলিছে। দুৰনিৰ্বটীয়া সাগৰৰ পাৰৰ এমুঠি মানুহে আজি আমাৰ ওপৰত, অকল আমাৰ ওপৰত কিয়, জগতত ওপৰত কি মায়াজালৰ বিচিত্ৰ প্ৰভাৱ বিস্তাৰ কৰিছে ভাবি মেয়ো অলপ শ্ৰদ্ধাত অভিভূত হলোঁ। এনেতে মিষ্টাৰ শইকীয়া মুখত এমোকোৰা হাঁহিলৈ ক্লাৱ ঘৰত সোমাল। তেওঁ দাস ডাঙৰীয়াৰ কথাতে হয় ভৰ দি ক'লে—"ঠিক কৈছে, excellent ছাহাববোৰ, জগতত সিহঁতৰ তুলনা নাই। মই মটৰ গাড়ীৰ এজেন্সি লোৱা দিনতো দেখিছোঁ, ও সিহঁত excellent set ; আৰু মোৰ ইলেকচনতো পাইছোঁ সিহঁত reliable set, আজি মই হোনাপুৰ (সোনাপুৰ), আম্‌চাঙ্গ, তিলানা, মনমোহিনী, ৰাইদাং আটাইকেইখন চাহ বাগিচা ঘূৰি আহিলোঁ, সিহঁতে আটায়ে মোক promise দিছে—ওঃ perfect set, সিহঁতে মোক appreciate ওকৰে কাৰণ, I change my coat any time I like."

মোৰ অসহ্য হৈ উঠিল—"এইবোৰ বকলা মেলিবৰ হ'লে আন ঠাইত মেলিব—আপোনালোকৰ অপৰূপ চৰিত্ৰৰ পৰিচয় দি ডেকা লৰাহঁতৰ কোমল মনত সাঁচ নবহুৱাব।" তেখেতে মোক পাই যেন বহুদিন বিচাৰি থকা চিকাৰ এটা হে পালে আৰু পোনেই যেন কান্ধত জাপমাৰি উঠিব, এনে ভঙ্গি কৰি ক'লে—অ মিষ্টাৰ বৰুৱা ! টোপনিয়াই টোপনিয়াই বৰষি বোৱা। বাটে ঘাটে গাভৰু ছোৱালীৰ লগত মেলখন কিহঁৰ হে ইপিনে ঘৰখন নিমাও মাওঁ। মই বুজিলো সিদিনা বাটত মোক, আৰু জান্তিকে কথা হোৱাৰ পৰ্বলৈ আঙুলিয়াইছে।' তাৰ অলপ পিছতে ক'লে "এক্‌ছেলেন্ট কেনভাছাৰ কিন্তু। মই জেনেৰেল ইলেকশ্যনৰ হময়ত তেনে এগৰাকী পোৱা হ'লে মোক হৰুৱাওতা বীৰ নাছিল। can you spare?" তেখেতে কথাখিনি হাঁহি, সুৰচিৰে সৈতে প্ৰকাশ কৰিছিল; কিন্তু মোৰ দেখো ভাল নালাগিলে—কিবা চিৰিঙলৈ উঠিল। অলপ পিছতে মই ঘৰমুৱা হ'লো। ঘৰতো গা মন ভাল নালাগিল-কিবাখন ৰাইজাই লগালে দেখো। বিছনাৰ আশ্ৰয় ললো তাতো শান্তি নাপালোঁ দেখো—বহুতবোৰ ভাৱ কিবা এটা তীব্ৰ গতিত (high pressure) আহে আৰু যায়। একোকে স্থায়ী কৰিব নোৱাৰিলোঁ, আয়ত্ব কৰিবও নোৱাৰিলোঁ, গঢ় দিয়াতো দূৰৰ কথা। সিদিনাহে বুজিলোঁ যে নিজে সম্ভেদ নোপোৱাকৈ নিজৰ ভিতৰত বহুত অপৰিচিত ভাৱৰ সচ থাকে।

## (২)

তাৰপিছত মই জাতিৰ কাষ চাপিছিলোঁ সচাঁ, প্ৰণয় প্ৰাৰ্থী বুলি ঠিক ক'ব নোৱাৰি, কিন্তু বিয়াৰ প্ৰস্তাব লৈ। তেওঁ অমত হৈছিল আৰু মোক স্পষ্টকৈ কৈছিল যে মোৰ প্ৰতি যে তেওঁৰ অশ্ৰদ্ধা বা আওহেলা আছে তেনে একো নহয়। কিন্তু তেওঁ বিবেচনা কৰিছিল যে দুখীয়া বা বিশেষ সম্বল নথকা মানুহৰ ঘৰত বিয়া সোমালে তেওঁৰ দেশ সেৱাৰ ব্ৰতত ব্যাঘাত ঘটিব। মেঘে বৰষুণ দিবলৈ হ'লে বাষ্প আকাৰে ওপৰত উঠিব লাগে—অসংশ্লিষ্ট, ভাসমান, ঘৰে ঘৰে সোমাই বা খেতিপথাৰৰ ওপৰত চলিপৰি সি কৰুণাকণ সিঞ্চন কৰিব নোৱাৰে। দেশ সেৱাতো, তেনে মহান, উদাৰ, আঢ্যৱন্ত আৰু ওপৰত ঠাইপোৱা হ'ব লাগে, নহ'লে দুখী-ভুখীক সহায় কৰিব নোৱাৰি। এইখিনিতেই আছিল তেওঁৰ উপমা যোজনা। তৰ্কজালত মোৰ তেওঁক আয়ত্ব কৰাৰ আগ্ৰহ দুৰ্বল হৈ আহিল আৰু সঁচা কথা ক'বলৈ কি, মই এই সকলোৰ মাজেদি এটা উৎকট স্বাৰ্থৰ গোন্ধ পোৱা যেন পালোঁ আৰু মই মোৰ হতাশ প্ৰাণটোকে সম্বল কৰি লৈ ঘৰমুৱা হ'লো।

দেশত থাকি মোৰ ব্যৱসায় পুনৰ টনকিয়াল কৰি তোলা টান যেন পালোঁ। মোৰ ঘাই কাৰবাৰ আছিল হাতী ধৰা। হাতীৰ ব্যৱসায় একেবাৰে পৰি গ'ল। অকল মোৰেই লোকচান নহয়, গৱৰ্ণমেণ্টৰো লোকচান হৈছিল। হাতীৰ ৰয়েল্‌টি আগতকৈ তেওঁলোকেও কমাই দিবলৈ বাধ্য হ'ল। আগেয়ে 'ছিট' পোৱা টান আছিল, এতিয়া যথেষ্ট অফিচাৰে চিঠি দি ছিট্‌ যাচা হ'ল, তথাপি টিকাৰী নোলায়। হাতীৰ খৰিদ্দাৰ নাই। আগেয়ে ৰিজাৰ্ভতে গ্ৰাহক লাগে, আজি কালি ঘৰত আনি এবছৰ দুবছৰ হাতী পুহিলেও গৰাকীৰ খৰচখিনি দি হাতী কিনোতা মানুহ নাই। আগেয়ে কাৰবাৰৰ সুবিধাৰ বাবে আঠ দহোটা ভাল হাতী ৰাখিছিলো। এতিয়া সিহঁতৰ খৰচ যোগোৱাই টান হৈ উঠিছিল। কাৰবাৰ চলতি থকা দিনৰ অলপ দেনাই পিছত সিপা মেলি বহুত হৈছিল আৰু সেই সকলোৰেপৰা নিষ্কৃতি পালোঁ ভৰাঁল উদং কৰি। নিঃসম্বল হৈ ওলালোহি ৰাজ-নগৰী কলিকতাত সুখ সম্ভোগৰ লিপ্সাত নহয়, কঠোৰ বৈৰগ্যত, ব্যাকুল যন্ত্ৰনাৰ তাড়নাত।

কোনোবাই মোক ক'ব পাৰে বহ্মপুত্ৰৰ বহ'ল বুকুৱে তোমাক সান্তনা দিব নোৱাৰিলে, লুইতৰ পাৰৰ শান্ত শৈলমালাই তোমাৰ অন্তৰত শান্তিৰ বীজ গজাব নোৱাৰিলে, শেৱালীৰ মধুৰ আঘ্ৰানে, নীৰৱ বননিৰ কোমল পৰশে তোমাক নিচুকাব নোৱাৰিলে,—শিল ইটাৰে বন্ধোৱা বুকুৰ নিৰ্ম্মম ৰাজধানীয়ে তোমাৰ প্ৰাণত শান্তি দিব—ইয়াতকৈ ভুল বিশ্বাস বোধহয় মানুহৰ থাকিব নোৱাৰে। যাৰ যেনে বিশ্বাস, তেনেকৈ ভাবিব পাৰে, অধিকাৰ আছে। বৌদ্ধ আখ্যান্‌ এটালৈ মনত পৰে। ধনী সদাগৰ এজনে বৌদ্ধদীক্ষাৰ আহ্বানতমতলীয়া হৈ নিজৰ যথাসৰ্বস্ব ত্যাগ কৰি 'অনাথপিণ্ডদ' নাম লৈ

গুৰু বুদ্ধৰ নামত ভিক্ষা কৰিছিল ক'ত - ৰাজনগৰীত। কবি ৰবীন্দ্ৰৰ কবিতাৰ পৰা সেই চিত্ৰ দুৰ্ফাকিমান মনত পৰে -

"জাগো ভিক্ষা দাও-সবে ডাকি ডাকি
সুপ্তসৌধে তুলি নিদ্ৰাহীন আঁখি,
শূন্য ৰাজবাটে চলেছে একাকী ভিখাৰী।"

* * * *

"প্ৰভু বুদ্ধ লাগি আমি ভিক্ষা মাগি
ওগো পুৰবাসী কে ৰয়েছো জাগি
অনাথপিণ্ডদ কহিলা অম্বুদ নিনাদে।"

মোৰ তিনে ভিক্ষাৰ আশাও নাছিল। তথাপি ভাবিছিলো বিপুল জনস্ৰোতৰ মাজত নিজক এৰি দি, ঠেলাই হেঁচাই যেনি যাওঁ সেয়ে ভাল, তাত আন একো তৃপ্তি নাথাকিব পাৰে কিন্তু নিজকে যে সম্পূৰ্ণভাৱে পাহৰা যায় সেয়ে এটা সুখ, সুখ নহলেও অন্ততঃ দুখৰ বোজা ভালেখিনি পাতল পৰে। আৰু যিসকলে ভাৱে ৰাজপুৰী কেৱল সুখ সচ্ছন্দতাৰ হে আবাসভূমি তেখেত সকলে নিশ্চয় এই মহ নগৰীবোৰ ভালকৈ চিনা নাই। ইয়াত ধনী, সৌভাগ্যশীল, আঢ্যৱন্ত লোক কেইজন ? সৰহভাগেই নিঃকিন, বহুতৰ এবেলা চৰুৰ তললৈ জুই নাযায়, এবেলা খালে সিবেলা অনাহাৰ, বহুতৰে অৰ্দ্ধাহাৰ। আনকি যিবোৰক বাহিৰত ভালকৈ উৰা পিন্ধা, গালে মুখে ৰংসনা, ওঠত বই পৰা হাঁহিৰে সৈতে দেখা যায় তেওঁলোকবো ভিতৰুৱা জীৱন কাহিনীৰ লগত যিসকল পৰিচিত তেওঁলোকে এওঁলোকৰ বাবে চকুলো নেপেলালেও অন্ততঃ সহানুভূতিৰ হুমুনিয়াহ পেলাব। মোৰ অৱস্থা ভালে থাকোতেই চহৰ চিনিছিলোঁ, অৱশ্যে অকল ওপৰে ওপৰেই চিনা নাছিলোঁ। আজিও বিশ্বাস কৰিছিলোঁ যে তেতিয়াৰ অভিজ্ঞতাই অলপ কাম দিব, অৱশ্যে নিচেই কম, কাৰণ দিনত যি সূৰ্য্যই পোহৰ দিয়ে ৰাতিও সেই সূৰ্য্যই পৃথিবীক তপতাই ৰাখে। কিন্তু দিন ৰাতিৰ কেনে বিসদৃশ ৰূপ।

চহৰৰ গ'লি বা ভিতৰুৱা ঠাইত থাকিবৰ মন নগ'ল। ডাঙৰ ৰাস্তাৰ ওপৰতে ঘৰ বিচাৰিলোঁ, কিন্তু সৰহ টকা দিবৰো ইপিনে শক্তি নাই। অপৰিচিত মানুহক ঘৰ দিবলৈ বহুতৰ অমত। অসমীয়া ডাঙৰীয়াৰ সংখ্যাও ইয়াত নিচেই কম, তেওঁলোকৰ সহায়ত যে বিশেষ কিবা হ'ব পাৰে তেনে বিশ্বাসো মোৰ নাছিল, তাতে অৱস্থা বেয়া হ'লে সমনীয়া বা ডাঙৰৰপৰা যি ব্যৱহাৰ পোৱা যায় তাকো মই জানো। এটা কথা আছে "বগা ভাত দেখিলে কাউৰীৰ আকাল নাই" গাঠিত ধন থাকিলে সহায় কৰা লোকৰ অভাৱ নাই, কিন্তু মোৰ নিচিনা নিঠৰুৱা অৱস্থাত কোনে আৰু সহায় পায়। ৰাজআলিৰ

এটাৰ পৰা অলপ দূৰত—"Room to let" ডাঙৰ আখৰত আঁৰি দিয়া কাঠ এছটা দেখিবলৈ পালোঁ। ভাবিলো তাতেই গৈ সোধো, কিন্তু সোমাবৰ বাট কেনি তাৰ একো উৱাদিহ নাপালোঁ। কাঠ ছটাতো লিখা নাই। কাষ চাপি যাওঁ আকৌ উভতি আহো। বাটৰ দাতিত এটা মুচি (বুৰুচ) বহি আছে, ভাবিলোঁ ইয়াকে সোধো, কিন্তু সিয়ো কিবা সম্ভেদ দিব পাৰিব মোৰ বিশ্বাস নহ'ল। পিছদিনা খন আকৌ তালৈ গ'লো, মানুহৰ নিচিনা ঠাই এডোখৰৰ প্ৰতিও মানুহৰ মায়া জন্মে। সিদিনাও সেই মুচিটো তাতে। তাৰ অলপ দূৰত বহি তাৰেই ৰেহৰূপ চাইছো, সি যে তাৰ ক'লা কোকাৰা চুলি কেডাল জোকাৰি জোকাৰি আপোন মনে গান গায়। মূৰ ঢুলাই জোতাত বুৰুচ মাৰে। চিক্‌চিকিয়া চামৰাত সি নিজৰ ছাঁতো নোতোলে মানে নেৰে, দুই পইছা লৈ হাঁহি এটা মাৰি গৰাকীক জোতা যোৰ পিন্ধাই দিয়ে। মনতে ভাবিলো—ইয়াৰেই সুখ। কিবা কিল্লিবোৰ নিজৰ মনতে ভাঙি-পাতি আছোঁ—হঠাতে মুচিটোৱে মাত লগালে—"বাবু আপোনাক কি লাগে? জোতা পালিছ? তাৰ সুৰতে বুজিছোঁ সি ধেমালিৰ চলতে সুধিছে ! মই ক'লো নহয় হেৰা ! মোক সৰু এটা কোঠালি ভাৰালৈ লাগিছিল, পিছত কতো নাপাই ইয়াতে অলপ জিৰাইছোঁ।"

সি ক'লে এয়া যদি আপোনাৰ জিৰণি লোৱাৰ নমুনা হয়, কাম কেতিয়া কৰে বুজিব নোৱাৰিলো, মোৰ বিশ্বাস ৰাতিপুৱাৰ পৰা তিনি ঘণ্টা বোধ হয় ইয়াতেই বহিছে? "কথা ঠিক। ঘৰ বিচাৰিয়েই পোৱা নাই।" "ইয়াৰ ওপৰৰ পিনে বৰকৈ চকু কৰিছে, ওপৰৰ তলাত থকা কোঠালিত আপুনি ঠাই পাব পাৰে।" কৈয়ে সি হাঁহিলে। "ঠিকেই ধৰিছা, কিন্তু সোধো কাক?" "আপুনি মোৰ কাষেদি ভিতৰ সোমাই তিনি তলালৈ উঠি যক— ঘৰৰ গিৰিহঁতক বাটতে লগ পাব।" মই তাৰ দিহামতেই ওপৰলৈ গ'লো; ঘৰটোৰ তলৰ দুমহলাত কাকো লগ নাপালো। অলপ সঙ্কোচ কৰিয়েই তিনি তলাত উঠিলো। কাঠৰ বেৰ থকা টিনৰ ছালি দিয়া সৰু খোটালি এটাৰ পৰা ন-দহ বছৰীয়া শুৱনি মুখৰ শুকান ছোৱালী এগৰাকী ওলাই আহি হাঁহি ক'লে—আইয়ে আইয়ে (আহক, আহক)।" লগে লগে মুছলমানী ৰীতিমতে প্ৰণামৰ ভঙ্গি কৰিলে। ছোৱালীজনীয়ে পিন্ধিছিল টাইটফিটিং পায়জামা, গাত দীঘলীয়া চোলা, আৰু ডিঙিত মাদুলীৰ নিচিনা চেপেটা ৰঙা কানিৰে মেৰুৱা কিবা এটা লকেট। মই ভাবিলো যে এওঁ নিশ্চয় মোক কোনোবা চিনা মানুহ বুলি ভুল কৰিছে। মই চেষ্টা কৰি হিন্দুস্থানীত ক'লো—মই অপৰিচিত বাহিৰা মানুহ— কোঠালি এটা ভাৰা আছে বুলি তাৰেহে খবৰ ল'বলৈ আহিছোঁ। ছোৱালীজনীয়ে তলামৰা থকা ওচৰৰ কোঠালি এটালৈ আঙুলিয়াই ক'লে— "হয় আছে। মই শৰীফ মিয়াঁক মতাই দিওঁ আপুনি জিৰাওক।" কাঠৰ বেৰ থকা ঘৰটোৰ বাহিৰৰ পৰাই হাত মেলি আধা লেতেৰা ৰঙা-হালধীয়া গামোচা এখন আনি তাকেই আমাৰ "মূৰত-লোৱাৰ" দৰে

পাক মাৰি লৈ ভিৰ্ ভিৰাই ছোৱালীজনী লৰি গ'ল আৰু নিমিষতে ওপৰলৈ লৰি আহি হাঁহি ক'লে—"আতা হাঁয়, জাৰা থৰিয়ে (অলপ ৰব আহিছে)। এই বুলি কৈয়ে ছোৱালীজনীয়ে কাঠৰ বেৰৰ সৰু কোঠাটোত সোমাই দুখন হাতেৰে বুকুলৈ দেখুৱাই ক'লে, কথাত কৈ ভঙ্গিয়েই বেছি—"হিয়া হামলোগ ৰহতেহেঁ।" মই বুজিলোঁ। কথা শেষ হোৱাৰ লগে লগে দুৱাৰখন জপালে।

এনেতে দুপ্ দুপকৈ, জোতা পিন্ধি আদহীয়া মানুহ এজন পায়জামা, ৱেষ্টকোট আৰু বিহাৰী টুপী পিন্ধি মোৰ কাষ পালেহি। তেওঁৰ বুকুত সোণৰ শিকলি শোভা পাইছিল, আঙুলিত হীৰা খটোৱা আঙঠি। মোলৈ চাই ক'লে—"আপোনাক ঘৰটো লাগেনে চক হি। চাৰিও পিনে মুকলি স্বাস্থ্যকৰ ঠাই। দক্ষিণৰপৰা হো-হো কৰে বতাহ সদায় পাই থাকিব। চবি্বশ ঘন্টা পানী পাব, ইয়াত একোৰে দুখ নাপায়।" এইবুলি কৈয়ে ছোৱালীজনী থকা ঘৰটোলৈ আঙুলিয়াই ক'লে "সেইটোৱেই আপোনাৰ ৰান্ধনী ঘৰ, দুখীয়া তিৰোতা মানুহ এগৰাকী আছে। আপুনি ঘৰ ললে তাই যাব। মই কেতিয়াবাই যাবলৈ কৈছোঁ, আজি যদি নাযায় গোৰমাৰি তাইৰ বস্তু বাহানি সোপা এতিয়াই বাটত পেলাই দিম নহয়।" কথাষাৰ মোৰ অসহ্য হ'ল। মই সুধিলো, "আপোনাৰ ঘৰ ভাৰা কিমান ?" তেওঁ ক'লে নিচেই কম-কুৰি টকা মাহে।" "আৰু কিবা দিব লাগিব নেকি ?" "বিশেষ নালাগে ; বিজুলী চাকি ললে দুটকা, কলৰপানীৰ বাবে অৰ্থাৎ পাম্পৰ কৰি ওপৰলৈ দিয়াৰ বাবে দুটকা আৰু এনে খন ঠাই কৰপৰেশান টে" তিনি মাহত ধৰক দহ টকা। ঠাইখনমৰা চফা কৰা জমাদাৰক মাহে এটকা আৰু আমাৰ ইয়াত তলত এটা গান-বাজনাৰ মজলিচ আছে, তাৰে যদি সভাভূক্ত হয় ধৰক খৰচ ভৰচ লৈ পাচ টকা।" মই ক'লো—"আপোনাৰ লিষ্টি দেখি ভয় খাইছো। আৰু অকল ঘৰটো হ'লেই মোৰ নহয়, আন খৰচতো আছে।" "আন খৰচৰ বাট আছে বুলিয়েইতো মোৰ ঘৰ পাইছেহি। মই জানো 'ৰতন' নিচিনোঁ ?" তেওঁ কথাখিনি বিশুদ্ধ বঙ্গলা ভাষাত ক'লে। এনেতে তলৰপৰা তেওঁক কোনোবাই মতা যেন পালোঁ—তেওঁ দুৱাৰ ঘৰ মেলি এৰিয়ে কৈ গুছি গ'ল," যক মুঠতে পচিশ টকা দিব, থাকি যক এনেখন ঠাই নাপাব।" মই ইপিনি সিপিনে চাই থিয় দি আছো, ছোৱালীজনীয়ে আকৌ ওলাই আহি ক'লে "আপুনি থাকিব ? থাকি য'ক। আগেয়ে আমি আছিলো তাতে, পিচত টকা দিব নোৱাৰাত আমাক তাৰপৰা উলিয়াই দিছে। আমি আপুনি আহিলে আজিয়ে যাম। মাই ফকিৰ এজনৰ ওচৰলৈ গৈছে। তেওঁৰ গা বৰ ভাল নহয়। মই পানী জুহালত তুলি দিছোঁ কেতিয়াবাই, চাউল আইয়ে আনিবৰ কথা আছিল পিছত আহিয়ে পোৱা নাই দেখো। এচৰু পানী শুহি গ'ল আৰু এচৰু তুলি দিছোঁ। - মোৰ ভৰিৰপৰা মূৰলৈ কঁপিবলৈ ধৰিলে, বুজিলো এওঁলোক কেনে অভাৱগ্ৰস্থ। "চাউল কিনিবলৈ পইচা এৰি যোৱা নাই নেকি আই ?"

"মই সুধিলো। ছোৱালীজনীয়ে মুখখন অলপ ক'লা কৰি ক'লে—"নায়েই নহয়। এৰি যাব ক'ৰপৰা ? দুটকা আছিল, কালি গধূলি ঘৰৰ ভাৰা বুলি এই মহাজনেই লৈ গৈছে।" মহাজনৰ বুকুৰ ওপৰেদি পৰা সোণৰ হাৰ আৰু হীৰাৰ আঙুঠি মোৰ মানস চকুত জিলিকি উঠিল। মই কবি নহওঁ, কিন্তু ছোৱালীজনীৰ চকুৰ কোনত বিৰিঙি উঠা চকুলো টুপি এই ৰক্ত পিপাসুৰ হীৰাৰ মণিতকৈ উজ্বল নহয়নে? মনতে ভাবিলো। মই ক'লো— "আই মই ইয়াতে থাকিম তোমালোক যাব নালাগে।" তেওঁ কলে- "বাৰীৱালাই এৰিব কিয়?" মই খঙতে ওঠ কামুৰী ক'লো—তাৰ বাপেকে এৰিব।" হ'বপাৰে মোৰ কথাৰ ভঙ্গি নিতান্ত গ্ৰাম্য ; কিন্তু মই ইয়াতকৈ চন্তালি কথা ক'ব নোৱাৰিলোঁ। এনেতে এজনী বোৰ্খা পিন্ধা মাইকী মানুহ ওপৰলৈ উঠি আহিল। দেখিয়ে বুজিলোঁ ছোৱালীজনীৰ মাক। মাকক দেখিয়ে ছোৱালীজনীয়ে ক'লে যে মই ঘৰটো লোৱাৰ দিহা কৰিছোঁ। তেওঁলোকে বিচনা পত্ৰ সামৰি সুতৰি যোৱাৰ দিহা কৰা যেন পালোঁ? বাহিৰত দুখন নে এখন ফটা কঠ আছিল তাকো সামৰি ললে। মই ছোৱালীজনীক ক'লো—"কি কৰিছা আই?" ছোৱালীজনীয়ে মোলৈ চাই চল্‌চলীয়া চকুৰে ক'লে—"আমি যাওঁগৈ।" মই সুধিলো—"কলৈ যাবা?" "মা-জানে এতিয়াই যোৱাৰ মন কৰিছে।" মই লাজ কাজ এৰিলো। ওৰণি লোৱা মাইকী মানুহজনীৰ প্ৰতি হাত যোৰকৈ ক'লো—"আপোনালোক নাযাব। দুদিন হ'লেও থাকক। ঘৰ দুৱাৰৰ এটা দিহা কৰি যাব।" তেওঁৰপৰা একো সমিধান নাপালোঁ। কিন্তু কাপোৰ কানি কোচাবলৈ এৰিলে। জুহালৰ ওপৰত তপতোৱা পানী উতলি আছে, জানিলোঁ চাউল আজি তাত নপৰে। দুখ বেজাৰত বিবশ হ'লো।

ছোৱালীজনীক কাষত লৈয়ে নতুনভাৱে জীৱন নিৰ্বাহ কৰিবলৈ আৰম্ভ কৰিলো। তাইৰপৰা সকলো আতি গুৰি পালোঁ। মাক আৰু সৰহ দিন তেওঁৰ বিচিত্ৰজীৱনৰ কাহিনী বৰ্ণাবলৈ জীয়াই নাথাকিল। ছোৱালীজনীৰ নাম আছিল বাউলী। তাইৰ মাকৰ যেতিয়া ৰূপ যৌৱন আছিল তেতিয়া তেওঁ আছিল এজনী মজলিচৰ গায়িকা। সময়ৰ লগে লগে, বৰং এই ছোৱালীজনীৰ অনভিপ্ৰেত জন্মৰ লগে লগে অৱস্থাৰ বিপৰ্য্যয় ঘটিল। মই যি কোঠালিটো শৰিফ মিয়াঁৰ পৰা ভাৰা লৈছিলোঁ—তাতেই এই ছোৱালীজনী ডাঙৰ হৈছিল। ঘৰ ভাড়া কৰি থকা তিৰোতা সকলৰ অপবৃত্তিৰ ধনৰ ভাগৰেই শাঙ্কি মিয়াঁৰ গলধন ধৰিছিল আৰু বুকুত সোণৰ হাৰ ওলমিছিল। বাউলীৰ মাকে শেষত উপায় নাপাই চাৰি-পাচ বছৰীয়া বাউলীক লগত লৈ ডিঙিত হাৰমনিয়াম আৰি বাটে বাটে বাউল সুৰৰ বৰাগীৰ গীত গাই জীৱিকা নিৰ্বাহ কৰিছিল। কাল ব্যাধিয়ে বেচেৰিৰ কলিজা খাই পেলালে আৰু ইয়াতেই তেওঁ বাউলীক মোৰ ওচৰত এৰি মহা প্ৰস্থানৰ বাটলৈ খোজ ল'লে। বাউলী নামো মাকৰ বিষাদ সুৰৰ প্ৰতিধ্বনি।

বাউলী মোৰ আদৰৰ ধন। এপিনে মোৰ সুদূৰৰ দেশখনি যেনে আদৰৰ, স্মৃতিতি





যেনে সুৰদি, বাউলীৰ মুখখনি তেনে মধুৰ। মোৰ দুঃখপীড়িত অতীত জীৱনৰ স্মৃতি যেতিয়া মনত পৰে, লগতে মনত পৰে সৰু এই ছোৱালীজনীৰ আদৰৰ হাঁহি ভৰা আহ্বান, মুচিটোৰ অৰ্থপূৰ্ণ সঙ্কেত। আজি মোৰ অৱস্থাৰ পৰিবৰ্তন ঘটিছে, মই ধনী। মোৰ হাতত দুপইচা আছে, কিন্তু মোৰ এই সম্পদৰ সঁচাৰ কাঠি দিওঁতা দুখৰ মাজত ডাঙৰ হোৱা মোৰ বাউলী আইটী। এদিন বাউলী স্কুলৰপৰা আহি হাতত চিঠি এখন দি ক'লে—দদাইটি এইখন কোনোবা তিৰোতা মানুহৰ হাতৰ আখৰৰ চিঠি, সেইদেখি অফিচত নেৰি ইয়ালৈ আনিলোঁ ছোৱাচোন কাৰ?" তিৰোতা মানুহৰ বোলোতে আচৰিত হলোঁ। চিঠি খন পঢ়ি চাওঁ যে তলত আছে "জয়ন্তী বোস"। আশ্ৰমৰ বাবে টকা লাগে। মনত পৰিল জান্তি আইদেউৰ নিবনুৱা বাহিৰ শুৱনি বঙালী গ্ৰেজুৱেট এজনৰ সৈতে বিয়া হৈছিল। এতিয়া নিশ্চয় গাৰ্হস্থ্য আশ্ৰমৰ বাবেই টকাৰ আৱশ্যক, চিঠিত যিয়ে নিলিখক। মই ক'লো আই চিঠিখন নিয়া, পঞ্চাশ টকা এই ঠিকনাত পঠিয়াবা।" মনতে ভাবিলোঁ,—মোৰ উদ্দীপনা, বাউলীৰ সম্ভাষণৰ সেই মধুৰ হাঁহিটিনে জান্তিৰ অভিমান ভৰা প্ৰত্যাখ্যান ?

❦





# দ্বিতীয় পক্ষ

যিসকলৰ কথা পাহৰি থাকোঁ, তেওঁলোকেই কেতিয়াবা জীৱনটো ক্ষিপ্ত কৰি তোলে। কেবা বছৰো আগৰ কথা। মোক কেৱে বৰকৈ নিচিনিছিল। ময়ো বেচি মানুহক নিচিনিছিলোঁ। বাটে ঘাটে উদাসীন হৈ ফুৰোঁ। কাৰবাক ভাল লাগিলে চাওঁ, কাকো কেতিয়াবা অনাহকতে নিন্দা কৰোঁ - জীৱনত বিশেষ একো নহয়। কাৰবাৰ যদি কিবা হয় বুলি কয় সিও নিতান্ত ভণ্ডামি। এনেবোৰ বিশ্বাসতে পছোৱাৰ আগত গছৰ শুকান পাত উৰা দি জীৱনটোক উৰুৱাই দি নিশ্চিন্ত হৈ ঘূৰি ফুৰিছিলোঁ। এদিন এজন সম্পাদকৰ সহকাৰীয়ে এখন কাকতৰ গৰাকীয়ালৰ আগত মোক থিয় কৰাই লৈ পৰিচয় দিলে যে মোৰ হেনো 'আইডিয়া' আছে, কাকতে পত্ৰে লিখিব লাগে। তেওঁলোকে পইচাও দিব খুজিলে। মই কলোঁ যে মই অফিচলৈ আহিব নোৱাৰোঁ। কাকতৰ গৰাকীয়ে কলে যে এমেচাৰ লিখক বিলাকক হেনো বেচ দিয়াৰ দস্তুৰ নাই। মই মোৰ মোনাৰ পৰা ছিগাৰেট এটা উলিয়াই ললোঁ। সহকাৰীলৈ লক্ষ্য কৰি সম্পাদকে কলে - "এওঁৰ লগত কি হয় তুমি এটা বন্দবস্ত কৰিবা।" এই বুলি কৈয়ে তেওঁ গুচি গ'ল। সহকাৰী জন মোৰ বন্ধু আছিল। তেওঁ কলে - "ছিগাৰেটটো তুমি অলপ পিছত উলিয়াই লব নোৱাৰিলা হেঁতেননে?" "ওঃ" বুলি কৈ মই ওলাই আহিলোঁ। গৰাকীজনে কিন্তু মোক নেৰিলে। খুজি মাগি, কেতিয়াবা প্ৰশংসা কৰি মোৰ কিবাকিবি লিখা থকা কথা নিয়ে, প্ৰকাশো কৰে - কেতিয়াবা তেওঁলোকৰ প্ৰকাশিত প্ৰবন্ধত মোৰ 'ডিছে"' কৰা দেহাটোৰ দৰে জঁকা আৰু সামান্য অবয়ব হে চিনিব পাৰি। "যা, নাম ওলাইছে, এয়ে প্ৰবোধ।" এইবুলি নিজক সান্ত্বনা দিওঁ।

সাধাৰণ উদ্দেশ্যহীন ঘূৰাপকাৰ মাজতে এদিন এজনী সৰু ছোৱালী মোৰ চকুত পৰিল। দেখিবলৈ ধুনীয়া ছোৱালী জনী। তাই লাজুক ধৰণে চায়, ধীৰ ভাবে হাঁহে। তাইৰ প্ৰফুল্লতাখিনি বহিৰ্মুখীতকৈ যেন অন্তৰ্মুখীহে বেছি। সাজ পাৰত ধনৰ বৰঙ্গপহ নাই, দুখীয়াৰ মলিনতা নাই, - তাই যাৰে তাৰে ঘৰৰ ছোৱালী হব পাৰিলে হয়। মই ভাল পাইছিলোঁ, ইমানেই। সিদিনা, অৰ্থাৎ প্ৰথমে মই দেখিবৰ দিনাখন তাই কাঁইটীয়া বেৰৰ হৰ্ষৰ্ণৰ গুটি হাঁকুটিয়াইছিল। গুটি কেইটা দেখিবলৈ ধুনীয়া আছিল, পৰিছিল। তাইৰ চেষ্টাটোও দেখিবলৈ ধুনীয়া হৈছিল। কিন্তু তাইৰ হাঁকুটিডাল বেয়া আছিল; বোধহয় গুটিৰ শিহ তাই ছিঙিব পৰা নাছিল। চোঁচা খাই যি দুই চাৰিটা সৰিছিল তাকে মাথোন বুটলি লৈছিল।

সেইটো বাটেৰে যোৱাই কৰিলোঁ - ছোৱালীজনীক চোৱাই কৰিলোঁ। ভাল লাগিছিল।





সেই চোৱাত মোৰ ভয় নাছিল, সংশয় নাছিল, পোৰণি নাছিল, অৱসাদ নাছিল। কেতিয়াবা তাই হাঁকুটি লগাই উৰহি পাৰে, কেতিয়াবা বন কেৰেলা তোলে, কেতিয়াবা অমিতা খোঁচে, কেতিয়াবা কচুৰ পাতত শেৱালি ফুল গোটায়। তাইৰ দেখোঁ মানে কেৱল চেষ্টা, কেৱল সংগ্ৰহ - অফুৰন্ত উদ্যম। এদিন ৰাতিপুৱা অকস্মাতে ভাবিলোঁ - ছোৱালী জনী যেন মোৰ মনৰ ছাঁ। শৰীৰক অশৰীৰী কৰা ভ্ৰান্তি। ভাল লাগিছিল ইমানেই।

যাঁওঁতে যাওঁতে তাঁহাতৰ বাট আৰু ঘৰটো বৰ ওচৰ ওচৰ যেন লগা হ'ল। যিপিনেই নাযাওঁ, সেইটোহে যেন মোৰ উভতিবৰ বাট। নাইবা তাৰ আধা মাইল দূৰলৈকে, যলৈকে যোৱা নহ'ক, তেওঁলোকৰ আগৰ বাটটোহে যেন পোন এনে লগা হ'ল। ভ্ৰান্তিবোৰো যে কেতিয়াবা এনে সুখদায়ক সত্য হৈ পৰে কবই পৰা নাছিলোঁ। যি নহ'ক, এদিন তাইহঁতৰ পদূলিৰপৰা তাইক চাইছোঁ আবেলি পৰত, তাইক দেখা নাই। অইন কোনো ল'ৰা ছোৱালীও দেখোন চোতালে ঘৰে নাই। উভতিবই লাগিল, - এনেকৈ ভাবিছোঁহে, এনেতে ঘৰৰ ভিতৰৰ পৰা এজনী তিৰোতাৰ মাত শুনিলোঁ - "এই ৰত্ন, বাহিৰত থকা ভদ্ৰলোক জনক মাতি আনগৈচোন, যা।" - এই বাৰহে ভয় লাগিল কাৰোবাক কিবা কৈফিয়ৎ দিব লাগিল নেকি? ভবা শেষ নৌহওঁতেই দেখাত টেঙৰ চাকৰৰ ল'ৰা এটাই কলে - "আয়ে আপোনাক ভিতৰলৈ মাতিছে।"

"মোকনে" বুলি কৈ গলৰ খেকাৰি ভাঙিলোঁ।

"হয় আপোনাকতো।"

চাইকেলখন থেকেচকৈ মাটিত পেলাই থৈ ভিতৰলৈ গলোঁ।

অনাড়ম্বৰ ঘৰখন, বস্তুবোৰ বৰ পৰিপাটিকৈ থোৱা নহয়। মই ভাবিছিলো - ঘৰতে থিয় হম। কিন্তু নহয়, ঘৰ পাৰহৈ চোতাললৈ যোৱা মোৰ ওপৰত আদেশ। তাত গৈ দেখিলোঁ লোৰ চ'কী এখন আৰু মুঢ়া এটা আছে। লোৰ চ'কী মই ভাল নাপাওঁ, মুঢ়াটোত বহিলোঁ। তাতে বন্দবস্তৰ অলপ ব্যাঘাত ঘটিল। "পীৰাখন আন অ'ই" বুলি কৈ দেখিবলৈ ভাল, লনী গঢ়ৰ তিৰোতা এগৰাকী হাত বটা লৈ মোৰ আগলৈ ওলাই আহিল। মইতো তেখেতক নিচিনো, অলপ লাজ কৰিলোঁ। ইতিমধ্যে চাকৰে পীৰা এখন আনি মৰ্যাদা থকা দূৰত পাৰি দিলে। তেখেতে তাতে বহি কলে - "লাহৰীহঁত এটাইকেইটা আজি তপাপুললৈ বিয়া খাবলৈ গৈছে।" মই বুজিছিলোঁ - "এখেত সেই ছোৱালী জনীৰ মাক। ছোৱালীজনীৰ নাম লাহৰীহে। সাধাৰণ নাম-মনতে ভাবিলোঁ। সাধাৰণ নাম হলেও ভাল নাম বোৰত কবিতা নকমে দেখিছোঁ। মাকৰ চকুযুৰিও জীয়েকৰ লগত ভালেখিনি মিলে, অলপ বেছি বহল আৰু উন্মাদক।

তেখেতেই আৰম্ভ কৰিলে - "তুমি আমাক নিচিনাই হব পায়?" লোকৰ ঘৰৰ তিৰোতা মই কেনেকৈ চিনোঁ? কেতিয়াবা লগ পোৱা বুলিও মনত নপৰে। তিৰোতাক পাহৰা মানে কোপত পৰা, মই জানো। ফটক্কৈ চিনো বুলিয়ে বা কওঁ কেনেকৈ? মোক একো নমতা দেখি তেখেতেই আৰম্ভ কৰিলে - "আমাৰ ইহঁতৰ দেউতাক দেখোন সম্বন্ধত তোমাৰ ককায়েৰা হয়।" কেনেকৈ হয়, তেওঁ বা কোন. একোকে মই দেখোঁ নাজানোঁ। আৰ্থিক অৱস্থা অকস্মাৎ ভাল হলে কিছুমান নকৈ আশ্ৰয় পোৱা যায় জানোঁ; কিন্তু মোৰ দেখোঁ তেনে দিনো অহা নাই। তিৰোতাৰ লগত এনে অৱস্থাত পৰিবলৈ বেয়া লাগে। ছাত্ৰাবাসত হোৱা হলে, এনেবোৰ প্ৰশ্নৰ জাল মই একে জাপে পাৰ হৈ গৈ বিহুগীত এফাকি টানি আঁতৰ হলোঁ হয়। তেখেতে কলে - "তোমাক কেবাদিনো এইপিনে অহা যোৱা কৰা দেখি আছোঁ। ইহঁতৰ দেউতাকেই মোক তোমাক চিনাই দিছিল। আজি কালিনো কি কাম কৰা তুমি?"

"ল পঢ়িছিলো - এৰি দিছোঁ।" - মইকলোঁ।

"ইপিনে আহিলে কেতিয়াবা সোমাবা।"

মই কলোঁ - "ভাল, আজিলৈ যাওঁ।"

"ভাল কথা কৈছা, চাহ নোখোৱাকৈ কেনেকৈ যাবা? অকণমান বহা দেই, মই পাকতে কিবা এটা কৰি লৈ আহোঁ"

তিৰোতা গৰাকী মৰমীয়াল যেন লাগিল। তদুপৰি এটা লালিত্য আছে কথা-ভঙ্গী আৰু দৃষ্টিত। মই সিদিনালৈ চাহ খায়ে বিদায় ললোঁ। বহিবলৈ কৈছিল, কিন্তু চাইকেলৰ চাকি অনা নাই বুলিলত এৰি দিলে।

লাহৰীকে চাই ভাল পাইছিলোঁ; কিন্তু মাক ক্ৰমে আকৰ্ষণৰ কাৰণ হ'ল। মই যিমান দূৰ বুজিছিলোঁ তেখেতৰ অন্তৰত এটা পোৰণি আছিল। চকুত কেতিয়াবা তাৰ উজ্জ্বল ৰেখা দেখা গৈছিল। মই তেওঁলোকৰ চকুৰ প্ৰভাৱ ভয় কৰো বুলিয়ে সেইখিনি সময়ত প্ৰায় অন্যমনস্ক হবলৈ চেষ্টা কৰিছিলোঁ। এদিন তেখেতে মোক কলে - সিদিনাও ঘৰৰ লৰা ছোৱালী বিলাক নাছিল। "বাপু, তুমি সাহিত্য লিখা নহয়?" - সাহিত্য লিখোঁ? মই উচাপ খাই উঠিলোঁ। তথাপি কলোঁ- "সাহিত্য নিলিখোঁ, কল্পনা লিখোঁ।"

"সেয়েতো, নহলে তুমি সদায় ন্যায়ৰ জয়, স্বাৰ্থত্যাগ মহান, এনেবোৰ অমূলক কথা লিখিবা কিয়?" - মোৰ মূৰ সিদিনা এনেই অলপ উখৰ হৈ আছিল। ভাবিলোঁ - মই বলিয়া নে এখেত বলিয়া? - "কিয়, এনেবোৰ কথাত আপোনাৰ আপত্তি কি?"

"আপত্তি এই যে তোমালোকে হাতেৰে ঢুকি পোৱা সচাঁলৈ চকু মুদি আলেওত

চাং পাতি সত্য বিচৰা কিয়?" - তিৰোতাই উপমাত কথা নকয় ফকৰাত কয়, বন্ধুবোৰে মোক সেই বুলিহে কৈছিল।

মই কলোঁ - "কি অন্যায় অবিচাৰৰ আপুনি প্ৰতিকাৰ নোহোৱা দেখিছে?"

"তুমি ইমান দিনে মোৰ জীৱনটো দেখা নাই?"

তেখেতক দেখিছোঁ, কিন্তু অন্যায়টো দেখা নাই। মই একো নামাতিলোঁ।

"তুমি বেয়া নাপাবা। আজি তোমাক কওঁ। কাইলৈ লাগিলে তুমি থুই দিবা।" - মোৰ বৰং তেতিয়া তেখেতলৈ ভক্তিৰে উদ্ৰেক হৈছিল। সেই দেখি তেনে নিৰ্দয় ভাবে কোৱাত মই অলপ আঘাত পালোঁ। কলোঁ - "কওক বাৰু আপুনি।" তেখেতৰ মুখৰ চেহেৰাৰ ভালেখিনি সলনি হ'ল। মৰিবলৈ ওলোৱাৰ আগতে চকু যেনেকৈ নিশ্চল হয়, মুখ যেনে নিস্তেজ হয়, বুকু যেনেকৈ লৰি লৰি উঠে, তেখেতেও প্ৰায় তেনেকৈয়ে আৰম্ভ কৰিলে - 'ইহঁতৰ দেউতাকে মোক দ্বিতীয় পক্ষত বিয়া কৰোৱা বুলিতো তুমি জানিবই পাৰিছা। মাহীমাকৰ সদায় এটা বদনাম যে সতীয়া লৰাক মৰম নকৰে, অনাদৰ কৰে।মোৰ ইচ্ছা নাছিল সেই বদনাম লবলৈ। দেউতাই মোক দি অলপ গাধন খোৱা বুলি শুনো - সচাঁ-মিছা ধৰ্মকথা মই নাজানোঁ। চাৰি পাঁচোটা ল'ৰা-ছোৱালীৰ সৈতে ঘৰখন চলাব লাগে। এখেতৰ দৰ্মহা দুকুৰি। ধানৰ পৰা পাণলৈকে সকলো কিনিব লাগে। ঘৰত তিৰিণ্ কুটা ডাল নাই। বাহিৰত কেতিয়াবা আকৌ পানীও খায়। কেতিয়াবা ৰাতি ঘৰলৈ নাহে। তেওঁৰ ল'ৰা-ছোৱালী কেইটা টেটুত বান্ধি মই পৰি থাকোঁ। ডাঙৰ লৰাটোৰ বয়স তেতিয়া বাৰ নে তেৰ। তাৰ পিছতে এজনী আছিল। সেইজনী এতিয়া ওলাই গৈছে। তাৰ পিছতে তিনিটা লৰা - দুই তিনি বছৰকৈ ডাঙৰ সৰু। ল'ৰা কেইটাকো যে মাক-বাপেকে কেনেকৈ তুলিছিল ভগবানে জানে। তুমি যিহকে নকৰা, একোতে সুখ নালাগে। সিহঁতৰ মাজতো সদায় দ্বন্দ্ খৰিয়াল। মই ইহঁতৰ ঘৰখন ভাল পাব খুজিছিলোঁ। কিন্তু ইহঁতে ওফৰাই পঠিয়াই দিয়ে। সেই সময়ত ভালপোৱা এটা কি প্ৰবৃত্তি! ইহঁতৰ বাপেকক ভাল পাব খোজোঁ, লৰাহঁতে বাধা দিয়ে। ল'ৰাহঁতক ভাল পাব খোজোঁ, ইহঁতে সজ নামানে। আদৰ কৰি কিবা দিবা, তোমাৰ মুখলৈ ঘূৰাই দলিয়াই দিব। বাপেকে মোক ভাল পাবলৈকো ভয় কৰে; কিজানি তাৰে দ্বাৰা তেওঁৰ ল'ৰা-ছোৱালী হঁতৰে অন্যায় হয়! মৰম নাপালে তিৰোতাৰ অন্তৰ ক'ৰবাত থিৰেৰে থাকিব পাৰে?"

এনেবোৰ প্ৰশ্নৰ উত্তৰ দিয়া টান কথা। বৰং এনেবোৰ মুহূৰ্ত সোনকালে সোনকালে পাৰ হৈ গ'লেই ভাল কথা। তথাপি এনেই কলোঁ - "ছোৱালীজনী ভাল নাছিল নে?"

তেওঁ উত্তৰ দিলে - "তাই সহানুভূতি দেখুৱাইছিল, কিন্তু জ্বলা জুইত এচিটা পানীয়ে কি হয়? মই ঘৰখন সুখৰ কৰিব খোজোঁ, গিৰিহতঁক ভাল পাব খোজোঁ, সতীয়া মাকৰ





বদনাম গুচাব খোজোঁ, তিৰোতাৰ অন্তৰৰ গৌৰৱ অনুভৱ কৰিব খোজোঁ; কিন্তু ক'তা?"

"বিধাতাই যেন বিদ্রূপৰ হাঁহি হাঁহিলে। নিজৰ ল'ৰাক ভালপোৱা কিমান সহজ কথা; - সিহঁতে আপোনা আপুনি মাকৰ কাষ চাপি আহে আৰু সতীয়া ল'ৰাক যিমানে খেদি মৰম কৰিব খোজা, সিহঁতে তিমানে উচাপ খাই দৌৰে। ইও সতীয়া মাকৰ দোষ নে?"

এখেতৰ কথাবোৰ প্ৰশ্নবোধক নোহোৱা হলে মই ভাল পালোঁহেঁতেন। কাৰণ মই ভাবিব পৰাতকৈ বেছি বেগত তেখেতে কথাবোৰ কৈ গৈছিল আৰু মই সহানুভূতিৰে উত্তৰ দিওঁমানে তেখেতে বহুত আগত আৰম্ভ কৰিলেহেঁতেন। সেই কাৰণে মোৰ নিস্তব্ধতাকে উত্তৰ স্বৰূপ আগ বঢ়াইছিলোঁ। তেখেতে আকৌ আৰম্ভ কৰিলে - এটা হুমুনিয়াহেৰে সৈতে, - "তেনে অৱস্থাত মই কি কৰিব লাগে কোৱা? তুমি কি কৰিলা হয়?"

মই নভবাকৈয়ে কলোঁ - "চিগাৰেট উলিয়ালো হয়।"

"তুমি ধেমালি কৰিছা?" - তেখেতে প্ৰায় কান্দোনৰ সুৰত কলে। মই মৰণান্তিক লাজ পালোঁ। বিপদ বা জঞ্জালৰ মাজৰ পৰা কৃত্ৰিম উপায়ে ফালৰি কাটি যোৱাটোৱে যে মোৰ লক্ষণ, মোৰ উত্তৰটোৱে তেখেতক মোৰ সেই মনৰ ভাবটো বুজাব নোৱাৰিলে। মই লাজত ৰঙা পৰিয়ে তেখেতলৈ শ্ৰদ্ধাৰে চকু ফুৰালোঁ। তেখেতে কলে - "মই কৈছিলোঁ - তুমি থুই দিবা।"

"আপুনি ভুল নুবুজিব, মই কিবা কৈছিলোঁ।" - এই বুলি কলোঁ।

তেখেতে আৰম্ভ কৰিলে - "শুনা, মোৰ নিজৰ লৰা-ছোৱালীৰ বাবে হেপাহ দিনক দিনে তীব্ৰ হবলৈ ধৰিলে। আগেয়ে ভাবিছিলোঁ নিজৰ ল'ৰা-ছোৱালী হলে ইহঁতক আদৰ কৰিলেও লোকে ভায়াজিনা কৰা বুলি কব। কিন্তু ইহঁতক মৰম কৰিও যেতিয়া নিমৰমী নাম পাওঁ, দিনেৰাতি ছাঁটোৰ দৰে পাছে পাছে গৈও দানৱী বুলিহে পৰিচিত হওঁ; কোৱা কোনে সহ্য কৰি থাকিব? মোৰ নিজৰ ল'ৰা-ছোৱালীৰ বাঞ্ছা যিমানে তীব্ৰ হৈ আহিবলৈ ধৰিলে তিমানে যেন বুজিবলৈ ধৰিলোঁ, - কোনে যেন মোৰ অন্তৰত কয় - 'তোৰ আশা বিফল।' এই কথা শুনিবলৈ মই সাজু নাছিলোঁ। লোকক ভাল পাবৰ বাবে জীৱনৰ ৰক্ত তিলে তিলে পাত কৰিছোঁ; তথাপি তাৰ প্ৰতিদান নাই। আজি যেতিয়া মই মোৰ ল'ৰা - ছোৱালীৰ মুখত 'আই' মাত আষাৰ শুনিবলৈ ইচ্ছা কৰিছোঁ, সিদিনা যদি ভগৱানে স্বৰ্গৰ পৰাও কয় - 'পলম হৈছে, এতিয়া তোৰ বাবে দুৱাৰ বন্ধ।' - মই শুই থাকিমনে? মন্দিৰৰ দুৱাৰ মেলালৈকে পিছ দিনালৈ, পিছৰ জনমলৈ মই শুই নাথাকোঁ। ভগৱানৰ মন্দিৰ হলেও দুৱাৰত মই জুই লগাই দিম হয় মন্দিৰ খোলক, নহয় পুৰি ছাই হ'ক আৰু বাটে বাটে মানুহে মোক পাগলী বুলি খেদি লৈ ফুৰক, সিও ভাল। ভগৱানৰ কথা সৰুৰে পৰা বহুত বেলি শুনিলোঁ, ইবেলি ভগৱানক মোৰ কথা শুনাম। অন্তৰৰ





পোৰণিত অবাটকে বাট কৰিলোঁ। ভগবানে মোৰ অভীষ্ট সিদ্ধি কৰিলে; কিন্তু যদি আঘাত পালে, কব নোৱাৰিলোঁ।" - কথাৰ সুৰ সলাই তেখেতে কলে - 'তেতিয়াৰ পৰা ইহঁতৰ দেউতাকৰ মনটো মৰা। কেতিয়াবা নিজকে নিজে বিৰ্বিৰ্কৈ কিবা কয়ও। মোৰে দোষ। ..... তুমি আমনি পাইছা হব পায় বাপু! তোমাৰ বাবে চাহৰ জুই খিনি ধৰি দি আহোঁ। কেতিয়াবা এইবোৰ কথা মনত পৰি জুই উঠা দিয়ে। কোনেও হয়তো মোক পাতকিনী বুলিব, তুমিও বুলিবা নে?"

মই বোধ কৰোঁ তেখেতৰ কথাটো বুজিলোঁ। সেই কাৰণে ঘূৰাই একো সুধিব নোৱাৰিলোঁ। যদি ভুলকৈয়ে বুজিলোঁ, তথাপি শুদ্ধকৈ বুজা বুলিয়ে ধৰি ললোঁ। লাহৰী তেনেহলে এই কামনা-সম্ভূতা? এইবুলি মনে মনে যেন হুমুনিয়াহ কাঢ়িলোঁ। মনৰ খুদুৱনিত সুধিলোঁ - "আপোনাৰ এই একেজনী ছোৱালী?"

"লাহৰী" - এই বুলিকৈ তেখেতে এটা হুমুনিয়াহ কাঢ়িলে। ছোৱালী জনীৰ ছবিটো মোৰ মনত তেওঁৰ দৰেই পবিত্ৰ আৰু উজ্বল হৈ উঠিল। তথাপি কিবা এটা দুখ পালোঁ। তেখেতে চাহৰ আয়োজন কৰিবলৈ ভিতৰ সোমাওঁতেই 'মোৰ চাইকেলৰ চাকি নাই' বুলি ডাঙৰকৈ কৈ মই পদূলি ওলালোঁ। তেখেতে কিবা কলে যদিও মই নুশুনিলোঁ। তেতিয়াৰ পৰা আৰু ছোৱালী জনীক চাবলৈ মই নিজকে বিশ্বাস কৰিব নোবাৰা হলোঁ। যদি মোৰ মনৰ অন্ধ সংস্কাৰে অজানিতে তাইৰ গাত মলি সানি দিয়ে? যদি মোৰ দৃষ্টিতে কেতিয়াবা সামাজিক পণ্ডিতৰ বিচাৰৰ বিহফুল ফুলি উঠে - তাৰ গোন্ধ পালেও মই মৰহি নাযামনে?

মই সেই মাক - জীয়েক হালক প্ৰায় পাহৰি থাকোঁ। কেতিয়াবা হঠাৎ মনত পৰে।

ঌ ৪